# মহেন্দ্ৰ বৰঠাকুৰৰ নিৰ্বাচিত নাটক

মুখ্য পৰিবেশক
অন্বেষা
বাৰোৱাৰী, গুৱাহাটী-১

*MOHENDRA BORTHAKUROR NIRBACHIT NATOK:* An anthology of Mohendra Borthakur's selected stage plays published by Bibi Borthakur, Ambikagiri nagar, Nigaji Pam, Guwahati- 24, Assam. Rs. 120.00 only

প্ৰথম প্ৰকাশ

ডিচেম্বৰ ২০০২



বেটুপাতঃ অবিনাশ শৰ্মা

প্ৰকাশক ঃ বিবি বৰঠাকুৰ
অম্বিকাগিৰি নগৰ,
নিগাজী পাম
গুৱাহাটী-২৪

মূল্য ঃ ১২০.০০ মাত্ৰ

ডি.টি.পি. ঃ আতাউৰ ৰহমান

ছপা ঃ কালাৰ জেনাৰ
আৰ. জি. বৰুৱা ৰোড
শৰ্মা এণ্ড শৰ্মা মাৰ্কেট, গুৱাহাটী- ৩
ফোন - ২৪৫০০১৮

হৰেণ,

এইখন তোৰ হাতত থ'লোঁ।

দাদা

# আঁৰৰ কথা

অসমীয়া সাহিত্য জগতত নাটক এক প্ৰকাৰ এলাগী সাহিত্য। সেইবাবেই নাটক প্ৰকাশত গ্ৰহ প্ৰকাশক সকলৰো উৎসাহ দেখা নাযায়। ইতিমধ্যে আমাৰো খনচেৰেক পাণ্ডুলিপি হেৰাল। তাকে দেখি আমাৰ দুজনমান শুভাকাঙ্খীয়ে সাহস যোগালে সংকলন এটাকে উলিয়াবলৈ। যোত্ৰ নাই। মৰ সাহস কৰিলোঁ।

ইয়াত সন্নিবিষ্ট নাটক কেইখন অপেছাদাৰী মঞ্চৰ বাবে বিভিন্ন সময়ত লেখা। 'জন্ম' ১৯৭১'পিতামহৰ শৰশৰ্য্যা' ১৯৭৩ , 'শিপা' ১৯৭৩, 'আঁহত গুৰিৰ নতুন বাট' ১৯৭৮, 'আলি দোমোজাত' ১৯৮৭, 'সৰাপাতত বসন্ত' ১৯৯০, 'আমাৰ গল্প' ১৯৯৯, 'সিঁচাপানীৰ মাছ' ১৯৯৮। কেৱল 'জন্ম' নাটকখনহে গ্ৰন্থ ৰূপে প্ৰকাশ পাইছিল।

এই সংকলনটি প্ৰকাশৰ বাটত বিভিন্নজনৰ সহযোগ পাইছিলো। মনোৰম গগৈয়ে অতি ব্যস্ততাৰ মাজতো, বোধকৰো ৰাতি দুপৰলৈকে বহি, প্ৰুফ চাই দিলে সজোৱাৰ ক্ষেত্ৰতো দিহা দিলে আৰু ভাই হৰেণেও (হৰেন্দ্ৰ নাথ বৰঠাকুৰ) দিনে- নিশাই বহি কেইখনমান নাটকৰ প্ৰথম প্ৰুফ চাই দিলে। প্ৰুফ চোৱাত সহায় কৰিলে ভুপেন মহন্তয়ো। ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ পৰা সুখ্যাতিৰে উত্তীৰ্ণ হৈ অহা ৰবিজিতা গগৈৰ উৎসাহৰ কথাও সদা স্মৰণীয়।

ভাতৃ প্ৰতীম অবিনাশ শৰ্মা অতি দায়িত্বশীল চৰকাৰী বিষয়া। আহৰি তেওঁৰ নাই। 'কথা' আৰু সাংস্কৃতিক মহাবিদ্যালয়ৰ নাট পৰিচালনাৰে অসমৰ নাট্য জগতত পৰিচালক ৰূপে সুপ্ৰতিষ্ঠিত অবিনাশে বেটুপাতৰ ছবিখন আঁকি দিলে। স্নেহৰ ঋণ স্বীকাৰ কৰিলোঁ।

ডিটিপি কৰা, ছপা কৰা, বন্ধোৱা আদি সকলো কাম মূৰপাতি ল'লে মৃদুল শইকীয়াই। তেওঁ আমাৰ পৰিয়ালৰ লোকৰ নিচিনা। তেওঁৰ সহযোগ অবিহনে মোৰ সপোন সপোন হৈয়েই থাকিলহেঁতেন। সামান্য কৃতজ্ঞতাৰ ভাষাৰে তেওঁৰ ঋণ সুজা নাযায়।

কুমাৰী দীপাঞ্জলি ভড়ালীয়ে আমাৰ নাটক সমূহৰ বিশেষ অধ্যয়ন কৰি আছে। মোৰ শ্ৰদ্ধেয় তিনিজনৰ লেখা কেইটি, অৰুণ শৰ্মা, কুলদা কুমাৰ ভাট্টাচাৰ্য, ৰত্ন ওজা- দীপাঞ্জলিয়ে স্ব-উদ্যোগত লেখাইছিল আৰু তাৰে একোটা প্ৰতিলিপি আমাক দিছিল। সেইকেইটি ইয়াত সন্নিবিষ্ট কৰাৰ লোভ সামৰিব নোৱাৰিলো। এই সুযোগতে দীপাঞ্জলিলৈ ধন্যবাদ জনালোঁ।

এই খিনিতেই মোৰ কিতাপ প্ৰকাশৰ প্ৰতি সদায়েই আগ্ৰহ কৰি অহা, 'জন্ম' প্ৰকাশত যিজনে বিশেষ ভূমিকা লৈছিল সেইজন হ'ল কবি বন্ধু হীৰেণ ভট্টাচাৰ্য, ঋণ স্বীকাৰ কৰাৰ বাহিৰে আৰুনো কি কৰিব পাৰো! প্ৰগতি শিল্পী সংঘ, 'নিউ আৰ্ট' প্লেয়াৰ্ছ, 'ছিগাল' 'কথা' আদিৰ নাট্যকৰ্মী সকললৈকো কৃতজ্ঞতা থাকিল। এই সকলৰ তাগিদা নোহোৱা হ'লে নাটকেই লেখা নহ'লহেঁতেন।

আকাৰ ডাঙৰ হোৱাৰ আশংকাত ভালেকেইখন নাটকৰ পাণ্ডুলিপি ইয়াত সামৰিব পৰা নহ'ল। ভৱিষ্যতে কোনোবা ওলাই আহিব পাৰে - নাটক প্ৰকাশ কৰিবলৈ। সেই আশাকে পুহি ৰাখিলোঁ।

মহেন্দ্ৰ বৰঠাকুৰ
৪/১২/০২

*(মহেন্দ্ৰ বৰঠাকুৰ)*

অম্বিকাগিৰি নগৰ
নিগাজী পাম
গুৱাহাটী- ১৪

# সূচীপত্ৰ

যোৱা তিনি দশকত অসমীয়া ভাষাত লিখা আৰু অসমৰ মঞ্চত নিবেদিত উচ্চমান বিশিষ্ট নাটক লানীৰ নাট্যকাৰ সকলৰ অন্যতম গুৰুত্বপূৰ্ণ নাট্যকাৰ হৈছে শ্ৰী মহেন্দ্ৰ বৰঠাকুৰ। গল্‌ফ খেলত বলটোৰ প্ৰথম কোবটো মৰা কাৰ্যক ইংৰাজীত 'টী' বুলি কোৱা হয়। নাট্যকাৰ মহেন্দ্ৰ বৰঠাকুৰৰ সেই 'টী' হৈছিল তিনিদশকৰ পূৰ্বে তেওঁৰ 'জন্ম' নামৰ নাটকখনেৰে। সেই যে 'টী' হ'ল, তেওঁ আৰু পিছলৈ ঘূৰি চোৱা নাই। বৰঠাকুৰে এতিয়ালৈকে প্ৰায় ডেৰকুৰিখনৰো ওপৰ নাটক ৰচনা কৰিছে। তাৰে সৰহসংখ্যাক ভ্ৰাম্যমান মঞ্চৰ প্ৰযোজকৰ ফৰমাইচত লিখা যদিও নাটকবোৰৰ গুৰুত্ব কম নহয়। তেওঁৰ নাটকৰ মূল দৰ্শন নাইবা স্বৰূপৰ আভাস ল'বলৈ তেওঁৰ কেইখনমান নাটক তলত উল্লেখ কৰিলোঁ ঃ

জন্ম ঃ সাম্প্ৰতিক ৰাজনৈতিক সামাজিক জীৱনৰ প্ৰমূল্যৰ অৱক্ষয়ৰ স্বৰূপ দাঙি ধৰা হৈছে।

পিতামহৰ শৰ-শয্যা ঃ ত্যাগী যোদ্ধা চিন্তাবিদ ভীষ্মক আজিৰ প্ৰেক্ষিতত বিচাৰ কৰা হৈছে ।

শিপা ঃ সমাজৰ এজন আদৰ্শ পিতৃ আৰু পৰিয়ালৰ সদস্যসকলৰ নীতি (?) আৰু বাস্তৱৰ সংঘাত চিত্ৰিত হৈছে।

আহত গুৰিৰ নতুন বাট ঃ ইতিহাস চৰ্চা পশ্চাদ গমনৰ বাবে নহয়, গতিময়তাক দ্ৰুত কৰিবৰ কাৰণেহে।

শৰাগুৰি চাপৰি ঃ আজান ফকিৰৰ জীৱনাভিত্তিক এই নাটকে অসমৰ পৰম্পৰাগত সাম্প্ৰদায়িক সম্প্ৰীতিৰ বাণী তুলি ধৰিছে।

মুখ্যমন্ত্ৰী ঃ সমাজৰ বিভিন্ন দুনীৰ্তিগ্ৰস্ত লোকৰ স্বৰূপ ফাদিল কৰা হৈছে এক উচ্চমানৰ প্ৰহসনৰ জৰিয়তে।

মাজনিশাৰ চিঞৰ ঃ আদৰ্শ বিহীন বিদ্ৰোহৰ নামত সম্প্ৰতি চলা সন্ত্ৰাসবাদে সাধাৰণ মানুহক কিদৰে দুৰ্ভোগ ভোগাইছে সেয়েই নাটকৰ প্ৰতিপাদ্য।

বলিয়া হাতী ঃ বৰ্ত্তমানৰ কেৰোণ লগা শিক্ষা ব্যৱস্থাৰ প্ৰতি এক ব্যঙ্গ।

বিষ্ণু প্ৰসাদ ঃ বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন ভিত্তিক নাটক।

আমাৰ গল্প ঃ সাম্প্ৰতিক বিশৃংখল ৰাজনৈতিক সামাজিক পৰিবেশৰ নাট্যচিত্ৰ।

সিঁচা পানীৰ মাছ ঃ বৰ্ত্তমান ৰাজনৈতিক সামাজিক আৰু প্ৰশাসনীয় দিশবোৰক

লৈ কৰা ব্যংগ চিত্ৰ।

ওপৰোক্ত নাটক কেইখনৰ উল্লেখিত বক্তব্য সমূহৰ পৰিপ্ৰেক্ষিতত একে আষাৰে ক'ব পাৰি মহেন্দ্ৰ বৰঠাকুৰ সাম্প্ৰতিকতাৰ নাট্যকাৰ। সাম্প্ৰতিক সময় আৰু সমাজক চিত্ৰিত কৰাই তেওঁৰ ৰচনাৰ ধৰ্ম,- নীতি। তেওঁ এজন তীক্ষ্ণ সমালোচক। তেওঁৰ প্ৰত্যেকখন নাটকেই সমাজৰ জটিল আৰু গুৰুত্বপূৰ্ণ দিশবোৰক উপস্থাপিত কৰে এজন ক্ষুৰধাৰ সমালোচকৰ দৃষ্টিৰে। অন্যায় তেওঁৰ দুখন জীৱনী- নাটকতো ব্যক্তিকেইজনৰ জীৱনকে মাত্ৰ ৰূপায়িত কৰা নাই। জীৱনীক সাম্প্ৰতিক কালৰ প্ৰাসঙ্গিকতালৈ আনি নাটকৰ প্ৰতিপাদ্যক অধিক অৰ্থবহ আৰু উদ্দেশ্যসিদ্ধ কৰি তুলিছে। সামাজিক সমস্যাই যেন বৰঠাকুৰক নিৰন্তৰ চিন্তান্বিত কৰি ৰাখে। **Concerned** কৰি ৰাখে। আৰু তাৰে অভিব্যঞ্জনা তেওঁৰ নাটকৰ বিষয় নিৰ্বাচন, কাহিনীৰ ঘটনা প্ৰকৰণ আৰু বিশেষকৈ সংলাপৰ প্ৰাঞ্জল ভাষাত দ্যৰ্থহীন ভাবে প্ৰকাশ পায়। নান্দনিকতাৰ **treatment** ৰে, শ্ল'গান ধৰ্মীতাৰ দোষে নোচোৱাকৈ, নাটকক সামাজিক দায়বদ্ধতাৰ মাধ্যম ৰূপে প্ৰয়োগ কৰাটো যে সম্ভৱ তাৰে প্ৰত্যয় আমি বৰঠাকুৰৰ নাটকত পাওঁ। আনহাতে তেওঁৰ প্ৰায় এটাইবোৰ নাটকত ব্যংগৰ ব্যৱহাৰ সৰল ৰস প্ৰদানৰ বাবেই হৈ নাথাকি সি বক্ৰোক্তিৰে তীব্ৰ সমালোচনাৰ কাম কৰে।

*(প্ৰসঙ্গ ক্ৰমে, বছৰৰ - পিছত বছৰ ধৰি আকাশবানীৰ গুৱাহাটী কেন্দ্ৰৰ পৰা এসময়ত প্ৰচাৰিত হোৱা আৰু কিংবদন্তি স্বৰূপ হৈ পৰা 'নোকোৱাই ভাল' ব্যঙ্গ - অনুষ্ঠানৰ স্ক্ৰীপ্টবোৰৰ লেখক হিচাবে বৰঠাকুৰক কোনেও নাপাহাৰে)।* ভ্ৰাম্যমান থিয়েটাৰৰ গেলেৰী আৰু সমুখৰ চকীৰ দুয়ো শ্ৰেণীৰ দৰ্শকক সমানেই সন্তুষ্ট কৰিব পাৰে বৰঠাকুৰৰ নাটকে। সেই কাৰণেই বৰঠাকুৰৰ ঘৰৰ গেটত এলচেচীয়ান বান্ধি থ'লেও ৰতন লহকৰক প্ৰতি বছৰেই বৰঠাকুৰৰ ওচৰলৈ নহাকৈ ৰাখিব নোৱাৰি, ব'হাগ বিহুৰ পিছতে বৰঠাকুৰৰ ঘৰৰ ড্ৰইংৰুমত ৰতনৰ আবিৰ্ভাৱ চিৰ অৱশ্যাম্ভাৱী!

কিন্তু বৰঠাকুৰৰ সকলো কথাই সুখৰ নহয়। দুখৰ কথাটো হ'ল ঃ অসমীয়া ভাষাত ভালেকেইখন মননশীল নিৰবৈদ্য উপন্যাসৰ সংযোজন নোহোৱাকৈ থাকিল, যোৱা ত্ৰিশ বছৰত, যি কেইখন লিখা হ'ব লাগিছিল মহেন্দ্ৰ বৰঠাকুৰৰদ্বাৰা। নাট্যকাৰ আৰু ঔপন্যাসিক কোনজনে কোনজনৰ বৰ্তমান ক্ষতি সাধন কৰিছে তাৰ বিচাৰ মহেন্দ্ৰ বৰঠাকুৰে নিজেই কৰক। আমাক মাত্ৰ বৰঠাকুৰে লিখা নাটক লাগে, উপন্যাস লাগে।

*(অৰুণ শৰ্মা)*

(দুই)

সাহিত্যৰ প্ৰায় সকলো শাখাত যাৰ কলমে পত্ৰপুষ্প সন্নিবেশিত কৰে তেনে লেখকৰ কোনো বিশেষ শাখাৰ সৃষ্টি কৰ্ম বিশ্লেষণ তেতিয়াই সম্ভৱ যেতিয়া তেওঁৰ সামগ্ৰিক সৃষ্টি কৰ্মৰ পৰিপ্ৰেক্ষিতত চোৱা হয়। তেতিয়াইতেওঁৰ দৃষ্টিভঙ্গী-টো স্পষ্ট ভাৱে প্ৰতীয়মান হয়। মহেন্দ্ৰ বৰঠাকুৰ তেনে এজন সাহিত্যিক। লেখাই তেওঁৰ জীৱিকা, লেখাই তেওঁৰ জীৱন। যদিও চাকৰীৰ এটা পৰ্য্যায়ত আকাশবাণীৰ নাট - প্ৰযোজক আছিল, তথাপি তাতো তেওঁৰ প্ৰৱেশ আৰু অস্তিত্ব লেখক হিচাপেই। অন্যথাই তেওঁ কাহানীও পৰিচালক বা অৰ্থ বিনিয়োগকাৰী প্ৰযোজক হ'ব খোজা নাই বা হোৱা নাই। নাট্যকাৰ হিচাপে মহেন্দ্ৰ বৰঠাকুৰৰ আবিৰ্ভাৱ যথেষ্ট পলমকৈ হৈছিল। তাৰ আগতে তেওঁ আছিল গীতিকাৰ আৰু উপন্যাস লেখক। গল্প, উপন্যাস, গীত ৰচনা, প্ৰবন্ধ লিখন, স্বনাম, ছদ্মনামত বাতৰি কাকতৰ বাবে বিভিন্নমুখী ৰচনা, বাতৰি কাকত সম্পাদনা, মঞ্চ-নাটক, অনাতাঁৰ নাটক, টেলিভিছন ধাৰাবাহিক, টেলিফিল্ম আৰু চেলুলয়েড ফিল্মৰ- যাক আমি চিনেমা বুলি কওঁ — বাবে চিত্ৰনাট্য আৰু সংলাপ ৰচনা সব্যসাচীৰ দৰে বৰঠাকুৰৰ কলমৰ পৰিক্ৰমন। ব্যঙ্গ ৰচনাত তেওঁৰ পাৰদৰ্শিতা আৰু জনপ্ৰিয়তা সাহিত্য পাঠক আৰু অনাতাঁৰ শ্ৰোতাৰ সুবিদিত। এই সকলো দিশৰ ৰচনা আগত লৈ বহিলে দেখা যাব যে মহেন্দ্ৰ বৰঠাকুৰৰ প্ৰধান বৈশিষ্ট্য, ফটোগ্ৰাফীৰ ভাষাত ফোকাছ, লক্ষ্যভেদৰ ভাষাত 'বুলছ্ আই' হ'ল, মানৱীয়তা; যাৰ ভেটি বাস্তৱ। বাস্তৱ জীৱনকেন্দ্ৰিক তেওঁৰ ৰচনা। ইয়াত কোনো ধূৰ্বলি-কূৰ্বলি নাই, কোনো কাৰিকৰী চাতুৰ্য্য নাই। স্পষ্টবাদীতা এই ৰচনা বিলাকৰ অন্যতম বৈশিষ্ট। মানৱীয়তাৰ প্ৰতি অযুত প্ৰত্যয়ৰ ফলত কেৱল মাত্ৰ কম বয়সত লিখা দুখন উপন্যাস "উদাসী সন্ধ্যা" আৰু "বেলিফুল" ৰ বাহিৰে তেওঁৰ ৰচনাত বিয়োগাত্মক পৰিণতি উলিওৱা সহজ নহ'ব। প্ৰকৃততে, ব্যক্তিগত অভিজ্ঞতাৰ পৰা জানো যে বিয়োগান্ত বা হতাশা নিৰাশা বিয়পোৱা নাটক চিত্ৰনাট্য লিখিবলৈ তেওঁক সন্মত কৰোৱা টান।

শ্ৰী বৰঠাকুৰৰ প্ৰকাশিত নাটক ন খন। তাৰোপৰি তেওঁ মঞ্চ আৰু ইলেক্ট্ৰনিক মাধ্যমৰ বাবে বহু নাটক লিখিছে। যি বিলাক প্ৰকাশ পোৱা নাই। কিন্তু প্ৰত্যেক খনতে বাস্তৱ আৰু বাস্তৱতাৰ ভিত্তিত মানৱীয়তা। আমি প্ৰথম নাটক 'জন্ম' ৰ পৰা আৰম্ভ কৰোঁ। স্বাধীনোত্তৰ ভাৰতত যুৱ সমাজ হতাশাগ্ৰস্ত। কাৰণ, লেখা-পঢ়া কৰিও কৰ্ম সংস্থানৰ কোনো সম্ভাৱনা নাই। আনহাতে চাৰিওফালে দুৰ্নীতি, প্ৰৱঞ্চনা, শোষণ। এনে

এখন গেলা সমাজক ধ্বংস কৰি পেলাবলৈ তাৎক্ষনিক ফলাফলৰ আশাত সহজ পন্থা লোৱাৰ উপায় অনুসন্ধান। আবিস্কাৰ, বন্দুক। ই এক নেতিবাচক সমাধান। কিন্তু বন্দুক দাল মামৰে ধৰা। অৰ্থাৎ এই পন্থা আওপুৰণি। ইয়াৰদ্বাৰা কোনো সমিধান অহা নাই। যদি আহিছেও সি অতি সোনকালে ফেচিষ্ট ৰূপ ধাৰণ কৰিছে। "আহঁত গুৰিৰ নতুন বাট"তো নামতেই স্পষ্ট। নতুন বাটৰ সন্ধান। হেঙাৰ সংৰক্ষনশীলতা আৰু স্বাৰ্থপৰতা। এনে হেঙাৰ আঁতৰাই নতুন সমাজ গঢ়িবলৈ আগবাঢ়ে, পৰিবৰ্ত্তনকামী ৰাইজ। "মুখ্যমন্ত্ৰী"ৰ বিষয়তো আমাৰেই বাস্তৱ অভিজ্ঞতা। মুখ্যমন্ত্ৰীজনক আদৰিবলৈ প্ৰস্তুত মানুহ বিলাকৰ মাজত কত ৰকমৰ কুটীলতা, স্বাৰ্থপৰতা, কু-মতলব, দলাদলি ইত্যাদি। বহুতো ক্ষেত্ৰতে ঘটাৰ দৰে মুখ্যমন্ত্ৰীজন শেষ মুহুৰ্ত্তত নাহিল। ই কিন্তু 'বেটিং ফৰ গদো' ৰ দৰে বিমূৰ্ত্ত প্ৰতীক নহয়। গেলা সমাজখনক স্পষ্টভাৱে উদঙাই দিয়াৰ প্ৰচেষ্টা। "বলিয়া হাতী" তো অত্যন্ত প্ৰাসঙ্গিক। ই বৰ্ত্তমানৰ শিক্ষাৰ সমস্যাক দাঙি ধৰে। পদুম পুখুৰীত বলীয়াহাতীৰ দৰে শিক্ষাৰ জাতীয়কৰণৰ নামত বিগত ১৫ বছৰ ধৰি শাসনাধীষ্ঠ চৰকাৰ আৰু দলে কি দৰে অসমৰ শিক্ষাব্যৱস্থাক থানবান কৰি দিছে তাৰে তীব্ৰ সমালোচনা এইখন নাটক।

"মাজ নিশাৰ চিএৰ" বাহ্যিক দৃষ্টিত এখন কৰুণ পৰিণতিৰ নাটক। 'জন্ম' ৰচনাৰ সময়ৰ নক্সাল আন্দোলনৰ পটভূমি সলনি হৈ এতিয়া ভাৰত ৰাষ্ট্ৰৰ পৰা বিচ্ছিন্ন হৈ স্বাধীন অসম ৰাষ্ট্ৰ আদায় কৰাৰ সন্ত্ৰাসবাদী যুঁজ। ফলত বিৰিণা স্বৰূপ সাধাৰণ অসমবাসী ৰাইজ হিচাবে আমি ভাল দৰে জানো। কিন্তু ইয়াতো বাস্তৱ ভিত্তিক মানৱীয়তা আহত, পলাতক, আশ্ৰয় প্ৰাৰ্থী সন্ত্ৰাসবাদীক অনিচ্ছা সত্তেও আশ্ৰয় দান, ক্ৰমে বিপদ সঙ্কুলতাৰ মাজতে শুশ্ৰুষাৰ যোগেদি অচিনাকী আশ্ৰয় প্ৰাৰ্থী যুৱক আৰু মাজবয়সীয়া জ্যেষ্ঠা ভগিনী সদৃশ আশ্ৰয় দাত্ৰীৰ মাজত অকৃত্ৰিম আত্মীয়তাৰ উদ্ভৱ। আশ্ৰয় দাত্ৰীক উপকাৰৰ প্ৰচেষ্টা। তাৰ পৰিণতি যদি বাহ্যিক ভাৱে সন্ত্ৰাসবাদীৰ প্ৰতি কৰুণাৰ উদ্ৰেক কৰে, প্ৰকৃততে ঘটনাটো তাৰ বিপৰীতহে। জানি শুনি দলৰ নিৰ্দেশত নিৰপৰাধ আশ্ৰয় দাতৃক অপহৰণ কাৰ্য্যত অনিচ্ছাসত্তেও আগুৱাই যোৱাৰ অমোঘ শাস্তি। ই নাটকীয় পৰিহাস। প্ৰকৃততে নাট্যকাৰে নিৰ্বিবেকী সংগঠনটোক শাস্তি দিছে। এই বাস্তৱতাৰ লগতে আছে সন্ত্ৰাসবাদৰ ভিতৰত অন্তৰ্নিহিত দ্বন্দ্ব। সন্ত্ৰাসবাদীৰ মনত অহৰহ প্ৰশ্ন উঠে নিজে অবলম্বন কৰা হত্যা, অপহৰণ, লুণ্ঠনৰ বাটটো সঠিক হয়নে নহয়। সঁচাকৈ ইয়াৰদ্বাৰা ৰাইজৰ মঙ্গল আহিছে নে আহিব।

১৯৮৩ চনত প্ৰথম মঞ্চস্থ হোৱা "শৰাগুৰি চাপৰি" অসমৰ হিন্দু-মুছলমান সম্পৰ্কৰ এক কলঙ্কিত বাস্তৱৰ পৰা ওলাই আহিবলৈ মহেন্দ্ৰ বৰঠাকুৰে ইতিহাসৰ পৰা উলিয়াই আনিছে এক মহান চৰিত্ৰ - আজান ফকিৰ। হিন্দু- মুছলমান সম্প্ৰীতি স্থাপনৰ

এক উজ্জ্বল উদাহৰণ।

"সিঁচা পুখুৰীৰ মাছ" এক সামাজিক ব্যঙ্গ। "বিষ্ণু ৰাভা" ৰ কথা নামতে স্পষ্ট।

মহেন্দ্ৰ বৰঠাকুৰৰ নাট কালজয়ী হ'বনে নাই সি কেৱল কালেহে ক'ব পাৰে। কিন্তু দুটা কথা নিশ্চয় থাকি যাব। এক হৈছে সামাজিক অৱক্ষয়ৰ উৎসটো ক'ত সেইটো তেওঁ নিৰ্ভুল ভাবে নিৰ্ণয় কৰি দিছে। তেওঁৰ প্ৰায়ে ব্যৱহাৰ কৰা এটি প্ৰৱচন ভিত্তিক সংলাপে এইটো স্পষ্ট কৰে ঃ মাছ মূৰৰ পৰাহে গেলে। দ্বিতীয় সংলাপটো হ'ল ঃ সময়ৰ কথা সময়ত কৈ যাব লাগে। সুযোগ পালেই তেওঁ সংলাপটো লিখে। নাট্যকাৰ গৰাকীয়ে নাটক বিলাকত তেওঁৰ সময়ৰ কথাকেই লিপিবদ্ধ কৰে। [illegible]্যৎ প্ৰজন্মৰ অতীতৰ বাস্তৱ অনুসন্ধানী সকলৰ বাবে মহেন্দ্ৰ বৰঠাকুৰৰ নাটকবিলাক 'ৰেডী ৰেফাৰেন্স'।

(signature)

০৫ ১১/02

*(কুলদা কুমাৰ ভট্টাচাৰ্য)*

## (তিনি)

মহেন্দ্ৰ বৰঠাকুৰৰ নাটকত মানুহ থাকে। থাকে মানুহৰ পোৱা-নোপোৱাৰ, পায়ো হেৰুওৱাৰ, সুখ- দুখৰ, হাঁহি-কান্দোনৰ, আশা-নিৰাশাৰ কথা। মানুহৰ মানুহ হিচাপে জীয়াই থকাৰ হেৰাই যাব ধৰা আৰু হেৰাই যোৱা আঁত বিচৰাৰ আগ্ৰহ উপজোৱাটোৱেই তেওঁৰ সৃষ্টিৰ প্ৰধান ধিয়ান যেন লাগে। কাৰণ, তেওঁৰ প্ৰায় সকলো মঞ্চনাটৰ অভিনয় চোৱা, প্ৰায় আটাইবোৰ 'নোকোৱাই ভাল' -যাক মই 'অণু- নাট ' বোলো, শুনা, প্ৰায় কেউখন অনাতাঁৰ নাট শ্ৰৱণ কৰা, দূৰদৰ্শন আৰু চলচ্চিত্ৰত প্ৰায়কিখন চিত্ৰনাট দেখা, গ্ৰন্থাকাৰত প্ৰকাশ পোৱা প্ৰতিখন নাটক পঢ়া আৰু ভ্ৰাম্যমানত তেওঁৰ নাটক পৰিচালনা কৰা মই সৰ্বত্ৰ প্ৰত্যক্ষ কৰিছো আমাৰ ব্যক্তি আৰু সমাজ জীৱনৰ বিবিধ সমস্যাৰ নাট্যকলা সন্মত প্ৰতিফলন। সেয়া বহিঃ আৰু আন্তঃ দুয়ো মুখী। তেওঁ নাটক ৰচিছে সাংকৃতিক, ৰাজনৈতিক, সামাজিক, আধ্যাত্মিক, বৈজ্ঞানিক, ধৰ্মীয় প্ৰমুখ্যে প্ৰায় সৰ্বদিশৰ সমস্যাত আলোকপাত কৰি।

বৰঠাকুৰৰ নাটকৰ তিনিটা বৈশিষ্টই মোক বৰকৈ মোহে। প্ৰথমটো তেওঁৰ নাটকত পৰিচালক, অভিনেতা - অভিনেত্ৰী, কলা- কুশলী, প্ৰযোজক- প্ৰযোজিকা 'আটায়ে নিজৰ নিজৰ প্ৰতিভা বিকাশৰ বাট বিচাৰি পায়। দ্বিতীয়টোঃ তেওঁ তেওঁৰ সকলো নাটকতে, সেয়া সামাজিক, ঐতিহাসিক, পৌৰাণিক, ৰাজনৈতিক, জীৱনীমূলক অথবা উপান্যাস ভিত্তিক- যিয়েই নহওক কিয়, বৰ্তমানৰ প্ৰাসংগিকতাৰ ৰেঙনি পেলাবই। তৃতীয়টো ঃ তেওঁ উপস্থাপন কৰা সমস্যাৰ সমাধানৰ ইংগিতহে দিয়ে-সমস্যা সমূহ সমাজৰ সমূখত দাঙি ধৰি সমাধানৰ উপায় উদ্ভাৱনৰ বাবে সমাজকেই উদ্বুদ্ধ কৰে।

বজ্ৰ ওজা
২৪.১০.২০০২

*(বজ্ৰ ওজা)*




মঞ্চ পৰিকল্পনা ঃ দুলাল ৰয় আৰু ধীৰু ভূঞা

মূল মঞ্চটি মুঠ ছয় ভাগত ভগাব। মঞ্চৰ 'ক' অংশ মূল মঞ্চৰ পৃষ্ঠ ভূমিৰ পৰা অন্ততঃ তিনিফুট ওখ হ'ব। সেই অংশত পৰিত্যক্ত সামৰিক ছাউনিৰ আভাস থাকিব। মঞ্চৰ 'খ' আৰু 'গ' অংশ এফুটকৈ ওখ হ'ব আৰু সেই দুই মঞ্চত ৰীতা বাইদেউ আৰু মীনাক্ষীৰ *('গ' অংশত)* শোৱনী কোঠা হ'ব। 'ঘ', 'ঙ' আৰু 'চ' অংশ মূল মঞ্চৰ পৃষ্ঠভূমি। এইকেইটি অংশতেই প্ৰথম অফিচৰ অভিনয় হ'ব। পোহৰৰ ব্যৱস্থা এনেভাৱে কৰিব যাতে কেৱল অভিনয় চলি থকা অংশতহে পোহৰ পৰে, মঞ্চৰ অন্যান্য ঠাই আন্ধাৰ হৈ থাকে।

অবিনাশ : *(চিঞৰি)* ঐ, ঐ অজয়, অ-জ-য়, ধেৎ, এইদাল যে ক'তো অকণো থিৰেৰে বহি থাকিব নোৱাৰে। *(আক' চিঞৰে)* অ-জ-য়। যাঃ! *(হঠাৎ হাড় এটুকুৰাত উজুটি মাৰি দিয়ে। "ধুইত্" বুলি কৈ হাড়দাল তুলি লয় আৰু সুণ্ডি চাই মুখখন বিকতাই দিয়ে। তাৰ পিছত হঠাৎ মনত কিবা এটা খেলোৱাৰ দৰে হাড়দাল ওপৰলৈ মাৰি পঠিয়াই আৰু পুনৰ হাত পাতি ধৰে। এনেদৰে দুই তিনিবাৰ খেলি থাকোতেই অজয় সোমাই আহে)*

অজয় : ইমানকৈ টেঁটু ফালিছিলি কিয় অ'?

অবিনাশ : ধেৎ তেৰি, দিলিহি গোলমাল কৰি! খেল এটা খেলিছিলোঁ। অজয়, এইদাল শুকান হাড়, এদিন এইদাল হাড়ৰ ওপৰত মাংস আছিল, তেজ আছিল, প্ৰাণ আছিল, আৰু ........ *(হাড়দাল দলিয়াই দিয়ে)*

অজয় : আৰু তোৰ মূৰ আছিল। লেতেৰা ক'ৰবাৰ। *(অবিনাশে হাতখন আকৌ এবাৰ শুণ্ডি মুখখন বিদৰায় দিয়ে)* কি হ'ল?

অবিনাশ : গোন্ধাইছে! থুই। *(অবিনাশৰ কথা যেন অজয়ে শুনাই নাই, এনেভাবে সি ইফালে সিফালে কিবা এটা বিচাৰি ফুৰাৰ দৰে থাকে)* তইনো কি চাই ফুৰিছ?

অজয় : ক'ৰবাত বন্দুক তন্দুক পৰি আছে নেকি চাইছোঁ।

অবিনাশ : তেন্তে ইয়াত কোনেও বন্দুক থৈ যোৱা নাই দে। আহ বহোঁ ইয়াতেই। *(এটুকুৰা ওখ ঠাইত অবিনাশ বহে। অজয়ে ইফালে সিফালে কিবা এটা চাই চাই আপোন মনেৰে কৈ যায়)*

অজয় : আচলতে জীৱনটো যে কি মই দেখোন একো বুজি নাপাওঁ। কেতিয়াবা ভাবোঁ জীৱন মানে এটা ধেমালি, এটা খুব চিৰিয়াছ ধেমালি, কেতিয়াবা ভাবোঁ .... ধুইত কিবা খেলি মেলি লাগি যায়। এই —

অবিনাশ : হুঁ।

অজয় : হাত চাব জান?

অবিনাশ : নাজানো।

অজয় : এৰা, সেইবোৰ ভাল কথা ক'ত শিকিবি।

অবিনাশ : তই জান?

অজয় : শিকিলে পাৰিম অৱশ্যে। কেইটামান কথা জানো কিন্তু মানে এই যে ওপৰৰ লাইনটো দেখিছ, এইদাল হাৰ্ট লাইন, মাজৰ এইদাল তোৰ হেড্ লাইন, আৰু এই যে হাতৰ 'ৰেচৰ' পৰা উঠি আহিছে এইদাল, এইদাল লাইন .... এইদাল লাইন তোৰ লাইফ লাইন। *(অজয়ো*

*অবিনাশৰ ওচৰত বহেহি)* চাওঁ তোৰ হাতখন।

অবিনাশ : দৰকাৰ নাই।

অজয় : দৰকাৰ নাই যদি নালাগে। *(অবিনাশে কিছু সময়ৰ আগৰে পৰা অজয়ৰ চকুলৈ চাই থাকে আৰু অজয়ৰ কথা কেইটা শেষ হোৱাৰ লগে লগে সশব্দে হাঁহি দিয়ে)*

অজয় : তোৰ আক' কি হ'ল?

অবিনাশ : ক চোন ক, জীৱনৰ কথা-ক। এই যে কৈছিলি জীৱন মানে [illegible]য়াছ ধেমালি, জীৱন মানে ... *(আক' হাঁহি)*, তোৰ মুখত এই [illegible]ক কথা শুনি বেছ ফূৰ্তি লাগে কিন্তু। জীৱনৰ আৰু কি মানেদাল আছে মোক কচোন। জীৱন মানে জীৱন আৰু: হাঁহ-কুকুৰা, গৰু-ছাগলী, বাঘ-শিয়াল, মহ-মাখি, ভেকুলি, পইতা-চেৰণী, এন্দুৰ-দালশলীয়া - এইসকলোবোৰৰ বাবে জীৱনৰ যি অৰ্থ আমাৰ বাবেও সেই একেই অৰ্থ। তাৰ অৰ্থ বিচাৰি *(হাঁহি)* যাঃ। *(অবিনাশৰ হাঁহি মাৰ যোৱাৰ আগতে অজয়েও সশব্দে হাঁহি দিয়ে। অবিনাশ গম্ভীৰ হৈ যায়)* ঐ, আৰে, অজয়, কি হ'ল তোৰ?

অজয় : হাঁহি উঠিছে।

অবিনাশ : কিয়?

অজয় : তই ইঁহা দেখি। এই যে কেনেকৈ ইমান হাঁহিব পাৰ, তাকে ভাবি মোৰ *(হাঁহি)* মানে মোৰ ... *(হাঁহি হাঁহি অন্যফালে আঁতৰি যাব খোজে)*

অবিনাশ : আক' কেনি যাব?

অজয় : বন্দুক, বন্দুক চাইছোঁ –

অবিনাশ : সৰু ল'ৰাৰ নিচিনাকৈ কি যে কথাবোৰ কৰ; তোলৈ ইয়াত কোনেও বন্দুক থৈ যোৱা নাই। আহ্ আহ্ বহি থাকহি।

অজয় : চা চোন ইমান প্ৰকাণ্ড মিলিটেৰী কেম্প এটা ইয়াত দুবছৰ ধৰি থাকিলে। অথচ .... *(কথা কৈ কৈ বহেহি)*

অবিনা : তোৰ বাবে বন্দুক এটা থৈ নগ'ল। যুদ্ধ এখন কৰিবলৈ হওঁতে মোৰো মন গৈছে।

অজয় : একৰকমৰ যুদ্ধ এখনত মই ইতিমধ্যে নামিছোঁ। ক'ব্ড বাৰ নে শীতল যুদ্ধ এনেকুৱা কিবা এখন।

অবিনাশ : বিপক্ষত?

অজয় : মই হওঁতে এতিয়ালৈকে বাছি উলিয়াব পৰা নাই। মানে ধৰ, কোন সপক্ষত কোন বিপক্ষত এই কথাটোকে মই বুজি উঠিবগৈ পৰা নাই।

দেউতাই এটা হিচাপ দিছে।

অবিনাশ : হিচাব? কেনে ধৰণৰ বা?

অজয় : হিচাব মতে দেউতা এতিয়া বুঢ়া হ'ল। আমি বিশেষকৈ মই ডাঙৰ হ'লোঁ। পঢ়া শুনা শেষ কৰিলোঁ। ইঞ্জিনীয়াৰিং পঢ়িবৰ কাৰণে মোৰ লগত ভালেমান টকা খৰচ কৰা হ'ল। মই হেনো সেই কথা মৰ্মে মৰ্মে বুজা দৰকাৰ। আন হাতেদি মোৰ বয়সৰ ল'ৰা থাকিলে বাপেক মাকবোৰ নিশ্চিন্ত হৈ তীৰ্থ কৰিবলৈ যোৱাটো নিয়ম। কিন্তু গোলমাল হৈছে ভনীজনীক বিয়া নিদিয়াকৈ, ভাই দুটাৰ পঢ়া-শুনা শেষ নোহোৱাকৈ, ঘৰৰ দায়িত্ব এই অপদাৰ্থ বৰ পুতেকক দি যাব নোৱাৰি। গতিকে দেউতাৰ মনত দুখ। মই কিবা এটা কৰিব লাগে।

অবিনাশ : নিশ্চয় লাগে। মধ্যবিত্ত সংসাৰৰ পিতৃয়ে জ্ঞান অৰ্জন কৰিবলৈ, চখ কৰিবলৈ কাহানিও কোনো ল'ৰাক পঢ়াব নোৱাৰে। বুজিছ অজয় তোৰ কথা ভাবি ভাবিয়ে মই আজি ওলাই আহিছোঁ।

অজয় : ময়ো আচলতে তোৰ কথাই ভাবি আহিছোঁ বুজিছ। তোৰ চাগে' বৰ মস্কিল হৈছে।

অবিনাশ : চিগাৰেট আছে?

অজয় : এটুকুৰা আছে, তোক নিদিওঁ। জুইশলা আছে?

অবিনাশ : *(জেপৰ পৰা জুইশলা এটা উলিয়াই চাই)* এদাল কাঠি আছে, তোক দিব নোৱাৰোঁ।

অজয় : বুৰ্বক, এহোপা তই খাবি, এহোপা মই খাম। দে, জুইশলাটো দে।

অবিনাশ : তই চিগাৰেটটো দে চোন। *(অজয়ে এটুকুৰা চিগাৰেট উলিয়াই অবিনাশক দিয়ে। অবিনাশে জ্বলায়)* অ, পিচে কি হ'লগৈ?

অজয় : কি?

অবিনাশ : যুদ্ধৰ পৰিণতি?

অজয় : এক তৰফীয়ভাবে চিজ ফায়াৰ, অৰ্থাৎ ঘৰৰ পৰা ওলাই আহিলোঁ। বুঢ়াই কিছুমান উদাহৰণ দিছিল, যেনে —তেওঁৰ বন্ধু পুত্ৰ কিবা X নে Yয়ে মোৰ বয়সতে ইঞ্জিনীয়াৰ হৈ বহু সা- সম্পত্তি কৰি বিয়া-বাৰু কৰাই মাক- বাপেকক তীৰ্থ ফুৰাই আনিলেগৈ। আৰু দুটামান কিবাকিবি উদাহৰণ দিছিল, পিছে শুনাৰ ধৈৰ্য নহ'ল। এই XY বোৰক লৈ বৰ বিপদ হৈছে অ'। ইহঁতক চালা বোমা মাৰি উৰাই দিওঁ যেন লাগিছে।

অবিনাশ : ৰচোন, বাপেৰক তই কি ক'লি সেইটো নকৱ কেলেই?

অজয় : ক'ব অৱশ্যে পাৰিলোহেঁতেন যে দেউতা — তোমাৰ বয়সত টাটা-

বিৰলাৰ দলে বহুত পুতেকক বহুৱাই বহুৱাই খুৱাইছে, তুমিনো খুৱাব নোৱাৰা কিয়? পিছে একো নক'লো আৰু।

অবিনাশ : বুৰ্বক, তই মোৰ কথা নক'লি কিয়? মই এই এম.এছ.ছি পাছ অবিনাশ শৰ্মা তোৰ দৰে আদৰ্শনীয় উদাহৰণ হ'ব পাৰোঁ, বহুত বেকাৰৰ প্ৰেৰণাৰ উৎস হ'ব পাৰোঁ।

অজয় : ঐ, কথাৰ লাচতে তই চিগাৰেট খাই শেষ কৰিলি দেখোন, দে, দে *(অবিনাশৰ পৰা চিগাৰেট লয়)* ধেৎতেৰি ধৰিবলৈকে ঠাই নোহোৱা কৰিলি, হাতেই পুৰিব এতিয়া!

অবিনাশ : আক্ষেপ নকৰ, লাষ্ট পাফ অব্ এ চিগাৰেট এণ্ড দা ফাৰ্ষ্ট কিচ ....

অজয় : চুপ, সেইবোৰ বাজে কথা যেতিয়াই তেতিয়াই নক'বি। *(চি· ·টটো বৰ আৰামেৰে হুপিবলৈ লয়। কিছু সময় নীৰৱে থাকে)* হেৰি অ' অবিনাশ – *(অবিনাশে হামিয়ায়)* তই এটা কাম কৰ।

অবিনাশ : কি?

অজয় : তইতো কিবা এটা কৰিব লাগিব।

অবিনাশ : তয়োতো কিবা এটা কৰিব লাগিব।

অজয় : মোৰ কথা গুলী মাৰ, মই চলি যাম যেনে তেনে। কিন্তু তইতো কিবা এটা কৰিবই লাগিব। হেৰি কৰ, মানে .... মানে .... মানে বিজিনেছ, ৰাইট, বিজিনেছ কৰ, বেঙ্কৰ ল'ন ল, চৰকাৰৰ এইড ল, বিজিনেছ .... বিজিনেছ.... বিজিনেছ......

*(অজয়ে কথাখিনি কৈ থাকোতে পোহৰ ক্ৰমে নিষ্প্ৰভ হৈ আহি শেষত মঞ্চ অন্ধকাৰ হৈ পৰিব। তাৰ পিছত মঞ্চৰ 'ঘ' অংশত পোহৰ পৰিব। মঞ্চৰ অন্যান্য অংশ সম্পূৰ্ণ আন্ধাৰ থাকিব। অজয়কে দৰ্শকে দেখিবলৈ নাপাব। মঞ্চৰ 'ঘ' অংশত এটি কাৰ্যালয়ৰ আভাস, অফিচাৰ বহি থাকে। পোহৰ পৰাৰ পিচত আৰ্দালিয়ে ভিজিটিং কাৰ্ড এখন অফিচাৰক দিয়েহি।)*

অফিচাৰ : আহিবলৈ দে। *(আৰ্দালি যায়। অলপ পিছতে অবিনাশ আহে আৰু নমস্কাৰ জনায়)*

অফিচাৰ : কওকচোন আপোনাৰ কি কথা আছে?

অবিনাশ : মই ছাৰ মোৰ স্কীমখনৰ সম্পৰ্কে ...

অফিচাৰ : অ', ৰাইট আপুনি কালিও এবাৰ আহিছিলে নহয়?

অবিনাশ : আজিৰ সৈতে তিনিদিন একেৰাহে আহিছোঁ।

অফিচাৰ : কি কৰিব, বৰ অসুবিধা বুজিছে। ঠিক আছে, আপুনি এটা কাম কৰক,

কাইলৈ আহক, ঠিক বাৰ মান বজাত আহক, মই চাই চিতি থম, আজি মোৰ সময় বৰ কম।

অবিনাশ ঃ চাওক, এই তিনিদিন একেটা কামৰ বাবে হোটেলত সেই খৰছ ভৰি ভৰি থাকিব লগা হৈছে, অহা যোৱা সেইবিলাকৰ খৰছ আছেই। গতিকে আজিয়েই ......

অফিচাৰ ঃ মোৰ উপায় নাই বুজিছে। এনেবিলাক কামত অলপ ধৈৰ্য .....

অবিনাশ ঃ চাওক, নীতি শিক্ষা লোৱাৰ ইচ্ছা মোৰ সমূলি নাই। যোৱা ছ মাহৰ আগতে মই মোৰ স্কীম আপোনালোকক দিছোঁ, তিনিবাৰ আপোনালোকক দেখা কৰিবলৈ আহিছোঁ। প্ৰতিবাৰেই দুই তিনি দিনকৈ হোটেলত থাকি খৰছ ভৰিছোঁ আৰু এতিয়া ধৈৰ্যৰ কথা মই কিয় শুনিব লাগে?

অফিচাৰ ঃ খং নকৰিব মিষ্টাৰ শৰ্মা। এইটো এটা চৰকাৰী অফিচ, ইয়ালৈ আপোনাৰ দৰে বহুত মানুহ আহে। আমি সকলোৰে ইন্টাৰেষ্ট চাৰ্ভ কৰিব লাগে। বাই দি বে — আপোনাৰ স্কীমটো কিহৰ আছিল?

অবিনাশ ঃ *(বিদ্ৰূপৰ হাঁহিৰে)* চিএগ্ৰাহি তৈয়াৰ কৰা। চাওক, প্ৰায় পাঁচশ টকা খৰছ কৰি এক্সপাৰ্টৰ হতুৱাই মই স্কীমখন তৈয়াৰ কৰিছোঁ। মোৰ আশা আপোনালোকৰ পৰা মই এইড পাম, অন্ততঃ কিছু টকা সুদত ধাৰে পাম।

অফিচাৰ ঃ ৰ'ব, যি কোনো এটা বস্তু উৎপাদন কৰিলেইতো নহ'ব. তাৰ বাবে লাগিব ডিষ্ট্ৰিবিউচন, মাৰ্কেট, আই মীন বজাৰ এখনতো লাগিব। আপুনি বজাৰ ক'ত পাব?

অবিনাশ ঃ কিয়, আপোনালোক?

অফিচাৰ ঃ মই ঠিক বুজা নাই।

অবিনাশ ঃ আমাৰ ইয়াত যিমানবোৰ অফিচ, কেছাৰী আছে ,তাৰ প্ৰত্যেকেই নহ'লেও অন্ততঃ আধাখিনিয়েও যদি আমাৰ বস্তু লয়, তেনেহ'লে সুকীয়া বজাৰৰ প্ৰয়োজন কি?

অফিচাৰ ঃ *(সশব্দে হাঁহি দিয়ে)*

অবিনাশ ঃ কি হ'ল, হাঁহি দিলে দেখোন?

অফিচাৰ ঃ নহয় মানে *(আক' হাঁহি)* মানে আপোনাৰ চেন্স অৱ হিউমাৰ বেচ আছে দেখিছোঁ। আমাৰ মানে কি জানে এই ফাইল, এই কম্‌প্লেন, এই ধৰক একো একোজন মানুহৰ বক্তৃতা, মন্ত্ৰীৰ ফোন, এম.এল. এ ৰ ৰিকমেণ্ডেচন ইত্যাদি আজে- বাজে কাৰবাৰ বিলাকত মূৰ একদম

কিবা হৈ থাকে বুজিছে। গতিকে অলপ 'জলি' মানে ৰসিক মানুহ পালে মাজে মাজে ভাল লাগে।

অবিনাশ ঃ *(অসম্ভৱ গহীন হৈ পৰে)* আপুনি মোক কি বুলি ভাবিছে?

অফিচাৰ ঃ মানে? অ', আই এম ছৰি আপুনি ইমান দেৰি থিয় হৈ আছে; অহক, আপুনি বহক।

অবিনাশ ঃ ধন্যবাদ *(অবিনাশ বহে)*

অফিচাৰ ঃ চাওক, মই দুঃখিত যে এতিয়া মোৰ এঠাইলৈ যাব লগা আছে। মানে জানেই একো একোজন ভি. আই. পি. আহিলে আমিবোৰ ব্যস্ত হৈ থাকবি লাগে। গতিকে আপুনি আন এদিন আহক।

অবিনাশ ঃ কিন্তু মোৰ বজাৰৰ কথা শুনি আপুনি ইমানকৈ হাঁহিছিল কিয় মোক বুজাই দিবনে?

অফিচাৰ ঃ মানে?

অবিনাশ ঃ নহয়, মই যে কৈছিলোঁ বোলো মোৰ ইণ্ডাষ্ট্ৰীৰ যি প্ৰডাকচন হ'ব তাৰ বজাৰ আপোনালোকৰ হাততেই, কথাষাৰ শুনি আপুনি কি হিউমাৰ বিচাৰি পালে বা?

অফিচাৰ ঃ *(হাঁহি)* কথা হৈছে মিষ্টাৰ শৰ্মা, বেয়া নাপাব আক' দেই, খোলা খুলিকৈ কোৱাৰ কাৰণে, মানে ইয়াৰ প্ৰডাকচন কোৱালিটি কেনে হ'ব সেইটো জানো কিবা বুজিবলৈ বাকী আছে? জানে, মিষ্টাৰ ডাগ্‌লেছ চাহাব, হেগিন্‌চ চাহাবৰ পৰা আদি কৰি এতিয়াৰ সেই নেটিভৰ দিনলৈ ডেড়কুৰি বছৰ চাকৰি কৰিলোঁতো, বহুত কথাই বুজি পাওঁ দিয়কচোন। মুঠ কথা আপুনি আমি প্ৰতিযোগিতাৰ মুখামুখি হ'ব নোৱাৰোঁ, কাৰণ সেইখিনি .... অৰ্থাৎ আচল কথা হ'ল এইবোৰ বৰ বিক্সৰ কাম বুজিছে। এইবোৰত লাগিলে আপোনাৰ টকা- পইচাও যথেষ্ট খৰছ হ'ব, ধৈৰ্যও লাগিব আৰু বহুতবোৰ কথা ভাবিবলৈ শিকিবও লাগিব।

অবিনাশ ঃ কি লাগিব, কি নালাগিব সেয়া মোৰ কথা। মই জানিব খুজিছোঁ মোৰ কাম কৰি দিব নে নিদিয়ে? অৰ্থাৎ স্কীম অনুযায়ী মই সাহায্য পাম নে নাপাম? *(অফিচাৰে চিগাৰেট এটা জ্বলাই লাহে লাহে উঠে)* ৰ'ব, আপুনি কেনি উঠিছে?

অফিচাৰ ঃ চাওক মিষ্টাৰ শৰ্মা, এই অফিচতে মই চুলি পকালোঁ। বয়সত আপুনি মোৰ ল'ৰাৰ নিচিনা। গতিকে অফিচৰ ভিতৰত কিবা এটা অপ্ৰীতিকৰ ঘটনা ঘটাটো মই নিবিচাৰোঁ। সেয়েহে মই সুখী হম, আপুনি যদি ভদ্ৰভাৱে ইয়াৰ পৰা ওলাই যায়।

অবিনাশ ঃ বয়সৰ দোহাই দি যদি মোৰ পৰা আপোনাৰ কিবা বিচাৰিব লগা আছে, তেনেহ'লে এই অফিচৰ বাহিৰত বিচাৰিলেই মই ভাল পাম।

অফিচাৰ ঃ আপুনি কি 'মিন' কৰি এইষাৰ কথা কৈছে?

অবিনাশ ঃ আপুনি যি 'মিন' কৰে সেইটোৱেই।

অফিচাৰ ঃ কি? আপুনি ওলাই যাওক, প্লীজ গেট আউট, আই চে ইউ গেট আউট। *(খণ্ডত ফোপাবলৈ ধৰে)*

*(অবিনাশ বহাৰ পৰা উঠে আৰু মুখামুখিকৈ ঠিয় হয়গৈ। দুয়ো দুয়োলৈ কিছু সময় চাই থাকে।)*

অবিনাশ ঃ *(হাঁহি)* খং উঠিছে? আপোনালোকক জোকাই ল'বলৈ আমিও ভাল নাপাওঁ। কিন্তু ......

অফিচাৰ ঃ *(হঠাৎ বহেগৈ)* এটা দিন আছিল যিদিনা এইখন চকীৰ সন্মুখত মূৰ তুলি কথা ক'ব পৰাটো একো একোটা ঘটনা বুলি অভিহিত হৈছিল, *(হুমুনিয়াহ কাঢ়ি)* চেইগুড্! সেই দিন থকা হ'লে। *(অত্যন্ত ক্লান্ত হৈ আঁউজি দিয়ে)* যাওক, আপুনি যাওক মিষ্টাৰ শৰ্মা, আই এম টায়াৰ্ড্। *(কলিংবেল টিপি দিয়ে, অৰ্দালি সোমায় আহে)* এখেতক লৈ যা।

অবিনাশ ঃ *(বিদ্ৰূপৰ হাঁহিৰে)* ইয়াৰ পিচৰবাৰ আহোতে আপোনাক এই আসনত নেদেখিলেই মই ভাল পাম। ময়ো চেষ্টা কৰিম যাতে এই যুগটোৱে আপোনাক নিষ্কৃতি দিয়ে। মজাৰ কথা কি জানে? আচলতে খং উঠিব লাগিছিল মোৰ, আচলতে মই আপোনাক গেট অউট বুলি ক'ব লাগিছিল *(হাঁহি)* কিন্তু ক'লে আপুনি মোক। আহোঁ, গুডবাই। *(অবিনাশ যায়, পাছে পাছে আৰ্দালি। অফিচাৰে কিছু সময় চাই থাকি টেবুলত ঢকা এটা মাৰি ফোনত ডায়েল কৰে)*

অফিচাৰ ঃ কোনে কৈছে? হাজৰিকা? সোতৰ নম্বৰ ফাইলটো লৈ আহক।

*(ৰিচিভাৰ থৈ বহাৰ পৰা উঠে আৰু অন্য এটা চিগাৰেট জ্বলায়। কিবা ভাবি ইফালে - সিফালে অহা - যোৱা কৰে। মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। পোহৰ আহি ক্ৰমাৎ মঞ্চৰ 'ক' ভাগত পৰেহি। প্ৰথমে অজয়ৰ ওপৰত পোহৰ পৰেহি, দেখা যায় অজয় স্থিৰ হৈ বৈ আছে আৰু আবিনাশ তলমূৰ কৰি বহি আছে)*

অজয় ঃ ধেৎ কি দাল কৰিলি এই? মিছাকৈয়ে বুঢ়াটোৰ খং তোলালি। নহ'ব, বুজিছ, তোৰ দ্বাৰা নহ'ব। তোৰ খং বেছি। তোক ধৈৰ্য ধৰাৰ কথা কৈছে, তই কেইবছৰমান ধৈৰ্য ধৰি বহি থাক।

অবিনাস ঃ মানে? তই কৈছ কি?

অজয় : ধৈৰ্য ধৰ অ', ধৈৰ্য। নহ'লে ব্যৱসায় কেনেকৈ কৰিবি?

অবিনাশ : কি ক'ব খুজিছ অলপ খোলা- খুলিকৈ নকৱ কেলেই?

অজয় : *(হঠাৎ সাৰ পোৱাৰ দৰে)* হুঁ, কি হ'ল? ধেৎ তেৰি, মই মনে মনে ভাবিছিলোঁ তই বিজিনেছ কৰ, চৰকাৰক তোৰ স্কীম দে, পিচে দেখিলোঁ নহ'ব। সিমানখিনি ধৈৰ্য তোৰ নহ'বগৈ। মোৰ মনৰ চকুৰে দেখিলোঁ ৰঙা ফিটাৰ মেৰ পাকত তই যেন, তই যেন ....... যাঃ... ..

অবিনাশ : তোৰ মূৰটো কিন্তু বেয়া নাছিল অ'।

অজয় : *(হঠাৎ হাড়দাল বুটলি নিজৰ হাতৰ তলুৱাত মাৰি মাৰি)* বুদ্ধি ভাল আছিল, কিন্তু তাৰ পৰা লাভ কি হ'ল? ইউনিভাৰ্চিটিৰ চাৰ্টিফিকেট এখন পালোঁ; খা এতিয়া ডিগ্ৰীটোকে পুৰি পুৰি খাই থাক। *(দূৰৈ হাড়দাল পেলাই দিয়ে)*

অবিনাশ : এৰা অ', কিবা হাঁহি উঠে দেখোন।

অজয় : মোৰ পিচে আটাইতকৈ হাঁহি উঠে কি ভাবি জান?

অবিনাশ : কি?

অজয় : এই যে তোৰ নাম অবিনাশ আৰু মোৰ নাম অজয়। কিন্তু আমাৰ নামটো বেলেগো হ'ব পাৰিলেহেঁতেন। মইতো অজয় নহৈ সঞ্জয় হ'ব পাৰিলোহেঁতেন; দুৰ্জয় হব পাৰিলোহেঁতেন, ধনঞ্জয় হ'ব পাৰিলোহেঁতেন।

অবিনাশ : কেতিয়াবা কিছুমান কথা গোলমাল লাগি যায়। এই যে অঙ্ক কৰোঁতে আমি Problem ত পৰিলেই 'X'টো ধৰি লওঁ। কিয় সেই ছাব্বিশটা আখৰৰ ভিতৰত 'X'টো যে বাছি লোৱা হ'ল? ধুইত.......

অজয় : আমি দুয়োটা বাৰু কিয় পেট বেমাৰী হ'লো কচোন? মোৰ ক্ৰণিক ডিচেণ্ট্ৰি আৰু তোৰ পিত্ত নে গেষ্ট্ৰিক। অবিনাশ আৰু অজয়। পেটৰ বেমাৰৰ লগত যুঁজি যুঁজি এয়াই একুৰি পাঁচ বছৰত ভৰি দিলোহি। এই, এতিয়া অন্ততঃ এই বেমাৰটোকে জীয়াই ৰাখিবলৈ আমি কিবা এটা কৰিব লাগে।

অবিনাশ : লাগেতো বুজিছোঁ। আচ্ছা অজয়, এই কেম্পটোত থকা সকলোবিলাক মিলিটেৰীয়ে বাৰু যুদ্ধ কৰিব লগা হৈছিল নে?

অজয় : সেইটো ক'ব নোৱাৰো। অন্ততঃ ইয়াত যে যুদ্ধৰ আখৰা কৰিছিল সেইটো খাটাং।

অবিনাশ : ক'ৰবাত যদি পুতি থোৱা মাইন চাইন এটাকে পালোহেঁতেন।

অজয় : কি কৰিলিহেঁতেন?

অবিনাশ : অকণমান ফূৰ্তি কে কৰিব পাৰিলোহেঁতেন। *(গম্ভীৰ হৈ)* ঐ, তইতো

এটা কাম কৰিব পাৰ।

অজয় : কি কাম?

অবিনাশ : ইলেক্‌চনত উঠ।

অজয় : পাগল হ'লিনেকি!

অবিনাশ : একো ঠিক নাই, জিকি যাব পাৰ। চেষ্টা এটা কৰ , বুজিছ, মন স্থিৰ কৰ। ঘূৰা- পকা কৰ হৈ যাব। তোৰ হৈ কাম কৰিবলৈকো বহুত ওলাব দে। মোৰ মনেৰে তই টেক্কা মাৰি যাব পাৰিবি।

অজয় : ধূৰ –

অবিনাশ : ধূৰ নহয় অ', কোনে জানে ফৰ্মুঠি লাগি যাব পাৰে। তই যদি সঁচাকৈয়ে ইলেকচনত জিকিব পাৰ, যদি তই এতিয়াৰ দৰে ভাল ল'ৰা হৈ থাকিব পাৰ ... যদি তই শিয়াল বান্দৰবিলাকক খেদি দিব পাৰ। নিৰ্বাচন ... নিৰ্বাচন ... অজয় নাথ.... অজয় নাথ ......

*(ক্ৰমে মঞ্চ আন্ধাৰ হৈ পৰে। দূৰত শ্ল' গান শুনা যায় – "অজয় নাথ জিন্দাবাদ।" "জয় অজয় নাথৰ জয়", "অজয় নাথক ভোট দিয়ক।" মঞ্চৰ 'চ' ভাগত ক্ৰমাৎ পোহৰ পৰে, দেখা যায় পাঞ্জাবী পায়জামা পৰিহিত অজয় নাথে কিবা এটা চিন্তা কৰি ইফাল - সিফাল কৰি আছে। ওচৰত দুজন কৰ্মী। তিনিওৰে মুখ দেখি বুজা যায় যে তেওঁলোকে ইতিমধ্যে কিবা কথা আলোচনা কৰি আছিল)*

১ ম ক্ৰৰ্মী : হয় চাৰ, এতিয়া মোক দুশ টকা দিলেই হ'ব চাৰ। আমি পাঁচজন আছোঁ, হাতীজান, বৰচোমনি, গৰখীয়া – এইকেইখন গাঁৱলৈ আমি এতিয়া যাম। মাইক আৰু পেট্ৰোলৰ বাবতে এই টকা লাগিব চাৰ।

২য় কৰ্মী : চাৰ সৰুপীৰা গাঁৱত আপোনাৰ প্ৰতিদ্বন্দ্বী নিত্যা শৰ্মাই কাইলৈ ভোজ দিছে। আপুনিও কিবা এটা কৰিব লাগে। তদুপৰি বৰচাপৰি ইলেকচন অফিচৰ বাবে পাঁচশ টকা লাগে। তাৰ Workers বিলাকে কালি পইচা নোপোৱাৰ বাবে ইলেকচন কেম্পেনৰ বাবে নোলাল চাৰ।

১ম কৰ্মী : এই বিলখনো পে কৰিব লাগে চাৰ *(জেপৰ পৰা বিল এখন উলিয়াই)* বাৰশ টকা আজি পে নকৰিলে মাইক তিনিটা নিদিওঁ বুলি কৈছে। তদুপৰি প'ষ্টাৰবিলাকো প্ৰেছৰ পৰা অনিব লাগে।

২য় কৰ্মী : *(ফুচ্ ফুচাই কোৱাৰ দৰে)* আৰু এটা কথা চাৰ, আমাৰ কমিউনিটিৰ মানুহখিনিক আপুনি এবাৰ লগ ধৰি অহাটো ভাল।

অজয় : আমাৰ কমিউনিটিৰ মানে?

২য় কৰ্মী : হয় চাৰ আমাৰ কমিউনিটিৰ মানে, আমাৰ কমিউনিটিৰ, মানে চাৰ

আমাৰ.... মানে হাতীজান, সৰুপীৰা, বৰ চোমনি, মতা চাং - এই কেইখন গাঁৱত চাৰ আমাৰ কমিউনিটিৰ ভোটাৰ সাত হেজাৰ পাঁচশ একৈশজন আছে। আমি চাৰ হিচাপ তন্ন তন্ন কৈ উলিয়াই থৈছোঁ। এইখিনি চলিদ ভোট আমি চাৰ পাব লাগে।

১ম কৰ্মী : হয় চাৰ, আমি হিচাপ এৰি এক পইচাৰ কথাও বেছি নকওঁ, আনকি এটা হাঁহি বা হুমুনীয়াহো হিচাপতকৈ বেছি নামাৰো। সকলো খৰচ কৰা পইচাৰে ভাওচাৰ আছে চাৰ। লগত কাগজ পেঞ্চিল লৈয়ে ফুৰোঁ আৰু প্ৰত্যেকটো কাম কৰি ভাওচাৰ লিখোঁ, মানে লি চাৰ।

অজয় : শুনা, তোমালোকে মোৰ বাবে ভোটৰ প্ৰচাৰ চলাব নালাগে। মই কোনো কমিউনিটিৰ হৈ উঠিব খোজা নাই অথবা টকা ঢালি ভোজ ভাত খুৱাই ভোট কিনিবলৈ মোৰ পইচাও নাই। যদি এই চৰ্তত মোৰ হৈ তোমালোকে 'কেনভাচ' কৰিব খুজিছা, কৰা, নহ'লে অন্য কেণ্ডিডেটৰ হৈ কাম কৰাগৈ, মোৰ আপত্তি নাই।

১ম কৰ্মী : আপুনি চাৰ ওলোটা বুজিছে। নিত্যা শৰ্মাই চাৰ পঞ্চাশখন গাড়ী দিনে দৌৰাইছে, ঠায়ে ঠায়ে ভোজ খুৱাইছে, দুশ খন চাইকেল কিনি দিছে — গাঁৱত কেনভাচ কৰিবলৈ আপুনিহে চাৰ .....

অজয় : মই কৈছোঁৱেই নহয়, মোৰ পৰা সেইবোৰ একো নহ'ব। কোনোবাই উপযুক্ত বুলি ভাবি ভোট দিলে দিব, নহ'লে নাই। মই একো দিব নোৱাৰোঁ। শুনা মই স্পষ্টভাৱে কৈ দিওঁ - মই কোনো সম্প্ৰদায়, কোনো ধৰ্মৰ ফালৰ পৰা উঠিব খোজা নাই, মোৰ হাতত খৰছ কৰিবলৈ পইচা নাই, মই ভোজ খুৱাব নোৱাৰোঁ, চাইকেল কিনি দিব নোৱাৰোঁ, ঠিকাদাৰৰ ওচৰত হাত পাতিবগৈ নোৱাৰোঁ। মই আহিলোঁ। *(অজয় সোমাই যায়। দুয়োজন কৰ্মীয়ে কিছু সময় পৰস্পৰে পৰস্পৰৰ চকুলৈ চাই থাকে)*

১ম কৰ্মী : দেখিলা দোস্ত, ভদ্ৰলোক কাও কাওকৈ গুছি গ'লগৈ।

২য় কৰ্মী : এই বেঙা চবৰ লগত কি কাম কৰিবি বে? ভোট পোৱাটো একেবাৰে চোজা কথা পাইছে। তই যে মোক কিয় এইদালৰ ওচৰলৈ মাতি আনিছিলি জানো! ব'ল নহ'লে নিত্যা শৰ্মাৰ দলত যাওঁ।

১ম কৰ্মী : নিত্যা শৰ্মাৰ গাড়ীৰ ওচৰত, ঘৰৰ আগত 'অজয় নাথৰ' জয় বুলি চিঞৰিছিলি, এতিয়া আক' তালৈ কেনেকৈ যাবি?

২য় কৰ্মী : গুলি মাৰ তোৰ সেই চব কথা, বৃটিছৰ তলত চাকৰি কৰা দেশপ্ৰেমিক বিলাকে কিবা স্বাধীন চৰকাৰৰ তলত চাকৰি নকৰাকৈ আছেনে?

যাৰে টকা তাৰে জয়। যাৰ খাম তাৰ গুণ গাম- সেইটো শাস্ত্ৰৰ নীতি। দূৰ- বেটাই নাম লৈছে - অজয়। হুঁ হ'ব পৰাজয়। মাটি ভেটি চব খতম কৰি দিম ৰ। ইলেকচন খেলে! দূৰ! ব'ল ব'ল নিত্যা শৰ্মাৰ তালৈ বল।

*(দুয়োটা ওলাই যায়। মঞ্চ আন্ধাৰ হয়। লাহে লাহে মঞ্চৰ 'ক' ভাগত পোহৰ পৰে। দেখা যায় অজয় আৰু অবিনাশ ওচৰা-উচৰিকৈ বহি আছে। অজয়ৰ পোচাক প্ৰথমৰটো)*

অবিনাশ : *(হুমুনিয়াহ কাঢ়ে)*

অজয় : কি হ'ল?

অবিনাশ : নোৱাৰিবি। পিছত সকলোৱে হাঁহিব। দৰকাৰ নাই।

অজয় : কিহৰ কথা কৈছে?

অবিনাশ : এই ইলেকচন। পইচা নহ'লে ইলেকচন নহয় বুজিছ। আৰু এটা কথা মই বুজি নাপাওঁ - এই যে লাখ লাখ টকা .. লাখেই ধৰচোন, মানে ইমান বোৰ টকা কেনভাছিঙত খৰছ কৰে।

অজয় : ধুইত, মই ইলেকচন খেলিম বুলি তোক কোনে ক'লে? দুনীয়াৰ যত চব মিছা কথা, যত চব ভণ্ডামি, জুৱাচুৰি কাৰবাৰ মই কৰিব নোৱাৰোঁ। সেইবিলাকত মই নাই।

অবিনাশ : এৰা, তোক লৈ মহা বিপদ হৈছে অ'। কি যে কৰিবি একো ভাবি পোৱা নাই। কিবা এটা কৰিব লাগিব বুজিছ— কিন্তু...। *(এনেতে অবিনাশৰ কামিজৰ ভিতৰত সোমাই যেন পোক এটাই পিঠিৰ ফালে কামুৰি দিয়ে ঠিক এনে এটা ভাৱত "উস" কৰি উঠে।)*

অজয় : কি হ'ল?

অবিনাশ : *(পিঠি ফালে হাত থৈ) উস্, চালা চালা, কিবা পোক সোমালে যেন পাইছোঁ। ধেৎ। (অজয়ে অবিনাশৰ পিঠিৰ কামিজটো দাঙি পৰুৱা এটা উলিয়াই আনে)*

অজয় : কি কৰিবি ইয়াক?

অবিনাশ : মুচৰি পেলা। চালা অকণমান Chance পালেই ইহঁতি 'এটেক' কৰে। মাৰি পেলা, মাৰি পেলা। উস্ চালা মূৰটোকেই গোলমাল লগাই দিলে। অলপ মোহাৰি দে না। *(অজয়ে অবিনাশৰ পিঠিটো মোহাৰি থাকে আৰু এবাৰ হঠাৎ বৈ যায়)*

অবিনাশ : কি হ'ল?

অজয় : মিলিটেৰীবিলাকে বাৰু কি খায় অ'?

অবিনাশ : *(সশব্দে হাঁহি দিয়ে)* কিয় এই হাড়দাল দেখি ছাগলী মণ্ডইলৈ মনত পৰিছে নেকি?

অজয় : নহয়, মানে সিহঁতৰ কাৰোবাৰ বাৰু পেটৰ অসুখ নাছিল নে?

অবিনাশ : পেটৰ অসুখ থাকিলে কিবা যুদ্ধ কৰিব পাৰে নেকি?

অজয় : শিলিখা খাই যুদ্ধ কৰা গল্পটো তোৰ মনত আছে?

অবিনাশ : সেইটো কবিৰাজী প্ৰপগেণ্ডা। ধুইত্।

অজয় : ঐ মজাৰ কথা এটা মনত পৰিছে। অ', এটা গ্ৰেণ্ড আইডিয়া। তই পাৰিবি। তই নিশ্চয় পাৰিবি।

অবিনাশ : কি পাৰিম?

অজয় : ৰ চোন ৰ, মই চিন্তা কৰি চাওঁ, তইতো সব্ সৰকৈ কথা কৈ যাব পাৰ, হো - হোঁকৈ তোৰ ওচৰলৈ মানুহ আহিব বুজিছ? গ্ৰেণ্ড, গ্ৰেণ্ড আইডিয়া।

অবিনাশ : পাগল, কিন্তু কথাটো কি?

অজয় : ৰ চোন ৰ, তই..... তই. .... তই.....

*(মঞ্চ আন্ধাৰ হয়। ক্ৰমে মঞ্চৰ 'চ' ভাগত পোহৰ পৰে। কিছু সংখ্যক মানুহে অবিনাশক আগুৰি থাকে। এজন বৃদ্ধই অত্যন্ত কৌতূহলেৰে অবিনাশলৈ চাই থাকে। অবিনাশৰ হাতত সৰু চিচাৰ বটল এটা। তাত কিছুমান বৰি থাকে। ওচৰত এটা বাকচ। অবিনাশ এইবাৰ ফেৰিৱালা সাজত)*

অবিনাশ : ফ্ৰেণ্ড্চ্, জেণ্টেলমেন আৰু লেডীজ, বাইজ আৰু ককাই - ভাই, বাই-ভনীসকল, প্যাৰে ভায়ো ঔৰ বহেনো- এই সুন্দৰ আবেলি আপোনালোক ঘৰৰ পৰা ওলাই আহিছে, কোনোবা বজাৰলৈ আহিছে, কোনোবা এই নদীৰ পাৰত হাৱা খাবলৈ আহিছে আৰু কোনোবাই হয়তো আগেয়ে বন্দবস্ত কৰি থোৱা মতে নিজৰ নিজৰ দিলজানক মানে লাভাৰক মিট কৰিবলৈ আহিছে। আপোনালোক কোনো কাৰো ধাগুত বৈ থকা নাই। চাৰা চৎচোৰ, চাৰা দুনীয়া হৰদম ঘূৰিছে। কাৰণ আপোনালোক জীয়া মানুহ। কওক আপোনালোক জীয়া মানুহ, নহয়? অলবৎ হয়। আপোনালোক সকলো জীয়া মানুহ; গাত তেজ থকা মানুহ, দিলত জোৰ থকা মানুহ, বুকুৰ পাট্টাত হিম্মৎ থকা মানুহ, গতিকে খুচি মনেৰে ঘূৰি ফুৰিছে। কিন্তু আপোনালোক সদায় এনেদৰে ঘূৰি ফুৰিব পাৰেনে? আপোনালোকৰ দৰে সকলো মানুহ ঘূৰি ফুৰিব পাৰেনে? নোৱাৰে। মই কৈছোঁ নোৱাৰে। আলবৎ নোৱাৰে।

আপোনালোকৰ ঘৰত, অকল ঘৰতে কিয়, ইয়াত আপোনালোকৰ মাজত হয়তো এনেকুৱা মানুহ আছে যাৰ দেহত জীৱ আছে, গাত তেজ আছে কিন্তু দিলত তাকত নাই, শক্তি নাই। কিন্তু তেওঁলোকৰো বজাৰ কৰিবলৈ মন আছে, চিনেমা চাবলৈ মন আছে, লাভাৰক লগত লৈ নৈৰ পাৰে পাৰে ফুৰিবলৈ মন আছে; কিন্তু পৰা নাই। কাৰণ? কাৰণ আছে। কাৰণ নিশ্চয় আছে। চাওক, দিনটোত দচবাৰ যেতিয়া আপুনি টিং লৈ বাৰীৰ পাচফালে দৌৰ মাৰিব লগা হয়, অথবা অফিচলৈ বুলি ওলাই, চিনেমা চাবলৈ বুলি ওলাই, বজাৰ কৰিবলৈ বুলি ওলাই, লাভাৰৰ ওচৰলৈ বুলি ওলাই দুখোজ আহিয়ে পুনৰ ঘূৰি গৈ কাপোৰ সলাব লগীয়া হয় নতুবা দুই তিনি দিন ধৰি এবাৰো যদি আপুনি সেইফালে যাবলগীয়া নহয়, নতুবা কিবা এটা খাই উঠাৰ পিচতে আপুনি যদি গেলা দুৰ্গন্ধ উগাৰ মাৰিব লগা হয়, সকলো সময়তে আপোনাৰ পেটটো যদি ভাত খাই উঠা পাচৰ দৰেই ডাঙৰ আৰু দুবাৰত খুন্দা মাৰিলে দুৱাৰ ভাগি যাব লগা হোৱাৰ দৰে টান হৈ থাকে, আপুনি লাভাৰক লৈ ফুৰিবলৈ যোৱাৰ উৎসাহ পাব? আপুনি চিনেমা চাবলৈ যাব পাৰিব? নোৱাৰে। আপুনি বিচাৰি ফুৰা ছোৱালী জনীৰ লগত যদি আপোনাৰ ফাদাৰ- মাদাৰে যদি সেই দিনাই আপোনাৰ বিয়া পাতি দিব খোজে I am sure আপোনাৰ বিয়া কৰোৱাৰ ফুৰ্তিও তেতিয়া থাকিব নোৱাৰে। সেই মুহূৰ্তত আপোনাৰ অন্যান্য সকলো বিসৰ্জন দি ডাক্তৰৰ ওচৰলৈ যাবলৈ মন যাব। ডাক্তৰে ক'ব আপুনি ষ্টুল পৰীক্ষা কৰাওক, ব্লাড পৰীক্ষা কৰাওক, এক্সৰে কৰাওক তাৰ পিচত দেখিব আপোনাৰ অগ্ৰং বগ্ৰং পৰীক্ষা কৰোতে খৰছ হ'ল দুইশ টকা, আৰু শেষত দৰব দিলে দুই টকাৰ। অসুখ কি? হয়তো গেছ হৈছে, হয়তো লিভাৰ বাঢ়িছে, হয়তো হুক ওৱাৰ্ম হৈছে, থ্ৰেডওৱাৰ্ম হৈছে, ৰাউণ্ড ওৱাৰ্ম হৈছে। হৈছে হৈছে, কিবা এটা হৈছে আৰু। মই কম সেইচব ঝঞ্ঝাতত যোৱাৰ আপোনাৰ কেনো দৰকাৰ নাই। আপোনাৰ কি হৈছে, কি হ'ব পাৰে, কি হোৱাটো বেয়া আৰু কি হোৱাটো ভাল সেইটো মই জানো। কেনেকৈ জানো? মেজিক? যাদু? প্যাৰী ভায়ো ঔৰ বহেনো, এই যে সৰু বটলটো দেখিছে, দেখিছে? এই সৰু চিচিটো? ইয়াত সৰু দুটামান বড়ি আছে মানে টেবলেট, দিনে মাত্ৰ এটাকৈ খাওক, দেখিব আপোনাৰ পেটৰ অগ্ৰং বগ্ৰং সমস্ত জঞ্জাল খটম হৈ গৈছে। আপোনাৰ মুখত হাঁহি বিৰিঙিছে,

আপোনাৰ গাৰ ৰং মানে কালাৰ সলনি হৈ গৈছে। আপুনি নৰকৰ পৰা স্বৰ্গলৈ আহি গৈছে। কেনেকৈ? কেনেকৈ এইটো সম্ভৱ হ'ল? কাৰণ এই টিচিৰ ভিতৰৰ সৰু সৰু টেবলেটটোৱে আপোনাৰ পেটত থকা এশ, দুশ, তিনিশ বছৰীয়া পেলুৰ জইন মাৰি দিছে। আপুনি নয়া জনম পাইছে। আপুনি..........

| | | |
|---|---|---|
| বৃদ্ধ | ঃ | *(ৰুগ্ন কণ্ঠে)* বোপাই অ, হেৰ' চাওঁ *(আগুৱাই আহে)* মোওঁচোন বোপাই, দে বোপাই মোকো তোৰ সেই ঔষধ এবটল দেচোন। নাতি ল'ৰাটো যাওঁ যাওঁ, ঠিকেই কৈছ বোপাই। হগা-মুটা পৰীক্ষা কৰ... এনে কৰা, তেন কৰাৰ শক্তি মোৰ নাই বোপাই। দে বোপাই মোৰ নাতি ল'ৰাটোৰ কাৰণে ..... উস্ অ বোপাই-তাৰ বাপেকটোও যোৱা বছৰ মৰি থাকিল। ল'ৰাটোৰো কিবা এটা হ'বলৈ হ'লে মাকজনী পাগলী হৈ যাব। তাইক আৰু মই বুজাব নোৱাৰিম বোপাই, দে, দে, তোৰ দৰব খাই ল'ৰাটো যদি ভাল হয় -ঈশ্বৰে তোৰ মঙ্গল কৰিব বোপাই।..... তোক... |
| অবিনাশ | ঃ | আপুনি - আপুনি দেউতা- |
| বৃদ্ধ | ঃ | হো বোপাই আঠ অনা কিয় টকাটোকে ল, মোৰ ল'ৰাটো যদি ভাল হয়, হেৰ' বোপাই...... |
| অবিনাশ | ঃ | নাই নাই দেউতা আপোনাক মই এই দৰব দিব নোৱাৰোঁ। |
| বৃদ্ধ | ঃ | দে অ', বোপাই । তাৰ ফেটফিটিয়া পেটটো যদি অলপ...... |
| অবিনাশ | ঃ | আপোনাক এই দৰৱ দিব নোৱাৰোঁ দেউতা। এইবোৰ দৰৱ নহয়, এইবোৰ ফাঁকি, ফাঁকি, আপোনাৰ দৰে সৰল, সহজ অভাৱগ্ৰস্ত মানুহক ঠগি.... নাই নাই দেউতা মই নোৱাৰোঁ, মই নোৱাৰোঁ, মই....... *(মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। তাৰ পিচত লাহে লাহে মঞ্চৰ 'ক' অংশত পোহৰ পৰে, দেখা যায় অজয়ৰ মুখত "নোৱাৰোঁ" "নোৱাৰোঁ" শব্দটো শুনা - নুশুনাকৈ ওলায়। অবিনাশ অজয়ৰ ওচৰত শুই থাকে)* |
| অজয় | ঃ | নোৱাৰ, নোৱাৰ, কিয় নোৱাৰিবি? কিয় নোৱাৰিবি? |
| অবিনাশ | ঃ | কি হ'ল? |
| অজয় | ঃ | ইমান চেন্টিমেণ্ট লৈ তোৰ দ্বাৰা একো নহ'ব। ইমানবোৰ মানুহৰ আগত সঁচা কথা ক'বলৈ তোক কিহে পাইছিল? |
| অবিনাশ | ঃ | মানে? তই কৈছ কি ? |
| অজয় | ঃ | *(হঠাৎ সম্বিত ঘূৰাই পোৱাৰ দৰে)* হঁ কি বুলিলি? অ' *(হাঁহি)* নহয়, মানে ধেৎ, ধেৎ তেৰি, মই ভাবিছিলো তই শিলিখাৰ টেবলেটত কনাই |

কর্টৰ আগত ফেৰিৱালা হৈ বেছিছ গৈ। দৃশ্যটো এবাৰ কল্পনা কৰি চাইছিলো। ধেৎ *(হাঁহি)* বাদ দে সেইবোৰ। চিগাৰেট আছে।

অবিনাশ : চিগাৰেট নাই । ইমাৰ্জেঞ্চী ষ্টকত বিড়ি দুটা আছে, চুৰ কৰি অনা বিড়ি বাবে আচুতীয়াকৈ থৈছোঁ।

অজয় : চুৰ কৰি অনা মানে?

অবিনাশ : ৰাতিপুৱা ঠাই সাৰিবলৈ অহা মানুহজনীয়ে কেইটামান বিড়ি লৈ আহিছিল, সম্ভৱ গিৰিয়েকৰ বাবে। ঠাই সাৰোতে তাই গাত লোৱা কাপোৰখনেৰে সৈতে বিড়ি কেইটা বাৰান্দাতে থৈ দিছিল, দুটা মাৰি দিলোঁ বাপেকে।

অজয় : জ্বলাওঁ দে।

অবিনাশ : জুইশলা আছে?

অজয় : নাই।

অবিনাশ : ধেৎ তেৰি!

অজয় : বিড়ি আনিলি অথচ জুইশলা নাই। খা কিহেৰে খাব। তই যে কি এটা বুৰ্বক। চশমা থাকিব, চকু নাই, জিভা থাকিব, দাঁত নাই,ভাল নালাগে কিবা। আচ্ছা এই মিলিটেৰীবোৰে যদি চিগাৰেটৰ টিন কেইটামানে, জুইশলা বাকছ কেইটামানে এৰি থৈ গ'লহেঁতেন!

অবিনাশ : কেম্পটো ইয়াৰ পৰা কিয় উঠাই নিলে বাৰু?

অজয় : মই কেনেকৈ ক'ম।

অবিনাশ : এৰা, তই কেনেকৈ কবি? কেই বাজিল বাৰু?

অজয় : বাজিল ছাগে কিবা এটা। ভোক লগা নাই জানো?

অবিনাশ : একাপ চাহ খাবলৈ মন গৈছে অ'।

অজয় : বল যাওঁ।

অবিনাশ : ক'লৈ?

অজয় : ক'লৈ মানে........এৰা ক'লৈ যে যাম! সৌফালে যাওঁ ব'ল। সৌ যে সেইফালে বাঁহ গছ জোপা আছে তাৰ তলত বাৰু সেইটো কিহৰ গাঁত অ'।

অবিনাশ : কেম্পৰ যত চব আৱৰ্জনা তাতে চাগে পেলাইছিল।

অজয় : কিয়? সেইটো কিবা ট্ৰেইনিং গ্ৰাউণ্ডো হ'ব পাৰে, ব'ল যাওঁ সেই ফালে।

অবিনা : ৰ চোন কিবা ভাগৰ লাগিছে দেখোন অ'। কাম কৰিলে মানুহৰ ভাগৰ লাগে, কাম নকৰিলেও তেনেহ'লে ভাগৰ লাগে নেকি?

অজয় : মই কেনেকৈ কম?

অবিনাশ : তোৰ ভাগৰ লগা নাই?

অজয় : কিবা এটা যে লাগিছে ঠিক, কিন্তু কি যে লাগিছে.....

অবিনাশ : ঐ, বৰ মজাৰ কথা এটা মনত পৰিছে অ', তই, তই পাৰিবি। You are the —মানে পাৰিবি বুজিছ, বঢ়িয়া হ'ব।

অজয় : পাৰিম বুজিছোঁ, কিন্তু কি সেইটো বুজি ল'ব লাগিব।

অবিনাশ : ঠিকা। Contract.

অজয় : পোনপতীয়াকৈ ক।

অবিনাশ : Capital Investment নকৰাকৈ কাৰবাৰ কৰিব... টোহে আচল কাৰবাৰ বুলি আমাৰ ৰাজধানীৰ পুৰোহিত পাণ্ডাসকলে বক্তৃতা দিয়েই থাকে। কথাটো হওঁতে মিছা নহয় বুজিছ,অলপ চেষ্টা লাগে, অলপ বুদ্ধি লাগে, অলপ কষ্ট কৰিব পৰা হ'ব লাগে।

অজয় : তাৰ পিচত তোৰ মূৰটো কৰিব পাৰিম নহয় জানো?

অবিনাশ : যাৰ মূৰ কৰ কৰি থাকিবি। এতিয়া মোৰ কথা শুন, সেই হলৌবাৰীত সজা কেম্পৰ বাবে বহুত বাঁহ লাগে। বাঁহৰ ঠিকা ল, লাভ হ'ব। এনেয়ো তই ইঞ্জিনীয়াৰ মানুহ, তই নোৱাৰিলে কোনে পাৰিব? বুজিছ, ভাল বিজিনেছ, কেপিটেল নালাগে। বাঁহ Collect কৰিবি, ডেলিভাৰী দিবি আৰু পইচা লবি, বচ। খুব সহজ কথা — খুব সহজ-- তই দেখিবি - দেখিবি... দে.. খি....বি. .

*(মঞ্চ আন্ধাৰ হৈ যায়। লগে লগে মঞ্চৰ 'গু' ভাগত পোহৰ পৰে। দেখা যায় এটা অফিচ ঘৰৰ এখন মেজ আৰু তাৰ আনুসঙ্গিক সৰঞ্জাম। বিষয়াজনৰ সন্মুখৰ চকীত অজয়। মেজৰ ওপৰত ফাইলৰ দম)*

বিষয়া : ৰ'ব, বিলখন দিয়াৰ লগে লগে পেমেণ্ট নহয়।

অজয় : কিমান দিনলৈকে 'লগে লগে' বুলি কোৱা হয়।

বিষয়া : আপোনাৰ নো কিমান টকাৰ বিল?

অজয় : তিনি হাজাৰ পাঁচশ টকা। বিল চাবমিট কৰাৰ তিনিমাহ হ'ল।

বিষয়া : *(হাঁহি)* অ' হয় নেকি? মই আৰু' আপোনাৰ কথাৰ ধৰণ দেখি ভাবিছিলোঁ তিনি বছৰ মানেই হ'ল বুলিহে। তিনি মাহতে আপুনি বিলৰ পেমেণ্ট পাবনে?

অজয় : কিন্তু পেমেণ্ট নাপালে মই বাঁহ চাপ্লাই কৰিম ক'ৰ পৰা? ময়োতো বাঁহ কিনিবহে লাগিব।

বিষয়া : সেইটো আপোনাৰ নিজৰ কথা, মোক তাৰ কৈফিয়ৎ সুধিছে কিয় হেৰি? এইবোৰ কামত মানে... মানে অলপ.... আৰু সেই কাৰণেই

আমি এইবোৰ ঠিকা আমাৰ নিজৰ মানুহক দিবলৈ বেয়া পাওঁ বুজিছে? মানে এই যে অসমীয়া জাতিটো আছে, এই জাতিটোৰ ধৈৰ্য, মানে পেচেঞ্চ বৰ কম। ভুকুতে কল পকাবলৈ বিচাৰে।

অজয় ঃ চাওক, সেইবিলাক কথাৰ প্ৰতি মোৰ অকণো আগ্ৰহ নাই। গতিকে সেইবোৰ কথাৰে সময় নষ্ট কৰাতকৈ মোৰ বিলখনৰ বিষয়ে কি কৰিব পাৰে তাকে কওক।

বিষয়া ঃ কথা নুবুজে যদি আৰু কি ক'ম। ঠিক আছে, তেনেহ'লে হেৰি কৰক মানে সৌ সিটো ৰুমত একেবাৰে মুখতে চুৰীয়া- পাঞ্জাবী পিন্ধা এজন মানুহ আছে। আপুনি kindly তেখেতকে লগ ধৰকচোন। বাৰু ৰ'ব, মই মতাই দিছোঁ। *(কলিং বেল বজায়। অৰ্দালি আহে)* গোস্বামী বাবুক মাত *(অৰ্দালি যায়)* ওঁ, কি কৈছিলোঁ, মানে বিজিনেছ লাইনত আপোনাক নতুন যেন লাগিছে, বহুত কথা হয়তো আপোনাৰ শিকিবলৈ আছে। *(গোস্বামী সোমাই আহে)*

গোস্বামী ঃ মোক মাতিছিল বোলে চাৰ.....

বিষয়া ঃ হেৰি, গোস্বামী, এখেত মানে মিষ্টাৰ... কি আছিল... টায়েটেলটো?

অজয় ঃ নাথ।

বিষয়া ঃ অ' মিষ্টাৰ নাথ।

গোস্বামী ঃ হয় চাৰ।

বিষয়া ঃ এখেতৰ সেই বেম্বু চাপ্লাইৰ বিলখনৰ কথা। বাৰু মিষ্টাৰ নাথ, আপুনি এখেতৰ লগত কথা পাতকচোন, মই অকণমান আহোঁ। সোনকালে আহিম। *(বিষয়া যায়)*

গোস্বামী ঃ আপোনাৰ বিলখন মানে.... অ' সেই হলৌবাৰী কেম্পৰ চাপ্লাই নহয়? ইয়েচ মনত পৰিছে, ভালেমান টকাৰ বিল নহয় জানো?

অজয় ঃ তিনি হাজাৰ পাঁচশ টকাৰ।

গোস্বামী ঃ ৰাইট্ ৰাইট্, আচল কথা কি জানে মিষ্টাৰ নাথ, মানে দোষ আচলতে আপোনালোকৰ গাতহে। আমি ইমান লুতুৰা নাছিলো নহয়। কিন্তু আপোনালোকে জোৰ কৰি লুতুৰা কৰিলে, কি কৰো বাৰু কওকচোন?

অজয় ঃ *(মৃদু হাঁহিৰে)* লুতুৰা স্বভাৱটো মোৰো আছিল দিয়ক, হ'লে কি হ'ব, এতিয়া মৰিছোঁ নহয় পেটৰ অসুখত।

গোস্বামী ঃ *(মূৰ খজুৱাই)* নহয় মানে মই সেইটো লুতুৰাৰ কথা কোৱা নাই, মানে... *(হাঁহি)* মানে আপুনি নতুন মানুহ নহয়? এইবোৰ অলপ অফিছিয়েল লেঙ্গুৱেজ ইউজ কৰিছোঁ। বুজিছে — *(সুৰ সলায়)* তেনে

আপুনি ষাঠি গাড়ী বাঁহ দিলে- নহয় নে?

অজয় : নহয়, নহয় ষাঠি গাড়ী কিয় দিম, এশ গাড়ী দিছোঁ।

গোস্বামী : খালে, খালে। আচলতে আপুনি ষাঠি গাড়ীহে দিব লাগিছিল।

অজয় : হেৰি, ইমান পাহৰিলে কেনেকৈ হ'ব, আপোনালোকে এশ গাড়ীৰ অৰ্ডাৰ দিয়া নাছিল জানো? যিমান অৰ্ডাৰ দিছে সিমান দিছোঁ।

গোস্বামী : তাকেতো কৈছোঁ। আপুনি ষাঠি গাড়ী দিয়া হ'লে বাকী চল্লিছ গাড়ী আমি অফিচৰ পৰাই দিলোহেঁতেন নহয়।

অজয় : সেইটো কেনেকৈ হ'ব?

গোস্বামী : হয়, হয় মিষ্টাৰ নাথ, বিজিনেছ কাৰবাৰটো সদায় মিলি জুলি কৰিব লাগে বুজিছে, দুপইচা আপুনিও পাওক, দুপইচা আমাখো পাওক, নে কি কয়? এতিয়াতো আপোনাৰ বিল পাচ কৰা টানেই হ'ল।

অজয় : কাৰণ?

গোস্বামী : কিবা এটা interest নাথাকিলে লোকৰ কাম লোকে কিয় কৰিব হয়নে?

অজয় : মই বুজা নাই।

গোস্বামী : *(মুৰ খজুৱাই আৰু কিছু কঠোৰ হয়)* বুজিবলৈ আপোনাৰ বহুত বাকী আছে বুলি মই গম পাইছোঁ। শুনক, আপোনাৰ এশ গাড়ী বাঁহৰ প্ৰতিটোৰে এটা Physical verification ৰ কথা আছে।

অজয় : কিন্তু ইমান দিনে বাঁহ কেইটা আপোনালোকে কাটি লগালেই। এতিয়া আৰু' কিহৰ Physical verification ৰ কথা আছে?

গোস্বামী : সেইবোৰ কমপ্লিকেছিত সোমাব লগা নহওক বুলিয়ে মই আপোনাক ইমানবোৰ কথা কৈছিলোঁ, কিন্তু আপুনি যেতিয়া নিয়ম মানিছে আমিও নিয়ম মনাটোৱেই উচিত নহ'ব জানো? পাব, আপুনি নিশ্চয় বিলৰ টকা পাব, মাথোন এবছৰ দেৰ বছৰ সময় লাগিব পাৰে।

অজয় : কিন্তু মোক আজি টকা লাগে।

গোস্বামী : টকানো কাক নালাগে হেৰি?

অজয় : চাওক, কোনো ধৰণৰ ধৈৰ্য ধৰা এতিয়া আৰু মোৰ বাবে সম্ভৱ নহয়।

গোস্বামী : বাৰু, তেতিয়া হ'লে আপুনি একাউণ্টেণ্টৰ ওচৰলৈ যাওক, অ' sorry তেখেতক আজি আপুনি লগ নাপাব।

অজয় : ঠিক আছে, মই জানো কেনেকৈ আপোনালোকৰ পৰা কাম আদায় কৰিব লাগে। শুনক মোৰ নাম অজয় নাথ। জীৱনত সকলো পৰিস্থিতিৰে মুখামুখি হোৱাৰ সাহস মোৰ আছে। আপোনাৰ বিভাগীয়

মন্ত্ৰীক লগত লৈ আপোনালোকক দেখা কৰিমহি, মই আহিছোঁ। *(কোবাকুবিকৈ অজয় ওলাই যায়। গোস্বামীয়ে কিছু সময় ভেবা লাগি চাই থাকে। তাৰ পিছত "কি, কাৰ ওচৰলৈ যাব?" বুলি নিজকে নিজে কৈ ক'ব নোৱাৰা ভাবে কলিং বেলত হাত দিয়ে। কলিং বেল বাজি থাকে। অৰ্দালি সোমাই আহে)*

গোস্বামী : ঐ, ঐ গৰু, এই মানুহজনে যাবৰ সময়ত কি বুলি কৈ গ'ল— শুনিছিলি?

অৰ্দালি : নাই শুনা।

গোস্বামী : কি? নাই শুনা? তই ঘোঁৰাৰ ঘাঁহ কাটিছিলি? কিয় শুনা নাছিলি?

অৰ্দালি : চাৰ, আপোনালোক ডাঙৰ মানুহে কথা পাতোতে.....

গোস্বামী : তোক, তোক মই চাকৰিৰ পৰা খেদিম।

অৰ্দালি : নহয় চাৰ, তেখেত চাহাবে মন্ত্ৰীৰ ওচৰলৈ যোৱাৰ কথা কৈছিল-

গোস্বামী : মন্ত্ৰীৰ ওচৰলৈ? সঁচা, সঁচা কৈছিল তেনেকৈ? মন্ত্ৰীয়ে কি কৰিব? কি কৰিব মন্ত্ৰীয়ে মোক?

অৰ্দালি : *(ভয়ে ভয়ে)* একো নকৰে চাৰ।

গোস্বামী : *(ধমক দি)* তেনেহ'লে ভয় কৰিবলৈ কি আছে? কি আছে ভয় কৰিবলৈ?

অৰ্দালি : একো নাই চাৰ।

গোস্বামী : কি ক'লি? তোক মাতিবলৈ কোনে কৈছে? ভাগ, যা, যা ইয়াৰ পৰা। *(অৰ্দালি দৌৰ মাৰে। গোস্বামীয়ে আকৌ ক'ব নোৱাৰাকৈ কলিং বেলত হাত দিয়ে। বেল বাজি থাকে। মঞ্চ আন্ধাৰ হৈ যায়। ক্ৰমে মঞ্চৰ 'ক' অংশত পোহৰ পৰে। অবিনাশে অকলে অকলে খিলখিলাই হাঁহি বাগৰি পৰে)*

অজয় : ঐ, কি হৈছে তোৰ? পাগলৰ দৰে হাঁহিছ কেলেই?

অবিনাশ : জমিছে অ', বেচ জমাই আহিছ।

অজয় : কি?

অবিনাশ : কিন্তু ইমান খং লৈ তই কিটো কৰিবি?

অজয় : মানে?

অবিনাশ : *(গহীন হৈ)* ঠিকা কৰিলেও গোলমাল আছে বুজিছ, নোবাৰিবি। তই সেইবোৰ গোলমালত সোমাব নোৱাৰিবি।

অজয় : এৰা অ', ময়ো ভাবিছো তই কি কৰাটো ভাল হ'ব। কিবা এটাতো কৰিবই লাগিব। আচ্ছা গাঁৱলৈ গৈ খেতি কৰিবগৈ পাৰিবি?

অবিনাশ : মাটি? গাঁৱত দেউতাই গোটেই জীৱন আধি মাটিত খেতি কৰিয়ে

কটালে। বেঙ্কৰ ধাৰ ল'বলৈকো বোলে নিজৰ নামৰ মাটি বন্ধকত দিব লাগে। পাগল। চব পাগল বুজিছ। কাৰবাৰবোৰ দেখিলে কিবা হাঁহি উঠে।

অজয় : অলপ হাত ভৰি কেইটা পোনাওঁ ব'ল।

অবিনাশ : কেনি যাবি?

অজয় : এনেয়ে সৌফালে। তোৰ দৌৰিবলৈ মন যোৱা নাই? এই প্ৰকাণ্ড ফিল্ডখনত দৌৰিবলৈ ভাল লাগিব অ', ঘোঁৰা এটা পোৱা হ'লে খুব চেকুৰালোহেঁতেন বাপেকে।

আবনাশ : ব'লচোন, সৌফালে যাওঁ, সৌ ওখ টিলাটোৰ পৰা দূৰত ব্ৰহ্মপুত্ৰখন চাবলৈ বেচ ভাল লাগিব।

অজয : মিলিটেৰিবিলাকে বাৰু এইবোৰ চাবলৈ সময় পাইছিল নে?

অবিনাশ : সেইটো মই কেনেকৈ জানো? কিন্তু এই খাল, সৌ টিলাবিলাকক প্ৰটেক্টৰ হিচাপে লৈ যুদ্ধৰ আখৰা যে কৰিছিল, সেইটো একেবাৰে ঠিক কথা।

অজয় : *(উঠি ভৰি - হাত জোকাৰে)* ৰ, দৌৰো ৰ, *( অজয় দৌৰি ভিতৰ সোমাই অলপ পিছত ভিতৰৰ পৰা চিঞৰে। চিঞৰটো বহুত দূৰৰ পৰা আহিব।)* অবিনাশ অ .... বি..... না...... শ. . .

অবিনাশ : অজয় .... *(চিঞৰে)*

অজয় : অবিনা....শ......

অবিনাশ : অজয়.... *(চিঞৰি চিঞৰি অবিনাশ ভিতৰ সোমায়)*

।। বিৰতি।।

*(আঁৰ কাপোৰ উঠাৰ পিছত 'ক' অংশত দেখা যায় অজয় আৰু অবিনাশে দুয়ো দুয়োৰে হাতত ধৰা ধৰিকৈ শক্তি পৰীক্ষাৰ খেল খেলে। পাঞ্জা খেল। এসময়ত খেলৰ সিদ্ধান্ত নোহোৱাকৈ দুয়ো দুয়োৰে হাত এৰি দি সশব্দে হাঁহি দিয়ে আৰু দুয়ো দুয়োৰে পিঠিত পিঠিয়া পিঠিকৈ আউজি ভাগৰ পলুৱায়। কেই মুহূৰ্ত্তমান এনে দৰে থকাৰ পিছত দুয়োটা পুনৰ প্ৰথমৰ দৰে বহে)*

অবিনাশ : এই, পইচা আছে?

অজয় : পইচা মই ক'ত পাম?

অবিনাশ : ডিঙিটো শুকাই গৈছে। চাহ একাপ ক'ৰবাত খাব লাগিছিল।

অজয় : শৰ্মাৰ দোকানৰ আগৰ ধাৰবোৰ মাৰিলি জানো?

অবিনাশ : ব'ল শৰ্মাৰ দোকানলৈ যাওঁ। ক'ম, অহা মাহত আদায় দিম বুলি।

অজয় ঃ মিছাকৈয়ে দুটা কথা শুনিবলৈ মই নাযাওঁ।

অবিনাশ ঃ বাকী নিদিলে গোলমাল লগাই দিম ব'ল।

অজয় ঃ তই যে কি আৰু! হাতত বাৰু পইচা এটাও থাকিব নাপায়নে? ঐ ঠিক কথা এষাৰ মনত পৰিছে, আচ্ছা তই প্ৰেমত পৰিছিলি নহয়?

অবিনাশ ঃ ওঁ, কলেজত থাকোঁতে।

অজয় ঃ কলেজত থাকোতে মানে? এতিয়া বাদ দিলি নেকি?

অবিনাশ ঃ তই যে জানি শুনিও কথাবোৰ সোধ আৰু! মইতো কৈছোৱেই মীনাক্ষীয়ে মোক এতিয়াও বিচাৰে, মোৰ সাহস হোৱা নাই। প্ৰেম কৰিবলৈকো অন্ততঃ নিশ্চিন্ত মন এটা লাগে অ'।

অজয় ঃ মীনাক্ষীৰ বাপেকতো বেচ ধনী আৰু হাত থকা মানুহ!

অবিনাশ ঃ অসুবিধা সেই খিনিতেই। শহুৰৰ অনুকম্পাতে সংসাৰ পাতো কেনেকৈ কচোন? মীনাক্ষীক ভাল পাওঁ আৰু ভাল পাওঁ, বচ, বিয়া চিয়া এই চব বাজে কথা।

অজয় ঃ মই কৈছোঁ তই বিয়া কৰা। মীনাক্ষীকে বিয়া কৰা। তোৰ ভাগ্য মুকলি হ'ব পাৰে। মোৰ কথা শুন। মীনাক্ষী-মীনাক্ষী সেই লাজকুৰীয়া লাহী ছোৱালী জনী; সেই কন্দা কন্দা চকুহালি, তাই ওৰণি- বাৰণি লৈ তোৰ ওচৰলৈ আহিব ... তাই .... তাই... তাই....

*(মঞ্চৰ 'গ' ভাগত পোহৰ পৰে। এটি সাধাৰণ কোঠা। এখন বিচনা, খণ্ডত মীনাক্ষীয়ে বাকচৰ আলনা আদিৰ পৰা বস্তুবোৰ দলিয়াহ দলিয়াই পেলায়। অবিনাশ সোমাই আহি কিছু সময় নিৰীক্ষণ কৰি মীনাৰ ফালে আগবাঢ়ি যায়।)*

অবিনাশ ঃ মীনা, মীনা কি হৈছে তোমাৰ? ঘৰৰ বস্তুবোৰ এনেদৰে দলিয়াইছা কিয়? *(মীনাক্ষীয়ে হুকহুকাই কান্দি বিচনাত পৰে। অবিনাশে কিছু সময় মীনালৈ চাই থাকি লাহে লাহে মীনাৰ ওচৰত বহে আৰু অতি মৰম লগাকৈ কয়।)* মীনা তুমি কান্দিছা কিয়? কাৰ ওপৰত ইমান খং উঠিছে? মীনা! *(মীনাৰ গাত মৰমেৰে হাত থোৱাৰ লগে লগেই মীনাই ঠেলা মাৰি দিয়ে)*

মীনাক্ষী ঃ নুচুবা মোক। নাহিবা মোৰ ওচৰলৈ।

অবিনাশ ঃ তোমাৰ কি হৈছে মীনা?

মীনাক্ষী ঃ ক'তা কি হৈছে মোৰ? কি হ'ব পাৰে মোৰ? মোৰ একো হোৱা নাই। তোমাৰ ওচৰত আছোঁ যেতিয়া মোৰ কি হ'ব পাৰে?

অবিনাশ ঃ তুমি কান্দিছা কিয়?

মীনা : *(অভিমানেৰে)* কান্দিছোঁ? *(বিক্ষুব্ধ হাঁহিৰে)* হাঁহিছোঁ। খুউব হাঁহিছোঁ। তোমাৰ ওচৰত থাকি মই কেনেকৈ কান্দিম? ধাৰ সধা মানুহ আহি ঘৰতে মোক অপমান কৰি যাব, মই নাহাঁহি থাকিম কিয়? ঘৰ ভাড়া দিব নোৱাৰাৰ কাৰণে ঘৰৰ মালিকে আহি মোক ৰঙা চকু দেখুৱাই ঘৰৰ পৰা ওলাই যাবলৈ ক'ব, মই নাহাঁহি থাকিব পাৰোনে? হাঁহা, তুমিও হাঁহা, হাঁহা..... হাঁহা... হাঁহানা.... হাঁহা.... হাঁহা.... *(কান্দি দিয়ে)।*

অবিনাশ : মীনা ! মীনা!

মীনা : হাঁহিছো নহয়, চোৱা মই খুব হাঁহিছো। আৰু হাঁহিম? হাঁহি- আৰু? আৰু হাঁহিম? হাঁহিম? হাঁহিম?

অবিনা : মীনা!

মীনা : নামাতিবা মোক। বিয়া কৰাই আনি তুমি মোক কি খুৱাইছা? কি পিন্ধাইছা? দেউতাই যাচি দিয়া চাকৰি কৰিলে তোমাৰ পুৰুষত্বত আঘাত লাগিল- অথচ কোলাৰ কেচুৱাক গাখীৰৰ টিন এটা আনি খুৱাবহি নোৱাৰা, সেইটোত পুৰুষত্বৰ মৰ্যাদা বাঢ়িল নহয়? ধাৰ সধা মানুহৰ অপমান সহ্য কৰি থাকি তোমাৰ পুৰুষত্বই গৰ্ব কৰিব পাৰে, মই নোৱাৰোঁ। মই অপমান বোধ কৰোঁ।

অবিনাশ : *(খঙেৰে)* মীনা, তোমাৰ মুখ যথেষ্ট বাঢ়ি গৈছে।

মীনা : অ' এতিয়া মোৰ মুখ বাঢ়িছে! তোমাৰ আৰ্থিক অক্ষমতাক ঢাকিবৰ কাৰণে আনৰ ওচৰত গৈ তোমাৰ ওকালতি কৰিব লগা নোহোৱা হ'লে, মোৰ মুখ বন্ধ কৰি থোৱাত বিশেষ আপত্তি নাথাকিলহেঁতেন। দেউতাই যাচি দিয়া চাকৰিত তুমি দেউতাৰ অনুকম্পা দেখা পালা- আৰু এতিয়া ধুবি, মুচি, নাপিত, দোকানীৰ অনুকম্পাত দিন কটাবলৈ তোমাৰ লাজ লগা নাই?

অবিনাশ : মই কৈছোঁ তুমি মুখ বন্ধ কৰা।

মীনা : নকৰোঁ, ক'ব লগাখিনি মই কমেই।

অবিনাশ : তুমি পাগল হৈ গৈছা।

মীনা : আৰু কি হৈছোঁ? নোকোৱা কিয়- আৰু কি হৈছোঁ মই? *(হাঁহি)* পাগল হৈছোঁ! মই যদি পাগল হৈছোঁ তাৰ বাবে দায়ী তুমি, তুমি। মোৰ কি মন নাযায়- মই মোৰ বাইদেউহঁতৰ দৰে সুখী, স্বচ্ছল সংসাৰ এখন পাতি হাঁহি - ধেমালিৰে দিন কটাওঁ? মোৰ জানো মন নাযায় মোৰ ল'ৰা- ছোৱালীক মনৰ হেপাহেৰে খাবলৈ দিওঁ? পিন্ধিবলৈ দিওঁ, খেলিবলৈ দিওঁ,? মোৰ জানো মন নাযায় মোৰ বাইদেউহঁতৰ দৰে

ময়ো দেশ- বিদেশত ভ্ৰমণ কৰোঁ? মোৰ কি মন নাই... মন নাই...মন নাই...... *(কান্দে)*

অবিনাশ : *(কোমল মাতেৰে)* মীনা! *(কান্দোন বেছি হয়)* কপাল মীনা, কপাল; তোমাৰ কপাল, মোৰ কপাল, ইহঁত ল'ৰা- ছোৱালী কেইটাৰ কপাল।

মীনা : তোমাৰ খেয়ালি আৰু পুৰুষত্বৰ গৌৰবৰ বাবে ল'ৰা- ছোৱালী কেইটাক জগৰীয়া নকৰিলেই মই ভাল পাম।

অবিনাশ : মীনা, দেউতাৰালৈ লিখি দিয়া মীনা, তেখেতে দিব খোজা চাকৰিটো মই ল'ম, ল'ম মীনা, ল'ম, মীনা.......

*(মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে। এক অশান্ত সংগীত শুনা যায়। ক্ৰমাৎ পোহৰ পৰে মঞ্চৰ 'ক' ভাগত। দেখা যায় অবিনাশ অজয়ৰ ওচৰতে ঘাঁহনিত শুই আছে। অজয় বহি আছে)*

অজয় : ওঁহো, বাদ দে।

অবিনাশ : কি বাদ দিব লাগে?

অজয় : নহয়, মানে, আৰে শহুৰৰ অনুকম্পাত তই চাকৰি লবি কিয়? নাই, নাই সেইটো কৰিবলৈ মই তোক দিব নোৱাৰোঁ।

অবিনাশ : কি হ'ল তোৰ?

অজয় : *(হঠাৎ সাৰ পোৱাৰ দৰে)* হুঁ, অ', নাই, ধেৎ *(খিল খিলকৈ হাঁহি)* মোৰ ভাব হৈছিল মীনাক্ষীৰ লগত তই সংসাৰ কৰিছ, কাজিয়া কৰিছ, যাঃ কি যে বাজে চিন্তা!

অবিনাশ : মীনাক্ষীক বিয়া কৰাব পৰা হ'লে বেয়া নাছিল, পিছে নোৱাৰিমগৈ। কম্প্ৰমাইজ কৰিবলগীয়া হ'ব পাৰে, সম্ভৱ নহ'ব।

অজয় : ইমাৰ্জেঞ্চী ষ্টকত থকা বিড়ি দুটা আছে নহয়?

অবিনাশ : জুইশলাৰ যোগাৰ কৰচোন।

অজয় : তই এটা মস্ত বুৰ্বক অ', বিড়ি আনিলি অথচ জুইশলা নাই।

অবিনাশ : আঠুৰ বিষ উঠিছে বল যাওঁ।

অজয় : ক'লৈ?

অবিনাশ : কিনো কৰিম ইয়াত? মিলিটাৰীয়ে এই ঠাইখনত কেম্প কৰি থাকি গ'ল অথচ বন্দুক এটা এৰি থৈ নগ'ল। বন্দুক এটা পোৱা হ'লে অন্ততঃ চিকাৰকে কৰিব পাৰিলোহেঁতেন।

অজয় : গাধ, তই এটা গাধ। বন্দুক পালেই চিকাৰ কৰিব পাৰিবিনেকি? গুলী ক'ত পাবি? এই যে এতিয়া বিড়ি আছে, অথচ জুই শলা নাই। বন্দুক থাকিব অথচ ..... ধেৎ বাজে কাৰবাৰ।

অবিনাশ : কিবা ভাল লগা নাই। কিবা এটা কৰিবৰ মন গৈছে, কি যে কৰিবৰ মন গৈছে জানো! ঐ এটা কাম কৰোঁ-

অজয় : কি?

অবিনাশ : সৌ টিলাটোলৈ দৌৰোঁ ব, চাওঁচোন একেকোবে উঠিব পাৰোঁনে নোৱাৰোঁ।

অজয় : ঐ, এটা কাম কৰোঁ-

অবিনাশ : কি?

অজয় : চিঞৰোঁ ধৰ।

অবিনাশ : পাগল নেকি?

অজয় : আচ্ছা, তাহানি যে আমাৰ ইংৰাজী প্ৰফেচাৰ চৌধুৰী চাৰে কোনোবা নাটকৰ পৰা গান এটা গাইছিল মনত আছে?

অবিনাশ : নাই।

অজয় : যাঃ তই বৰ dull অ', সেই যে-

WE SWEAR TO RELEASE THEE FROM
HUNGER
AND HARDSHIP,
FROM THINGS THAT ARE UGLY AND COMMON
AND MEAN;
THE PEOPLE TOGETHER SHALL BUILD
A GREAT CITY
THE FINEST AND FAIREST THAT
EVER WAS SEEN

*(তাৰ পিছত গুণগুণাই সুৰ ধৰি গানটো গাবলৈ চেষ্টা কৰে)*

অবিনাশ : এই সেই গানটো? গা-না-

অজয় : গান? মই কি গান গাব লাগে অ'?

অবিনাশ : সেই যে গানটো তোৰ ৰীতা বাইদেৱে গাইছিল।

অজয় : ৰীতা বাইদেৱেতো বহুত গানেই গাইছিল।

অবিনাশ : এৰা বহুত গানেই গাইছিল ৰীতা বাইদেৱে। অথচ এই অতুলনীয় কণ্ঠ হঠাতে কিয় যে বন্ধ হৈ গ'ল! মোৰে এতিয়াও এনে লাগে যেন ৰীতা বাইদেৱে তোকে, মোকে সন্মুখত বহুৱাই লৈ তানপুৰাখনত আঙুলি বুলাই বুলাই গাইছে- 'সজীৱ কৰিলোঁ স্বপ্ন আমাৰ সুৰৰ মায়াৰে মোৰ'।

অজয় : মনে মনে থাক অবিনাশ, ৰীতা বাইদেউৰ কথা ক'লে মোৰ বুকুখন কঁপি উঠে।

অবিনাশ : তথাপি.... তথাপি এৰা অ', তই ৰীতা বাইদেউৰ ওচৰলৈ যা, হাজাৰ হওক ৰীতা বাইদেউতো অন্য দহজনী ছোৱালী হ'ব নোৱাৰে।

অজয় : মাজে মাজে তই ইমান চিৰিয়াছ কিয় যে হৈ যাৱ? ধেৎ মোৰ ভাল নালাগে।

অবিনাশ : মই ক'ব খুজিছোঁ.... তই ৰীতা বাইদেউৰ ওচৰলৈ যা, ভিনীহিয়েৰক এবাৰ কওঁগে যে চাকৰি.....

অজয় : চাকৰি? ভিন্‌দেউৰ ওচৰত?

অবিনাশ : ৰীতা বাইদেউ! এটা বৰ কোমল, বৰ পবিত্ৰ নাম। কি যে এটা সুৰ মই শুনিছোঁ,- সজীৱ কৰিলোঁ স্বপ্ন আমাৰ সুৰৰ মায়াৰে মোৰ। ৰীতা বাইদেউৱে যেন সঁচাকৈয়ে আমাৰ স্বপ্ন সজীৱ কৰিছে। যেন.....যেন..... *(মঞ্চ ক্ৰমাৎ আন্ধাৰ হয়। লাহে লাহে পোহৰ পৰে মঞ্চৰ 'খ' ভাগত। এটি সুসজ্জিত কোঠা। এক আভিজাত্যৰ নিদৰ্শন কোঠাৰ চৌদিশে। দেখা যায় চুচুক চামাক কৰি অজয়ে ইফালে সিফালে চাই আছে। কিছু সময় মঞ্চত অজয় অকলে। ভিতৰৰ পৰা সম্পূৰ্ণ আধুনিক সজ্জাৰে সজ্জিতা হৈ ৰীতা বাইদেউ সোমাই আহে।)*

অজয় : *(ৰীতা বাইদেউক দেখি)* নমস্কাৰ, মই মানে ৰীতা বাইদেউক.....

ৰীতা : অজয়।

অজয় : ৰী-তা বাইদেউ-তই!

ৰীতা : হঠাৎ আজি তই কিয় আহিলি অজয়?

অজয় : তই? তই সচাঁকৈয়ে জানো ৰীতা বাইদেউ?

ৰীতা : *(খিলখিলাই হাঁহি)* চিনি পোৱাত অসুবিধা হৈছে নহয়? তোক কিন্তু মই ঠিক চিনি পালোঁ। তই বাৰান্দাত থিয় হওঁতেই মোৰ সিটো কোঠাৰ আয়নাত তোৰ মুখখন দেখিয়েই বাহাদুৰক ক'লো- যা বাবুক আনি একদম কোঠাত বহিবলৈ দে হি।

অজয় : *(নিজে নিজে কোৱাৰ দৰে)* ৰীতা বাইদেউ।

ৰীতা : তই আহিবি বুলি মই কিন্তু ভবা নাছিলোঁ। তইতো মোৰ সংসাৰ চাবলৈ কাহানিও অহাৰ কথা নাছিল। তইতো ইয়ালৈ কাহানিও অহাৰ কথা নাছিল, তইতো মোক এই ৰূপত কাহানিও দেখাৰ কথা নাছিল। তই জানো মোৰ এই সাজ—সজ্জা কেতিয়াবা দেখাৰ কথা আছিল? সঁচাকৈয়ে তই মোক চিনি পোৱা নাছিলি নহয়?

অজয় : *(নিজৰ অজ্ঞাতে কথা কেইটা এটা এটাকৈ ওলাব)* মুখত এই ঘৰ্মাক্ত প্ৰলেপ, চকুৰ পতাত সাগৰৰ নীলাভ, চেলাউৰিত তুলিকাৰ টান, ওঁঠত ৰঙা জবাৰ ৰং, অঙ্গে অঙ্গে ইমান অলঙ্কাৰ, দেহত কি অতুলনীয় আৱৰণ তোৰ, তই মোৰ ৰীতা বাইদেউ কেনেকৈ হ'বি? মোৰ ৰীতা বাইদেউ কিয় হ'বি? নাই, নাই, ৰীতা বাইদেউ হ'ব নোৱাৰ, তই ৰীতা বাইদেউ কেতিয়াও হ'ব নোৱাৰ। কি... যেন ... কি যেন... ৰীতা বাইদেউ!

ৰীতা : *(আকৌ হাঁহি)* তোৰ ভল লগা নাই? ভাল লগা নাই ... া এই প্ৰাসাদোপম অট্টালিকা দেখি? তোৰ ভাল লগা নাই ...োৰ মুখৰ প্ৰতিটো আদেশ পালনৰ বাবে সভয়ে প্ৰস্তুত হৈ ৰৈ থকা ...নবোৰ লগুৱা লিকচৌ দেখি? মোৰ ভোগ, মোৰ বিলাস. মোৰ প্ৰাচুৰ্যই তোৰ হৃদয় মন ভৰাই তোলা নাই? মই যে তোৰ বাইদেউ, তই যে মোৰ ভাই, বৰ মৰমৰ ভাই, অজয়- মই কিমান সুখী, মই কিমান সুখী, কিমান... ..

*(টেলিফোন বাজে)*

ৰীতা : *(ৰিচিভাৰ তুলি)* হেল্ল', তুমি ৰৈ আছা নেকি?... কি? ...মোৰতো হৈ গ'ল..... কি যে কোৱা.. ধেৎ.. মই একদম ৰেডী আছোঁ। প্লীজ . খং নকৰিবা না ... ইস্ তুমি তেনেকৈ ক'লে মই মৰি যাম ভাই... জাষ্ট একমিনিট.... কি গাড়ী? না... সেইখন গাড়ী নিনিওঁ- ধেৎ, ইমান ডাঙৰ গাড়ীখন ভাল নালাগে। ...কি? ... যাঃ দুষ্ট। ও বাই.... *(ৰিচিভাৰ থয়)* ভিনদেউৰে ফোন কৰিছিল অ'। এটা আৰ্জেণ্ট এনগেজমেণ্ট আছে। তেওঁ বোলে ৰৈ আছে, অকণমান দেৰি হোৱা হ'লেই তোক আজি লগ নাপালোহেঁতেন। মই ঠিক যাবলৈ ওলাইছিলোৱেই। তই আজি থাকিবি নহয়?

অজয় : *(হাঁহি)* মোৰ কাপোৰৰ ধূলি লাগি তোৰ ঘৰৰ চকী- মেজবোৰ লেতেৰা হ'ব পাৰে বুজিছ আৰু.. আৰু কি জান? মই যিজনী ৰীতা বাইদেউক লগ পাবলৈ আহিছিলোঁ- সেই জনীতো তই নহয়। মই কাৰ ওচৰত থাকিম?

ৰীতা : অজয়!

অজয় : সেই যে এটা গান, সজীৱ কৰিলোঁ স্বপ্ন আমাৰ.... .

ৰীতা : নাই নাই, সেইবোৰ কথা মোক নুসুধিবি অজয়। গান মই পাহৰিলোঁ। বৰ হাঁহি উঠে বুজিছ। কি যে পাগলৰ দৰে এদিন মই গান গাইছিলোঁ।

বুৰ্বকৰ দৰে মানুহবোৰে মোৰ মুখলৈ চাই চাই মোৰ গান শুনিছিল; এইটো বাৰু এটা কথা হ'লনে কচোন? মই এতিয়া বুজি পাইছোঁ অজয়- গান-চান এইবিলাকৰ কোনো অৰ্থ নাই। এইবিলাক খাবলৈ নোপোৱা অথচ ভেম এৰিব নোখোজা মধ্যবিত্তৰ বিলাস। কি হ'ব গান গায়? নাই, নাই মোৰ আজি কোনো স্বপ্ন নাই, সুৰৰ মায়া নাই, মোৰ একো নাই, মোৰ একো নাই অজয়, মোৰ.. মই বাৰু নিঃস্ব নেকি অ'? অজয়- *(অজয়ৰ চকু অদূৰত থকা এক'ৰিয়ামটোত আবদ্ধ)* কি চাইছ, তেনেকৈ তন্ময় হৈ — কি চাই আছ অজয়-?

অজয় : *(চক খাই উঠে)* হু, নাই, মানে মানে...... ৰীতা বাইদেউ— তই যে আচলতে কোন, তই-তই যে.... মানে তোৰ নাম যে কেতিয়াবা.....

ৰীতা : *(হাঁহি দিয়ে)* সৌফালে কি চাইছিলি? সৌ এক'ৰিয়ামটো? বহু টকা খৰছ কৰি সজোৱা এই এক'ৰিয়ামটো চাই তোৰ ভাল লাগিছে নহয়? চা না এইখিনি সাগৰীয় মাছ, সিহঁতে ইয়াত কি পোৱা নাই বাৰু? সিহঁতেতো ইয়াতো নাছি ফুৰিছে। সিহঁতে ইয়াত্রে বহুত কিবা কিবি পাইছে। কিন্তু... কিন্তু অজয় সাগৰ পোৱা নাই। আৰু, আৰু এই সুনিৰ্মিত অট্টালিকাত, এই এক'ৰিয়ামত মই, ময়ো বন্দী অজয়, ময়ো বন্দী।

অজয় : ৰীতা বাইদেউ!

ৰীতা : ৰীতা বাইদেউ! সঁচাকৈয়ে তই মোক ৰীতা বাইদেউ বুলি মাতিছ? কিন্তু মই জানো তোৰ সচাকৈয়ে ৰীতা বাইদেউ? ঘৰত বোৱা সাধাৰণ কপাহী মেখেলা-চাদৰ পিন্ধি হাতত তানপুৰা লৈ সুৰেৰে সহস্ৰ দৰ্শকক অবাক কৰি যোৱা সেইজনী ৰীতা বাইদেউ মই হয় জানো অজয়? *(পাগলৰ দৰে হাঁহি)* কিমান যে হাঁহি উঠে সেইবোৰ কথা মনত পৰিলে। তোৰ হাঁহি নুঠে? অজয়, আজি মই পত্নী, মোৰ স্বামীয়ে তোৰ ভিনিহিয়েৰে কি চাকৰি কৰে জান? নাই ক'ত জানিবি তই! ইমান গুণী, ইমান দূৰদৰ্শী-তোৰ ভিনিহিয়েৰ! চা-চোন চাকৰিৰ মাত্ৰ সাতোটা বছৰতে লক্ষ টকাৰ অধিকাৰী হ'ব পাৰিলে। পাৰিবি তেনেকুৱাকৈ চাকৰি কৰিব?

অজয় : বাইদেউ!

ৰীতা : চা, চা অজয়, এয়া এপদ এপদকৈ মই তোৰ আগত মোৰ শৰীৰৰ সমস্ত অলঙ্কাৰ , সমস্ত আভৰণ খুলি দিওঁ, চা, তোৰ ৰীতা বাইদেউক বিচাৰি চা, চা-না, চা, চা, নাচাৱ কিয় চা *(এফালৰ পৰা গাৰ অলঙ্কাৰ*

*আৰু বস্ত্ৰ খহাই যায়)*

অজয় : *(চিঞৰি)* বাইদেউ!

ৰীতা : নাপাব, তই আৰু তোৰ সেই ৰীতা বাইদেউক বিচাৰি নাপাব। এইফালে আহ, মোৰ ওচৰলৈ আহচোন। *(Iron Safe খোলে)* এইবোৰ কি দেখিছ? চা, চাচোন এইবোৰ মোৰ অলঙ্কাৰ। ভিনিহিয়েৰৰ মৌলে কিমান মৰম! চা চুই চা আৰু, আৰু এইবোৰ চা, টকা। ইমান টকা দেখিছিলি কেতিয়াবা? স্কুলৰ শিক্ষক দেউতাই সমগ্ৰ জীৱনত ইয়াৰ সিকি ভাগো উপাৰ্জন কৰিব পাৰিছিলনে বাৰু? চা না কিম...ৰ টকা *(হাঁহি)* কি ভাবিছ? ব্ৰেক মানি বুলি তই ছাগে বুজিছ নহয়? যিহকে ভাব, ভাব। এইবোৰ কিন্তু আমাৰ নিজা টকা, কিমান সুন্দৰ চাকৰি কৰে তোৰ ভিনিহিয়েৰে। চা চোন, চুই চা না, কি হ'ল? এইজনী পখিলা। কেনেকৈযে ইয়াত সোমালহি জানো? মৰি থাকিল দেহি। অজয়, লাগে তোক টকা? দেউতাক নক'বি কিন্তু। দেউতাই জানে-এইবোৰ চব বেয়া টকা বুলি, মাষ্টৰ মানুহ নহয়-জীৱনটো বৈদিক যুগতে ৰাখিব খোজে। চুই চা না... (অজয়ে লাহেকৈ হাত সুমাই Case Box ৰ পৰা পিস্তল এটা উলিয়াই আনে। গুলিও আনি ভৰায়) আৰে- তই-তই পিস্তলটো লৈছ কিয়?

অজয় : কাৰণ তই জীয়াই থকাটো মই নিবিচাৰোঁ।

ৰীতা : (চিঞৰি) অজয়!

(হঠাৎ মঞ্চ আন্ধাৰ হৈ পৰে। লগে লগে অবিনাশে চিঞৰি দিয়ে- "অজয়! অজয়!" 'ক' অংশত পোহৰ পৰাৰ লগে লগে দেখা যায়- অজয় অবিনাশৰ ওচৰত শুই আছে। টোপনি।)

অবিনাশ : (অজয়ৰ গাত হেচুকি দিয়ে) অজয়, পিস্তল, পিস্তল-

অজয় : (সাৰ পায়) হু, (ঘপহকৈ উঠে) পিস্তল?

অবিনাশ : পিস্তল!

অজয় : ঐ, কি হ'ল?

অবিনাশ : হুঁ?-তই? ধেৎ মোৰ আক' কি হ'ল? কি যে হ'ল? কি যে এক অদ্ভুত বিকৃত চিন্তাই মোৰ মগজুত গোলমাল লগাইছিল। তই যেন ৰীতা বাইদেউৰ... যেন পিস্তলেৰে... ধুইত.....।

অজয় : পাগল! অকণমান শুই থাক ঐ। ভাল লাগিব।

অবিনাশ : শুবলৈ মন গৈছে শুই থাক। মই কিন্তু এতিয়া দৌৰিমহে।

অজয় : কি?

অবিনাশ : উঠ, আমি চিঞৰোঁ ধৰ।

অজয় : পাগল হৈছ নেকি তই?

অবিনাশ : ভাল মানুহ হৈ দেখোন বহু দিন থাকিলি, দেচোন, এতিয়া অলপ পাগলামিকে কৰোঁ (কথা কৈ কৈ অবিনাশ উঠে আৰু দুই এখোজ ইফাল সিফাল কৰে)

অজয় : কেনি যাব?

অবিনাশ : হুঁ, (আকৌ অজয়ৰ ওচৰত আহি বহেহি) কেনি যাম? এৰা কেনি যে যাম! ঐ, মোৰ বুকুখনত হাত দি চা চোন!

অজয় : কি হৈছে?

অবিনাশ : ক'ব নোৱাৰোঁ। কিবা বিষ বিষ অনুভৱ কৰিছোঁ। তই কান্দিব পাৰ?

অজয় : নোৱাৰোঁ।

অবিনাশ : ময়ো নোৱাৰোঁ। কিন্তু চিঞৰি চিঞৰি কান্দিব পৰা হ'লে বেয়া নাছিল কিজানি। কি যে কৰোঁ, কেনি যে যাওঁ। মন গৈছে গাঁৱৰ ঘৰলৈ গুছি যাওঁগৈ।

অজয় : গাঁৱৰ ঘৰলৈ গৈ কি কৰিবি!

অবিনাশ : সেই একেই কথা-কি কৰিবি, কি কৰিবি, কি কৰিবি। দেউতাই সুধিব-পঢ়াশুনা শেষ কৰিলি-এতিয়া তই কি কৰিম বুলি ভাবিছ, গাঁৱৰ মানুহে আহি সুধিব-ইমান পঢ়া শুনা কৰি আহিছ বোপাই এতিয়া কি কৰিবি পিছে? গাঁৱত সৰুতে এৰি অহা লগ সোপাই সুধিব- হেৰ' এতিয়া কি কৰিবি, কি কৰিবি , কি কৰিবি। একো নকৰোঁ, মই একো কৰিবলৈ নিবিচাৰোঁ, মই একোৱে নকৰোঁ কাৰণ মোৰ কৰাৰ বাট তোমালোকে বন্ধ কৰি দিছা।

অজয় : অবিনাশ! তই খং কৰিছ?

অবিনাশ : তই ক- তই কিয় পঢ়িছিলি? তই ক, মাৰৰ কাণৰ, ডিঙিৰ অলঙ্কাৰ বন্ধকত থৈ, মাটি বেচি তই কিয় ডিগ্ৰী ল'বলৈ আহিছিলি? তই কি পাইছ, তই কি পাবলৈ আশা কৰিব পাৰ?

অজয় : পাবি অবিনাশ, সকলো পাবি।

অবিনাশ : *(ব্যঙ্গ সুৰত)* পাবি অবিনাশ, সকলো পাবি। তোৰ মূৰ পাম। তোৰ মোমায়েৰে বৰ Sincere হৈ চাকৰি কৰি বুৰক্ৰেট আঁতৰাবলৈ উঠি পৰি লাগিছিল। কি হ'ল? কি হ'ল পিছত? কিয় নিজেই চাকৰি ইস্তফা দিব লগা হ'ল? নকৰ কেলেই, কিয় কাম ৰিজাইন দিব লগা হ'ল? তোৰ সন্মুখত সৌবোৰ চাৰিশ -পাঁচশ টকাৰ চাকৰিয়ালৰ

প্ৰকাণ্ড দালান কেনেকৈ উঠিছে সেই খবৰ তইঁতে লোৱা নাই কিয়? ক, উত্তৰ দে, হাঁ কৰি মুখ মেলি কি চাই আছ? *(ব্যঙ্গ সুৰে)* পাবি অবিনাশ, সকলো পাবি! নিলৰ্জ! নপুংসক!

অজয় : মূৰ ঠাণ্ডা কৰ অবিনাশ। মোৰ ওপৰত খং কৰি তোৰ কি হ'ব কচোন?

অবিনাশ : কাৰণ তোৰ এতিয়াও খং উঠা নাই , কাৰণ তই অপদাৰ্থ, কাৰণ তোৰ শৰীৰত যৌৱনৰ আচল তেজ নাই, কাৰণ তই ধৈৰ্য ধৰাৰ নিৰ্লজ্জ উপদেশ দিয়।

অজয় : তয়ো মোৰ ওচৰত তোৰ যৌৱনৰ বাহাৰ দেখুৱাব খোজ অবিনাশ! য দদায়েৰে যেতিয়া তেওঁৰ সোতৰ বছৰীয়া ছোৱালী জনীক মুকুট, মাটি বন্ধকৰ পৰা মোকোলোৱাৰ আশাত দুকুৰি বছৰীয়া সেই ঠিকাদাৰ জনলৈ বিয়া দিছিল তেতিয়া তোৰ ডেকা মানুহটোৱে তাক বন্ধ কৰিবৰ কাৰণে কি কৰিছিলনো? লেকচাৰ মাৰ! *(চিএৰি চিএৰি খঙেৰে)* মই কৈছোঁ তই ভীৰু, মই কৈছোঁ তই কাপুৰুষ, মই কৈছোঁ তই নিবীৰ্য। তই ভণ্ড, তই *(হঠাৎ অবিনাশ আগবাঢ়ি আহে আৰু অজয়ৰ ডিঙিটোত খামুচি ধৰে)*

অবিনাশ : তই... তই.. *(অজয়ে গোঁ গোঁৱাবলৈ ধৰে আৰু হঠাৎ অবিনাশে অজয়ৰ ডিঙিটো এৰি দিয়ে)* অজয়!

অজয় : অবিনাশ! (দুয়োটাই দুয়োটাকে সাবতি ধৰে। দুয়োটাৰে চকুত চকুপানী)

অবিনাশ : *(বৰ কোমল মাতেৰে)* আমাৰ কি হৈছে অজয়? কিবা যেন....কিবা যেন... যেন-

অজয় : আহ, অবিনাশ বহহি। বৰ ভাগৰ লাগিছে। *(অবিনাশ বহে)* সৌ সূৰ্যটোলৈ চা লাহে — লাহে ডুবি গৈছে। ইয়াৰ পিছত আন্ধাৰ নামিব, ৰাতি হ'ব, তাৰ পিচত? সূৰ্য আক' ওলাব। আক' এটা পুৱা আহিব, এটা নতুন পুৱা, এটা নতুন দিন, এটা নতুন সূৰ্য। কিন্তু তাৰ আগতে ৰাতি হ'ব, আন্ধাৰ হ'ব.... আৰু ... আৰু হয়তো.......

অবিনাশ : ধুমুহা হ'ব, চাইক্লোন হ'ব, বিজুলি মাৰিব, বজ্ৰপাত পৰিব, বৰষুণ হ'ব, বানপানী হ'ব, মানুহ মৰিব, অজস্ৰ মানুহ উটি যাব, এটা প্ৰচণ্ড জোকাৰণিয়ে পৃথিৱী তল-ওপৰ কৰিব, এটা প্ৰচণ্ড আঘাতে বহু পাহাৰৰ শিখৰ ভাঙি-চিঙি চূৰ্ণ কৰিব, এটা প্ৰচণ্ড আক্ৰোশে সমগ্ৰ জীৱিত কণ্ঠক উন্মাদ কৰিব, হয়তো পৃথিৱীয়ে ৰক্ত স্নান কৰিব, হয়তো পৃথিৱীত আৰ্তপ্ৰাণৰ চকুলোৱে বন্যা তুলিব, হয়তো আমাৰ মৃত্যু হ'ব, হয়তো আমাৰ জন্ম হ'ব। তাৰ পিছত, তাৰ পিছত এটা নতুন পুৱা, এটা নতুন সূৰ্য,এটা নতুন জীৱন, এটা নতুন স্পন্দন- এটা নতুন স্পন্দন....স্পন্দন...স্পন্দন....

*(অবিনাশ লাহে লাহে বহি পৰে আৰু অজয়ৰ কোলাত মূৰ দি শুই পৰে। কিছু সময় নীৰৱ। এটি বিশৃঙ্খল সঙ্গীতৰ সুৰ বাজি থাকে)*

অজয় : *(উঠি)* কেনি যাব?

অবিনাশ : সৌ টিলাটোৰ ফালে।

অজয় : মোৰ ভাগৰ লাগিছে, নাযাওঁ।

অবিনাশ : ধুইত, *(অবিনাশ সোমাই যায়। অজয়ে ইফালে সিফালে চাই প্ৰথম দৃশ্যত পেলাই দিয়া হাড়দাল আৰু' বুটলি লয়। এবাৰ নাকৰ ওচৰলৈ নি শুঙি চায়। মুখখন কিবা কৰি পেলায়- তাৰপিছত হাড়দাল ওপৰলৈ মাৰি পঠিয়ায় আৰু আৰু' থাপ মাৰি ধৰে, আৰু' এবাৰ দলিয়াই দিয়ে। এনেতে ভিতৰৰ পৰা অবিনাশে চিঞৰে)*

অবিনাশ : *(দূৰৰ পৰা)* অজয়, অ..জয়....

অজয় : *(হাত দুখন মুখৰ ওচৰলৈ নি)* অবিনাশ.........

অবিনাশ : অ-জ-য়........

অজয় : অ-বি-না-শ.......

অবিনাশ : *(চিঞৰি অথচ স্পষ্টকৈ)* আমাক কিবা এটা কৰিবলৈ লাগে।

অজয় : লা-গে *(অবিনাশে দূৰৰ পৰা হাঁহে। অজয়েও হাঁহে)*

অজয় : আমাক কিবা কৰিবলৈ লাগে-
*('লাগে' শব্দটি জোৰ কৰি দীঘলীয়া কৰি ক'ব)*

অবিনাশ : *(ভিতৰৰ পৰা হঠাৎ কিবা এটা আশাতীত বস্তু হেৰাই পোৱাৰ আনন্দৰে)* অজয়, অজয়, পাইছোঁ, পাইছোঁ *(অজয়ে কৌতুহলেৰে চাই থাকে। কিছু সময়ৰ পিছত অবিনাশ ওলাই আহে। হাতত এটা পুৰণা মামৰে ধৰা বন্দুক)*

অজয় : কি, কি, পালি?

অবিনাশ : এটি পুতি থোৱা পুৰণা বন্দুক।

অজয় : ধুইত্

অবিনাশ : হ'ব, চাফা কৰি ল'ম, হ'ব বুজিছ, হ'ব দে.....

অজয় : কি হ'ব, হ'ব কৰিছ, কি দাল হ'ব?

অবিনাশ : আখৰা। আখৰাটো অন্ততঃ হ'ব দে চোন। চা, চা চোন।

অজয় : *(বন্দুকটো চুই)* আখৰা! এই আখৰা হ'ব আমাৰ জাতীয় জড়তাক ধ্বংস কৰাৰ আঁখৰা, তোৰ, মোৰ, আমাৰ জীৱনক জীৱন কৰাৰ আখৰা।

**(আঁৰ কাপোৰ পৰে)**

অলক : *(অভিনয় ভংগীত পঢ়ে)*

হে গাঙ্গেয়
পিতৃ পিতামহ
যদিওবা শত পুত্ৰৰ পিতৃত্ব গৌৰৱে গৌৰৱান্বিত,
অন্ধ মই, শক্তিহীন মই, নিঃস্ব মই
পুত্ৰৰ মায়াত পৰি
বাৰম্বৰ পাতো পাশাখেল
পুত্ৰবধূ দ্ৰৌপদীৰ হ'ল লাঞ্ছনা
পাণ্ডৱক দিলো বনবাস
হে পিতামহ,
হে বীৰ যোদ্ধা শান্তনু নন্দন
যদিওবা দ্ৰোণ কৰ্ণৰ শক্তিৰে বেষ্টিত মই
তথাপিও শক্তিহীন হ'লো।

জয়ন্ত : ছন্দবোৰ অলপ ছিঞ্জিল লগাই দিলে বঢ়িয়া হ'ব অ'।

প্ৰকাশ : কিটো বঢ়িয়া হ'ব। এতিয়ালৈকে ৰিহাৰ্চলৰে খবৰ নাই। ছোৱালী দুজনী আজি নাহিব নেকি?

জয়ন্ত : মইতো কালিয়েই ৰিক্সাৰ ভাৰা দি আহিছোঁ। *(হঠাৎ বাহিৰত চকু পৰে)* অ', সৌৱা এটা আহিছে। *(প্ৰশান্ত সোমাই আহে)*

প্ৰকাশ : মাফ কৰিবি ভাই। অলপ দেৰি হ'ল। তইতো জানই,আজি মোৰ এটা interview আছিল। দহ বজাত মাতি দুই বজালৈকে আমাক বহুৱাই থৈছিল - জান— দুষাৰ মান শুনাই থৈ আহিছো।

জয়ন্ত : দিগন্ত, মৃগেন, পুলক ইহঁত ক'লৈ গ'ল?

প্ৰশান্ত : পুলকক মই বজাৰত লগ পাই আহিছো। দেউকণৰ গৰু গাড়ীত কল গোটাচেৰেক লৈ বৰুৱা বেপাৰীৰ ওচৰলৈ গৈছে।

অলক : হেৰা ভাল মনত পেলালা। মই পাহৰিছিলোৱেই, বুইছা।

জয়ন্ত : কি হ'ল?

অলক : দেউতাৰ গৰু গাড়ীৰে ময়ো ধানকেইটা লৈ গৈ কলত বনাই আনিমগৈ বুলি ভাবিছিলো। এই প্ৰকাশ, তোৰ চাইকেলখন ৰিহাৰ্চেলৰ পাছত দিবিনে?

প্ৰশান্ত : তোমাৰ চাইকেলখন কি হ'ল অলকদা?

অলক : টায়াৰ-টিউব দুয়োটাই গ'ল। দুমাহ পৰি আছে। কিনিব পাৰিলেহে।

Venture School ৰ মাষ্টৰে pay book ত চহীহে কৰে, দৰ্মহা নাপায় নহয়।

প্ৰকাশ : সেই কাৰণেই কৈছোঁ, আমাৰ প্ৰত্যেকৰে সমস্যা আছে, জঞ্জাল আছে। গতিকে এইবিলাক থিয়েটাৰ- চিয়েটাৰ পতা বাদ দে।

জয়ন্ত : আমি ৰিহাৰ্চেল আৰম্ভ কৰি দিওঁ দে।

প্ৰকাশ : পোন্ধৰটা চৰিত্ৰৰ নাটক এখন চাৰিটা চৰিত্ৰই দি আৰম্ভ কৰিব পাৰি নেকি?

অলক : এৰা character বোৰ বেছি হ'ল।

প্ৰকাশ : Mono acting, I mean, একক অভিনয় কৰা।

জয়ন্ত : তোৰ অলপতে খং উঠে অ'।

প্ৰশান্ত : হেৰি নহয় জয়ন্ত, আমি বাৰু 'পিতামহ ভীষ্ম' নাটকখন কিয় কৰিবলৈ ল'লো?

প্ৰকাশ : নাটকখন যদি ভালপোৱা নাই, ইমান দিনে কোৱা নাছিলি কিয়?

প্ৰশান্ত : নহয় মানে- মই সেইটো কোৱা নাই। কথাটো কি হৈছে জান, মানুহক ক'লেই দেখো নাক কোঁচাই দিয়ে। Theme টো outdated.

প্ৰকাশ : মানুহক কৈ দিবি যে, মহাভাৰতৰ আটাইবোৰ চৰিত্ৰতকৈ ভীষ্ম চৰিত্ৰটোৱেই মৰম লগা।

জয়ন্ত : ভীষ্ম অসীম ত্যাগী আৰু কৰ্তব্যপৰায়ণতাৰ প্ৰতীক— অৰ্থাৎ ভাৰতীয় আদৰ্শৰ প্ৰতীক। ঠিক আছে— ৰিহাৰ্চেল আৰম্ভ কৰ। মোৰখিনিকে আৰম্ভ কৰো- প্ৰশান্ত, তই সত্যৱতীৰ প্ৰক্সি *(proxy)* দে- মই শান্তনু আছো, ঠিক আছে, চিনটো শুনি ল'।

প্ৰকাশ : ঠিকেই— সেয়ে মই কৈছিলো- ভীষ্মৰ চৰিত্ৰটো আটাইতকৈ মৰমলগা- যেনে আমাৰ অলক দা।

অলক : মই?

জয়ন্ত : ওঁ, বয়সত তুমি আমাতকৈ ডাঙৰ। তুমি বি. এ. পাছ কৰিও আমাৰ লগতে ৰ'লা। চাকৰি ল'লা ভেনচাৰ স্কুলতহে। তুমি—তুমি আমাৰ মৰমৰ নহয়?

অলক : *(হাঁহি)* কেতিয়াবা আক' মই থাকিলে তহঁতে অসুবিধা পাব যেন লাগে। এই যে প্ৰশান্তই কালি চিগাৰেটটো জ্বলাই লৈ মোক দেখি লগালে খপজপ। এই প্ৰশান্ত, খাবি খাবি একো নহয়। মোক তহঁতে যদি সন্মানেই জনাব খুজিছ, তাৰ কাৰণে বহুত সুবিধা আছে। মোক দেখি চিগাৰেটটো

লুকুৱাই অ'ক' পিছ কোবতেই কৰি আছিল এইডাল। হেৰ' মুখ টিপি খোবাতকৈ চিধা-চিধি খাবি। Allowed- বুজিলি। অ' কি কৈছিলি প্ৰকাশ, ভীষ্ম চৰিত্ৰটোৰেই মৰমলগা। Right অসীম ত্যাগী আৰু কৰ্তব্যপৰায়ণৰ প্ৰতীক। ভাৰতীয় আদৰ্শৰ প্ৰতীক। চিনটো পঢ়।

প্ৰকাশ : *(Script পঢ়ে)* "দেৱব্ৰতক শান্তনুৰ ওচৰত গতাই দি পত্নী গঙ্গাদেৱী গুচি গ'লগৈ। সুন্দৰী পত্নী গুচি যোৱাৰ পিছত স্বভাৱিকতেই ৰজাৰ মন উদাস হ'ব। সন্ধিয়া যমুনাৰ পাৰত ঘূৰি থাকোঁতে হঠাত এটি বৰ মিঠা মলমলীয়া গোন্ধ নাকত লাগিলহি। দেখিলে এগৰাকী অ[illegible] ৰূপা গাভৰুৱে শিল এটাত বহি নদীৰ ফালে চাই আছে- ৰজাই বহু সময় চাই ৰ'ল গাভৰুলৈ। তাৰ পিছত ধীৰে ধীৰে আগবাঢ়ি গ'ল"।

ষ্টেজটো মনত পেলা। তোৰ ওপৰত light থাকিব। বাকী অংশ ছাঁ-পোহৰ। সেইখিনিতেই সত্যৱতী বহি থাকিব। যাচোন প্ৰশান্ত বহগৈ তাত। *(প্ৰশান্ত চকী এখনত বহে) (জয়ন্তক)*- এটি মলমলীয়া গোন্ধ তোৰ নাকত লাগিলহি। তই চাৰিওফালে চাবি। *(জয়ন্তই চাই)*

প্ৰকাশ : "কি অপৰূপ সুগন্ধিয়ে বিয়াকুল কৰি তোলে মন"

শান্তনু : *(জয়ন্তক মাতে)* - তই ভালকৈ ইফালে-সিফালে চা। তোৰ চকু পৰিব সত্যৱতীৰ ওপৰত। সত্যৱতীলৈ চাই বৈ কৰি— dialouge এটা আছে-

ই কি কোন এই বন কন্যা -

কোন মায়াবিনী

ইমান ৰূপ। ইমান জ্যোতি! তই লাহে লাহে আগবাঢ়ি যা। তই অবাক হৈ বৈ কৰি। তোৰ চকুত প্ৰথম প্ৰেমৰ ৰাগিণী। চকু- মুখত ইয়াৰ প্ৰকাশ পাব লাগিব। মই লাইট দিম। *( জয়ন্তই টেষ্ট কৰে )* ধেৎ হোৱা নাই।

জয়ন্ত : *( প্ৰশান্তলৈ দেখুৱাই )* ইয়াৰ গোফ কোঁচা দেখিলে মোৰ ক'ত feelings আহে। ক'ৰ সত্যৱতী, ক'ৰ প্ৰশান্ত।

প্ৰকাশ : ঠিক আছে— dialouge ক। কোন তুমি বন কন্যা, ৰূপৰ কুঁৱৰী- চকুত বিজুলী যাৰ - নিশাহত গোলাপৰ সুষমা।

জয়ন্ত : "কোন তুমি বন কন্যা, ৰূপৰ কুঁৱৰী— চকুত বিজুলী" ধেৎ মই- মই তালৈ চাই dialouge ক'ব নোৱাৰো। হেৰ'— গোটেই গাটো বিড়ি-বিড়ি গোন্ধাই আছে।

প্ৰকাশ : Be serious জয়ন্ত। মনত ৰাখিবি তই ৰজা।

জয়ন্ত : শান্তনু- ঠিক আছে। তই dialouge কৈ যা।

প্ৰকাশ : লাহে লাহে সত্যৱতীয়ে তোলৈ মূৰ তুলি চাব। তহঁতৰ চকুৱে চকুৱে পৰিব।

জয়ন্ত : তই dialouge কৈ যাচোন।

প্ৰকাশ : ই কি। ই কি ৰূপ, ই কি জ্যোতি- ই কি সৌৰভ
গোলাপী সুগন্ধি
কোন তুমি অপৰূপা
চিত্ত বিমোহিনী
দেৱী নে মানৱী তুমি

জয়ন্ত : *(জোৰেৰে হাঁহি)* মই নোৱাৰো দেই। *(প্ৰশান্তক দেখুৱাই)* তাৰ এই চাৱনিত পূৰ্বৰাগৰ কি থাকিব পাৰে ক চোন। ধুইত।
*(সকলোৱে হাঁহি দিয়ে প্ৰকাশৰ খং উঠে। হঠাৎ অলকৰ বাহিৰলৈ চকু পৰে)*

অলক : এই *(দূৰলৈ দেখুৱাই)* - সৌৱা, লতা আৰু নীতা নহয় *নে?* হয় বুজিছু। ঠিক আছে— সত্যৱতী আৰু অম্বা পাই গ'লহি।

প্ৰকাশ : ডিচিপ্লিন নাই- সময়ৰ মূল্য নুবুজে।

জয়ন্ত : এই প্ৰকাশ, please ভাই তই খং চং নকৰিবি। খঙত তই যিহকে তিহকে কৈ দিলে সিহঁত লাগিলে কাইলৈৰ পৰা নাহিবই। *(লতা আৰু নীতা সোমাই আহে)*

লতা : *(দূৰৰ পৰাই)* এই প্ৰকাশ দা। বহুত দেৰি হৈ গ'ল নহয়। guest আহি ওলাল জানা।

নীতা : মই কিন্তু জানা প্ৰকাশ দা,ঘৰৰ পৰা ঠিক সময়তে ওলাইছিলো। লতাৰ বাবে ৰৈ থাকোঁতেই দেৰি হৈ গ'ল।

জয়ন্ত : নাই নাই বিশেষ একো দেৰি হোৱা নাই। ঘৰৰ ছোৱালী আহো বুলিলেইতো ওলাই আহিব নোৱাৰে। নহয় জানো প্ৰকাশ।

লতা : দেৱব্ৰত নাই দেখোন।

জয়ন্ত : ইহঁতৰ বাবেই খং উঠিছে বুজিছা। মই প্ৰকাশক আগতেই কৈছিলো দিগন্তক দেৱব্ৰতৰ ৰোলটো নিদিবলৈ। তাৰ একো বিশ্বাস নাই। ৪ বজাতে ৰিহাৰ্চেললৈ মাতিবা— আহিব ৬ বজাত। কোনো দায়িত্ব নাই। কেনো নিয়ম-নীতি নাই। অথচ সি হ'ল নাটকৰ হিৰ'।

প্ৰকাশ : বাৰু এতিয়া ৰিহাৰ্চেল আৰম্ভ কৰো।

প্ৰশান্ত : এবাৰ সত্যৱতীৰ প্ৰক্সি দিলো। এইবাৰ দেৱব্ৰতৰ দিওঁ নেকি?

লতা : আমাৰ Scene কেইটা সোনকালে কৰি দিয়া না প্ৰকাশ দা।

প্ৰকাশ : ঠিক আছে। জয়ন্ত আকৌ আগৰ Scene টোকে কৰো, শান্তনু আৰু সত্যৱতী-

প্ৰশান্ত : মই তেনেহ'লে দিগন্তৰ খবৰ লৈ আহোঁগৈ।

প্ৰসাশ : যা।

প্ৰশান্ত : *(অলকক)* তুমিও যোৱা নেকি অলক দা।

প্ৰকাশ : দহ মিনিটৰ ভিতৰত আহিব লাগিব কিন্তু। *(প্ৰশান্ত আৰু অলক যায়- জয়ন্তই আকৌ আগৰ Scene টোৰ ৰিহাৰ্চেল কৰে)* শান্তনু আৰু সত্যৱতী *(লতাক দেখুৱাই)* সত্যৱতী তুমি সেইখিনিলৈ যোৱা।

নীতা : মোৰ Scene টো কৰক প্ৰকাশ দা । শেষৰ Scene কেইটাৰো rehearsal হোৱাই নাই।

প্ৰকাশ : ঠিক আছে, তোমাৰ Scene টোৱেই হওক। কিন্তু কোনটো Scene কৰিবা? এটা Scene আছে দেৱব্ৰতৰ লগত। সেই ভদ্ৰলোকৰো দেখা-দেখি নাই। এনেকৈ আৰু কি থিয়েটাৰ হ'ব? মই ধেমালি কৰি থাকিব নোৱাৰো। মোৰ কথা হৈছে থিয়েটাৰ যদি হ'ব লাগে Serious হৈ ৰিহাৰ্চেল regular হ'ব লাগে।

জয়ন্ত : তই আকৌ গৰম হলি প্ৰকাশ।

প্ৰকাশ : গৰম নহৈ আৰু কি কচোন। কাৰোবাৰ মাকে আহিবলৈ হাক দিব, কাৰোবাৰ মোমায়ক আহিব লগা আছে, কাৰোবাৰ ....

লতা : তুমি আমাক কাট মাৰিছা প্ৰকাশ দা।

জয়ন্ত : নাই নাই, তোমালোকক কাট মৰা নাই, সি মানে কথা টোহে কৈছে- মানে *(হঠাৎ নীতালৈ চকু পৰি জয়ন্ত ৰৈ যায়, নীতাই চকুপানী মচে)* নীতা *(অন্যফালে মুখ ঘূৰাই থাকে লতাই)* তোমাৰ আক' কি হ'ল?

নীতা : একো হোৱা নাই।

জয়ন্ত : হৈছে হৈছে, কিবা এটা জৰুৰ হৈছে।

নীতা : ৰৰমামা আহিব বুলি ময়েতো কালি কৈছিলো। ঠিক আছে মই নকৰো। মোৰ role টো আইন কাৰোবাক দিয়ক। *(জয়ন্ত বিবুদ্ধি হোৱাৰ দৰে)*

জয়ন্ত : নাই সি মানে *(প্ৰকাশৰ ফালে মুখ কৰি)* এই প্ৰকাশ নামাত কেলেই?

প্ৰকাশ : কি মাতিম।

জয়ন্ত : ছেঃ *(লতা আৰু নীতাৰ ওচৰলৈ গৈ প্ৰকাশৰ ফালে চাই)* ই মানে আচলতে এটা পাগল বুজিছা। ইয়াৰ কথাত নালাগিবা। আচলতে কি জানা- আমি এটা club ৰ বেনাৰৰ তলত লগ লাগিছো। আমাৰ মাজত মানে এটা অতি অৰ্থাৎ *(কথাবোৰ বুজাবলৈ আপ্ৰাণ চেষ্টা কৰে- যেন উপযুক্ত শব্দৰ অভাৱতহে পৰা নাই)* আপোন সম্বন্ধ গঢ়ি উঠিছে- ঠিক ধৰি লোৱা- ধৰি লোৱা আমি বাৰু ককাই-ভাই— মুখেৰে গালি- শপনি পাৰিলেও আমাৰ সম্পৰ্কৰ বান্ধ ছিগি আঁতৰি যাব নোৱাৰে নে কি কোৱা? *(হাঁহি দিয়ে)* যোৱা বাহিৰলৈ গৈ চকু দুটা ধুই আহা। লতা *(লতাৰ মুখো গম্ভীৰ)* লতাই কন্দা কটা কৰা নাই। তেওঁ নিশ্চয় প্ৰকাশৰ কথাত বেয়াও পোৱা নাই, কাৰণ তেওঁ প্ৰকাশে কোৱা কথাৰ very purpose টো বুজি পাইছে। যোৱা দুয়োজনী বাহিৰলৈ গৈ বাহিৰৰ বতাহ লৈ আহাগৈ। মনটো ভাল লাগি যাব। yes, yes যোৱা যোৱা। *(নীতাই লাজুক হাঁহি মাৰি লতাৰ লগত ওলাই যায়। প্ৰকাশ গহীন হৈ থাকে— জয়ন্ত আগবাঢ়ি আহে)*

ঐ, ইমান হুটা মাতেৰে ভীষ্মৰ শৰশয্যা নহ'ব। নিজৰ শৰশয্যা হ'ব। মই ছোৱালী গোটাম আৰু তই খেদিবি। পৰিবেশ আৰু পৰিস্থিতি বুজিহে কথা ক'ব লাগে। সেইটো খবৰ ৰাখিবি। তই তোৰ কাম ছলে-বলে-কৌশলে কৰিবই লাগিব।

প্ৰকাশ : মই লেন চেলাব নোৱাৰো।

জয়ন্ত : কিন্তু কিবা এটা organise কৰিবলৈ যাওঁতে অলপ হ'লেও ধৈৰ্য আৰু সহনশীলতাৰ প্ৰয়োজন। তই পাহৰি নাযাবি যে কু-সংস্কাৰৰ বান্ধ আমি এতিয়াও সম্পূৰ্ণৰূপে ভাঙি পেলাব পৰা নাই। কৌশলেৰে আমি সেইবোৰ কৰিব লাগিব।

প্ৰকাশ : তোৰ Lecture থ। শুন, মোৰ সময়ৰ মূল্য আছে। অবাৰত মই বৈ থাকিব নোৱাৰো। মই disciplined way ত কাম কৰিব বিচাৰো। ভালৰি বোলাই মই কথা ক'ব নোৱাৰো।

জয়ন্ত : আচলতে ময়ো বহুত কিবাকিবি কৰিব নোৱাৰো বুজিছ। কিন্তু কৰিছোঁ। অন্ততঃ কৰাটো দেখুৱাইছো। ভীষ্মৰ মহানুভৱতা, কৰ্তব্যপৰায়ণতা কিম্বা ত্যাগৰ অভিনয়ৰে মোৰ গা নুজুৰায়।

*(প্ৰকাশে জয়ন্তৰ মুখলৈ অবাক হৈ চাই থাকে।)*

*(হাঁহি)* কি হ'ল, মোৰ চকুলৈ চাই আছ কিয়? কৰ, কৰ ভীষ্মৰ শৰশয্যা

কৰ। মহাভাৰতৰ আদৰ্শ পুৰুষ ভীষ্ম, ত্যাগ আৰু আদৰ্শৰ প্ৰতিমূৰ্ত্তি। ভীষ্ম, সুনিপুণ যোদ্ধা, ৰাজনীতিজ্ঞ ভীষ্ম, ভাৰতৰ আদৰ্শ হৈছে ত্যাগ, সত্যবাদিতা, নিষ্ঠা আৰু........

(মঞ্চ আন্ধাৰ হৈ আহে। সঙ্গীত। 'প'ষ্টাৰ— ত্যাগ, সত্যবাদিতা আৰু নিষ্ঠাৰ ইতিহাস, ১৯৪২')

*(Shadow ত দেখুৱাব পাৰে সমদল যাত্ৰা— বিশ্ববিজয় ন জোৱান* গীত, সমদল যাত্ৰাৰ বিশৃংখল কোলাহল, বন্দে মাতৰম্, ইনক্লিলাব জিন্দাবাদ— up up national flag– down down Union Jack ধ্বনি— সকলোবিলাক কোলাহল fade-out হৈ যায়।)

(জনসমাবেশৰ বক্তৃতা ঃ (ভিতৰৰ পৰা off voice ত দিব *পাৰে)*

বক্তা ঃ পঞ্চাশ কোটি ভাৰতবাসীয়ে যিদিনা সকলো ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি আঞ্চলিক, সাম্প্ৰদায়িক বৈষম্য দলিয়াই থৈ এক মিলিত শক্তিৰে উপনিবেশতাৰ বিৰুদ্ধে প্ৰচণ্ড আঘাত হানিব, সেইদিনা পৃথিৱীৰ কোনো দানৱীয় শক্তিয়েই জনতাৰ এই জাগ্ৰত অভিযানক বাধা দিব নোৱাৰিব। আহক, প্ৰতিজন ভাৰতবাসী ওলাই আহক — জীৱনৰ চৰম ত্যাগেৰে, দৃঢ়তাৰে, আত্মপ্ৰত্যয়ৰে আমি আমাৰ লক্ষ্যস্থানলৈ আগুৱাই যাওঁ।

কণ্ঠ fade out হৈ যাব। মঞ্চত পোহৰ পৰে— এখন সাধাৰণ ঘৰৰ আভাস—

*(দামোদৰ হাজৰিকা সোমাই আহে। বয়স চল্লিশৰ ওচৰ, চকু কোটৰ গাঁত, চুলি-ডাঢ়ি অযত্ন পালিত- পিন্ধনত চাদৰ-চুৰিয়া-পাঞ্জাবী— সিও ফটা-ছিটা। দামোদৰ হাজৰিকা যেন ভয়ে ভয়ে সোমাই আহে— চাৰিওফালে এবাৰ চায়)*

হাজৰিকা ঃ *(লাহে লাহে)* মইনাৰ মাক, হেৰা মইনাৰ মাক। *(ভিতৰৰ পৰা পত্নী ওলাই আহে । হঠাৎ হাজৰিকাক দেখি চক্ খাই ৰৈ যায়। দুয়ো কিছু সময় দুয়োলৈকে চাই থাকে।) (প্ৰায় ভীৰু কণ্ঠে)* মই আহিছো মইনাৰ মাক, কিন্তু, কিন্তু মই আকৌ যাব লাগিব। সিহঁতে, সিহঁতে মোৰ পিছ লৈছে। *(ওচৰলৈ গৈ মৰমেৰে)* মইনাৰ মাক *(পত্নীৰ উচুপনি)*

হাজৰিকা ঃ তুমি কান্দিছা কিয়? মইনাৰ কেনে।

*(পত্নীৰ কান্দোন বেছি হয়)*

হাজৰিকা ঃ ক'লৈ গ'ল সি? তাক এবাৰ চাই যাওঁ মইনাৰ মাক। মাজে মাজে কিয়

জানো, মোৰ মনটো বৰ বেয়া লাগে, তুমি, তুমি কান্দিছা- নাপায়— মইনাৰ মাক, যিদিনা মোৰ এই দেশৰ পৰা বিদেশী শাসকদল আঁতৰি যাব, সেইদিনা- সেইদিনা মই তোমাৰ ওচৰলৈ ঘূৰি আহিম। দেশৰ মুক্তিৰ বাবে মই আজি যুঁজত নামিছো। নাকান্দিবা মইনাৰ মাক, নাকান্দিবা— কোৱা মইনা ক'ত?

পত্নী : মই আৰু মইনাৰ মাক নহওঁ। মইনাই মোৰ বুকুত কামুৰিলে। সি কাল হ'ল।

*(হুকহুকাই কান্দে। হাজৰিকা নিশ্চল হৈ ৰ'ল। সঙ্গীত ক্ৰমান্বয়ে ওপৰলৈ উঠে। সমদল যাত্ৰাৰ ধ্বনি fade in হৈ ক্ৰমাৎ fade out হয়।)*

*(Light off Violin or flute)*

*(মঞ্চত এইবাৰ দেখা যাব জয়ন্তহঁতক। আগৰ ঠাইত জয়ন্ত নিশ্চল, প্ৰকাশে তাৰ মুখলৈ চাই আছে।)*

প্ৰকাশ : *(লাহেকৈ জয়ন্তৰ কান্ধত হাতখন থৈ)* জয়ন্ত!

জয়ন্ত : 'হু'। অ' কি কৈছিলো মই? ভাৰতৰ আদৰ্শ হৈছে ত্যাগ, সত্যবাদিতা, নিষ্ঠা......... *(ডাঙৰকৈ হাঁহি দিয়ে)* কিয় জানো প্ৰকাশ এই শব্দকেইটা শুনিলে মোৰ চকুৰ আগত দামোদৰ হাজৰিকাৰ মুখখনেই ভাহি উঠে। দামোদৰ হাজৰিকা খেতি-বাতি কৰি খোৱা মানুহ। সামান্য পঢ়া-শুনা জানে— কিন্তু দেশপ্ৰেম চিনি পায়। দেশৰ আহ্বান বুজি পায়। ত্যাগৰ আদৰ্শত, কৰ্তব্যপৰায়ণতাৰ আদৰ্শত এওঁলোক প্ৰত্যেকজনেই ভীষ্ম। তেওঁৰ ডাঙৰ পুতেক এজন আছিল হেনো— তাক মৃত্যুৰ মুখত থকা দেখিও বোলে তেওঁ ৰৈ নাথাকিল। পুতেকতকৈ যে দেশৰ আহ্বান কিমান ডাঙৰ! ত্যাগৰ আদৰ্শ কিমান মহান! আমাৰ দেশত কিমান যে ভীষ্ম আছে প্ৰকাশ, দামোদৰ হাজৰিকাৰ মুখখন দেখিলে, তেওঁৰ পঙ্গু হৈ পৰা শৰীৰটো দেখিলে মোক নিজকে বৰ অসহায় যেন লাগি যায়।

প্ৰকাশ : জানো জয়ন্ত!

জয়ন্ত : *(খঙেৰে)* জান? কি জান? দামোদৰ হাজৰিকাৰ কথা তই কি জান? তইঁতে জান দামোদৰ হাজৰিকা মানে এটি পংগু শৰীৰ, তইঁতে জান দামোদৰ হাজৰিকা মানে এজন অপদাৰ্থ গৃহস্থ, যাৰ দেউতাকৰ দিনৰ ঘৰটো ছোৱাই ল'বলৈ সামৰ্থ্য নাই, যি মাটি-ভেটি বন্ধকত দি পেট প্ৰবৰ্তায়— যি সমস্ত পৰিয়ালটো অনিশ্চয়তাৰ মাজলৈ ঠেলি দিব পাৰে।

প্ৰকাশ : জয়ন্ত!

জয়ন্ত : একো নাজান প্ৰকাশ, একো নাজান। তইঁতে একো বুজি নাপাব। (হঠাত যেন সম্বিত ঘূৰাই পায়) ঐ, কি কৰি আছ— ৰিহাৰ্চেল নকৰাৰ নেকি? লতা আৰু নীতা ক'লৈ গ'ল? *(চিঞৰি)* লতা, নীতা আহা আমি ৰিহাৰ্চেল আৰম্ভ কৰো। *(লতা আৰু নীতা সোমাই আহে)* ঐ প্ৰকাশ আৰম্ভ কৰ।

প্ৰকাশ : কোনটো চিন!

জয়ন্ত : কোনটো চিন মানে......... *(হঠাৎ বাহিৰলৈ চকু পৰে)* অ', [illegible]। অলক দাইঁত আহিছে।

লতা : আমাৰ চিনকে কৰক প্ৰকাশ দা।
*(অলক আৰু প্ৰশান্ত সোমাই আহে)*

প্ৰকাশ : দিগন্ত ক'লৈ গ'ল?

অলক : সি বোলে পাৰ্ট নকৰে।

প্ৰকাশ : পাগল হ'ল নেকি? মেইন পাৰ্ট এটা লৈ এইবোৰ কিহৰ ধেমালি?

প্ৰশান্ত : তাৰ বোলে সময় নাই।

জয়ন্ত : তেনেহ'লে?

লতা : সেইবোৰ যি হয় হওক, আমাৰখিনি কৰি লওঁ।

জয়ন্ত : ঠিক আছে অলক দা, তুমি দেৱব্ৰত হোৱা।

অলক : মই? মই দেৱব্ৰত হ'ব লাগে? আজিলৈকে চিগাৰেটটোকে ত্যাগ কৰিব নোৱাৰিলো; মই আৰু ভীষ্ম হৈ ত্যাগৰ আদৰ্শ দেখুৱাম!

প্ৰশান্ত : হেৰা, অভিনয়, অভিনয়। ত্যাগ আৰু দৃঢ়তাৰ অভিনয় কৰা। বাস্তৱত সেইবোৰ কৰিব নালাগে নহয়।

অলক : চেষ্টা কৰি চাওঁ বাৰু দে।

প্ৰকাশ : ঠিক আছে। আমি এতিয়া *(লতা আৰু নীতাক)* তোমালোক অকশমান ৰ'বা। এই চিনটো কৰি লওঁ। আজিৰ পৰা দেৱব্ৰত হ'ল এওঁ অলক দা। প্ৰথমে আমি দেৱব্ৰত আৰু সত্যৱতীৰ বৃদ্ধ পিতাকৰ চিনটো কৰো।

অলক : যি কৰ কৰ। মোক খালি বৰ বেছিকৈ ত্যাগ-চ্যাগ কৰিবলৈ নকবি।

জয়ন্ত : অলক দা, এইখনেই এখন দেশ, য'ত সত্য, নিষ্ঠা আৰু ত্যাগৰ অভিনয় অহোৰাত্ৰি চলি থাকে। ভয় নাই দিয়া, তোমাক একো ত্যাগ কৰিবলৈ কোৱা নাই।

প্ৰকাশ : শুনা, চিনটো মই বুজাই দিওঁ। ৰজা শান্তনুৰ মন বেয়া, কাৰণ সত্যৱতীৰ বৃদ্ধ পিতাকে জনাই দিলে যে তেওঁৰ কন্যাৰ গৰ্ভজাত সন্তানেহে শান্তনুৰ

উত্তৰাধিকাৰী হ'ব লাগিব। ৰজা শান্তনুৱে তেওঁৰ সৰ্বগুণী পুত্ৰ দেৱব্ৰতক বঞ্চিত কৰি আনৰ ওপৰত সিংহাসনখন এৰি দিয়াৰ কথা কল্পনা কৰিব নোৱাৰিলে। গতিকে সত্যৱতীক বিয়া কৰোৱাৰ আশা ত্যাগ কৰিলে। কিন্তু তেওঁৰ মন বেয়া, পুতেক দেৱব্ৰতে পিতাকৰ এই অৱস্থা বুজি নিজেই সত্যৱতীৰ দেউতাকৰ ওচৰ পালেগৈ আৰু সকলো কথাৰ বুজ লৈ..... এতিয়া সেইটো দৃশ্য দেৱব্ৰত আৰু সত্যৱতীৰ বৃদ্ধ পিতৃ। মনত ৰাখিবা, এই দৃশ্যতেই দেৱব্ৰত ভীষ্মলৈ ৰূপান্তৰিত হৈছে। গতিকে এইটো এটা বৰ দৰকাৰী আৰু গুৰুত্বপূৰ্ণ দৃশ্য। দেৱব্ৰতে ভীষ্মত্ব পালে। Yes, প্ৰশান্ত তই ধীবৰ ৰজা, সত্যৱতীৰ পিতৃ, অলক দা দেৱব্ৰত।

*(প্ৰকাশে দুয়োৰে পজিচনকেইটা দেখুৱাই ফ্ৰেম এটা কৰি দিয়ে)*

জয়ন্ত— প্ৰমট্ কৰ।

জয়ন্ত : ঠিক আছে। *(পাণ্ডুলিপি লৈ সংলাপ কৈ যায়)*

বৃদ্ধ *(প্ৰশান্ত)*: হে গাংগেয়
তব পদধূলিৰে
ধন্য হ'ল দুখীয়াৰ পঁজা
কওক কুমাৰ
কিবা হেতু অধমক দিলে দৰিশন।

দেৱব্ৰত *(অলক)*: হে ধীবৰ প্ৰধান
তব কন্যা সত্যৱতী
সম নাই ৰূপৱতী
মাতৃ বুলি কৰোঁ প্ৰণিপাত।

বৃদ্ধ : হে কুমাৰ, সত্যৱতী কন্যা মোৰ বৰ আদৰৰ
মহাৰাজ শান্তনুৱে দিলে দৰিশন
ক'লে মোক—
পত্নীৰূপে পাব খোজে সত্যৱতীক মোৰ
ক'লো মই—
একেটি কন্যাক মাথোন বুকুত সাবটি
বহু ছবি গঢ়িছো মনত।
হে মহাৰাজ, তব সম গুণবান
স্বামী যদি লাভ কৰে মোৰ কন্যাই
সুখী হ'ম মই; ভাগ্যৱতী বুলি ক'ম তাইক;

কিন্তু মহাৰাজ, ভৱিষ্যৎ ভাবি ভাবি
শংকিত হওঁ বাৰে বাৰে
কোনে জানে কালে কি কৰে।

দেৱব্ৰত : আৰু কি ক'লে?

বৃদ্ধ : ক'লো, ভৱিষ্যৎ সত্যৱতীৰ গৰ্ভজাত সন্তানে নোৱাৰিব পাব ৰাজ সিংহাসন
দেৱব্ৰত শ্ৰেষ্ঠজন থাকোঁতে কাষত।

দেৱব্ৰত : হে ধীবৰ প্ৰধান, সিংহাসনৰ লোভ মোৰ নাই। কৰিলোঁ প্ৰতিজ্ঞ ৰ কন্যা সত্যৱতীৰ গৰ্ভজাত সন্তানক ৰাজ্যভাৰ কৰিম অৰ্পণ। তুচ্ছ এই ৰাজ সিংহাসন; কাম্য মোৰ পিতৃ সুখ; পিতাৰ প্ৰফুল্ল বদন।
*(ৰিহাৰ্চেল দেখুৱাই যায় অলক আৰু প্ৰশান্তই কৰি যায়। জয়ন্তই সংলাপ দুই-তিনিবাৰ মাতি থাকে। মঞ্চত ক্ৰমশঃ আন্ধাৰ হৈ পৰে। পোহৰ পৰাত দেখা যায় দামোদৰ হাজৰিকা আৰু তেওঁৰ পত্নী। হাজৰিকাক ডেকা দেখা যায়।) (সাধাৰণ মিউজিক)*

পত্নী : হাতৰ কুঠাৰ ভৰিত নেমাৰিব। ভাগ্যৰেহে এনে এটা চাকৰি পাইছে। যাচি দিয়া চাকৰি। ৰজা ঘৰে বাছি দিয়া চাকৰি।

হাজৰিকা : জানো, ৰজাঘৰে মোক চাকৰি যাচি দিছে। ৰাজসুখতো সিহঁতে মোক ৰাখিব। কাৰণ সিহঁতে মোলৈ ভয় কৰিছে।

পত্নী : ভয় কৰিছে? বগা চাহাবে কাৰোবালৈ ভয় কৰে বুলি ভাবিছে হ'ব পায়?

হাজৰিকা : মই স্বৰাজত লগা বাবে সিহঁতৰ অসুবিধা হৈছে। মোক ছলে-বলে-কৌশলে সিহঁতে সিহঁতৰফলীয়া কৰিব খুজিছে। মোক সিহঁতে দিয়া চাকৰি নালাগে। লাগিলে নাখায়েই মৰিম।

পত্নী : ঘৰৰ মূধছেদি পানী পৰে, বিছনাত পৰি থকা বেমাৰীক সময়মতে পথ্য দিব নোৱাৰে। তিনি মাহৰ মূৰত এমাহে চৰুলৈ জুই যায়, খেতি মাটিৰ ধান মহাজনে নিয়ে, এনেস্থলত ৰাজ-সিংহাসন ভৰিৰে ঠেলি থৈ আঁঠুৰ সোণ এৰি বোকাত নামিছে?

হাজৰিকা : তোমাৰ আজি হৈছে কি? তুমিতো কাহানিও এনেদৰে কথা কোৱা নাছিলা।

পত্নী : দৰবৰ অভাৱত মই মোৰ ল'ৰা হেৰুৱাইছো। নিশাৰ পিচত নিশা উজাগৰে কটাইছো, তাৰ পিছত আপুনি সুধিছে মোৰ কি হৈছে?

হাজৰিকা : তোমালোকৰ এই ত্যাগ আৰু আদৰ্শৰ কথা স্বাধীন দেশৰ ইতিহাসে

সদায় সুঁৱৰিব, আমাৰ ল'ৰাহঁতে আমাক লৈ গৰ্ব কৰিব।

পত্নী : এইবোৰ আভুৱা ভাঁৰা কথা মোক নালাগে। মই সোণৰ হৰিণ খেদিবলৈ কোৱা নাই, জীয়াই থকা ল'ৰা-ছোৱালী দুটিৰ বুকুত সোমাই পৰি থাকিবলৈ অকণমান ভাল ঠাই লাগে। সিহঁতে দুবেলা দুমুঠি খাবলৈ পাব লাগে। পথ্যৰ অভাৱত মই সিহঁতক আৰু হেৰুৱাব নোৱাৰো। মই কাবৌ কৰিছো যাচি দিয়া চাকৰিটো লওক।

হাজৰিকা : *(হাঁহি)* দামোদৰ হাজৰিকাৰ ওচৰত ব্ৰিটিছ চৰকাৰৰ এটা চাকৰি কিয়, ৰাজসিংহাসনো তুচ্ছ। মোৰ লগত সুৰ মিলাই কোৱা *(চিঞৰি)* ইনক্লাব জিন্দাবাদ। *(ধ্বনিটো Repeat কৰে) পত্নীয়ে চাই থাকে। মঞ্চ আন্ধাৰ হয়। সংগীত তীব্ৰ হয়। হাজৰিকাৰ শ্ল'গান এক অদৃশ্য সমদলৰ কণ্ঠত মিলি যোৱা যেন লাগে। মঞ্চত পোহৰ পৰে। প্ৰকাশহঁত সকলো নিৰল হৈ ৰৈ থকা যেন লাগে। হঠাৎ যেন সকলোৱে সাৰ পাই উঠিছে এনে লাগে।) (Light on)*

প্ৰকাশ : *(জয়ন্তক জোকাৰি দিয়ে)* ঐ ৰৈ গ'লি কিয়? প্ৰমট্ কৰ।

জয়ন্ত : *(কালৈকো নোচোৱাকৈ চিঞৰি চিঞৰি পঢ়ি যায়)*

চন্দ্ৰ, সূৰ্য, বায়ু, পানী, দেৱতা, কিন্নৰ
সকলোকে সাক্ষী ৰাখি আজি মই
ভৱিষ্যৎ সিংহাসনৰ ভাবী অধিকাৰী
পুত্ৰ দেৱব্ৰতে
সত্যৱতীৰ গৰ্ভজাত
সন্তানৰ হেতু
কৰি থ'লো পণ
শুনা, শুনা গছ-লতা পশু-পক্ষী
বায়ু-পানী, চন্দ্ৰ-দিবাকৰ
দেৱব্ৰতে কৰিলে প্ৰতিজ্ঞা
আজীৱন কুমাৰৰ ব্ৰত।

*(জয়ন্তই হোঁ হোঁকৈ হাঁহি দিয়ে)*

শুনিলি? দেৱব্ৰতৰ এয়া ত্যাগ আৰু প্ৰতিজ্ঞা। হেৰা অলক দা, দেউতাৰাই বেয়া পাই বুলি জানিও, তুমি চিগাৰেট খোৱা অভ্যাসটোকে ত্যাগ কৰিব নোৱাৰিলা।

*(সকলোৱে হাঁহি দিয়ে)*

প্ৰকাশ : এইটোৱেই চিৰিয়াছ চিন কিন্তু। এই চিনৰ পিচৰ পৰাই দেৱব্ৰত ভীষ্ম

হ'বগৈ। দেৱব্ৰতে এই প্ৰতিজ্ঞা কৰাৰ পিচতেই শংখ, ঘণ্টা বাজিব, উৰুলি ধ্বনি হ'ব। আকাশৰ পৰা পুষ্প বৃষ্টি হ'ব আৰু চাৰিওফালে প্ৰতিধ্বনিত হ'ব—

"ভীষ্ম, ভীষ্ম, ভীষ্ম।"

অলক : মোৰ যদি হাঁহি উঠি যায়।

প্ৰকাশ : তুমি যে কি অলক দা।

অলক : জয়ন্ত।

জয়ন্ত : কোৱা অলক দা।

অলক : আচলতে ভীষ্ম কোন? দামোদৰ হাজৰিকা নে চৌধুৰীহঁত!

জয়ন্ত : মোৰ প্ৰশ্নটোকে সুধিছা অলকদা।

অলক : ৰাজসিংহাসন ত্যাগ কৰিলেও সিংহাসনৰ প্ৰাৰ্থী নিৰ্বাচন ভীষ্মই কৰিছিল। ৰাজনীতিৰ খেলত ভীষ্মই দিশ নিৰ্ণয়ৰ ভূমিকা লৈছিল ঠিক আমাৰ চৌধুৰীৰ দৰে, নিজে ৰজা নহয়, কিন্তু ৰজা ভঙা-পতাৰ চাবি-

...

প্ৰকাশ : তুমি কি কথা উলিয়ালা অলকদা?

অলক : ইমান Serious Role মই কৰিব নোৱাৰো কিজানি।

লতা : বঢ়িয়া শুৱাব কিন্তু তোমাক।

অলক : বাৰু দেৱব্ৰতৰ গোফ আছিল নে নাই, মানে এই মোচ।

প্ৰকাশ : তোমাৰ যে কথা আৰু!

অলক : নহয়, মই অলপ Seriously সুধিছো।

জয়ন্ত : বিয়া নকৰোৱাৰ কাৰণ সেইটোৱেই বুলি ভাবিছা নেকি?

অলক : নহয় অ', মোচ থাকিলে যদি হয়, তেনেহ'লে দেৱব্ৰতটো ই কৰক। *(প্ৰশান্তলৈ দেখুৱাই)*

প্ৰশান্ত : মই? দেৱব্ৰত?

*(নীতাই হাঁহি দিয়ে। সকলোৱে নীতালৈ চাই থাকে)*

প্ৰশান্ত : হাঁহিলা কেলেই?

নীতা : কৈ দিওঁ?

জয়ন্ত : কৈ দিয়া নীতা, কৈ দিয়া।

নীতা : *(প্ৰশান্তক)* কওঁ?

প্ৰশান্ত : তুমি কি ক'ব খুজিছা মই কেনেকৈ জানিম?

নীতা : প্ৰশান্তদাই বন্দনা বাইদেউক বিয়া কৰাম বুলিছে নহয়, ঘৰত ভীষণ আপত্তি। *(হাঁহে)*

প্ৰশান্ত : এৰা ভাই, দেউতাই চাফা কৈ দিছে— তাইক বিয়া কৰাবলৈ হ'লে তোৰ লগত এইখন ঘৰৰ কোনো সম্বন্ধই নাথাকিব। ময়ো কৈ দিছো, বোলো— ময়ো ঘৰ এৰি যোৱাটোকে সিদ্ধান্ত কৰিছো। বন্দনাক বিয়া কৰামেই। বেয়া কৈছো নেকি?

নীতা : *(হাঁহি)* সেইজনে বাৰু ভীষ্মৰ অভিনয় কৰিলে কেনেকুৱা লাগিব, ভাবি চাওকচোন। এজনে দেউতাকৰ সুখৰ বাবে সকলো ত্যাগ কৰে আৰু আনজনে........

প্ৰশান্ত : What do you mean by that Nita? তুমি কি ক'ব খুজিছা? *(প্ৰশান্তৰ মুখ গম্ভীৰ হৈ থাকে। নীতায়ো ভয় খায়।)*

নীতা : নহয় মানে মই ধেমালিহে..........

প্ৰশান্ত : *(প্ৰকাশক)* ঐ নাট্যকাৰ, কচোন সত্যৱতীৰ নিচিনা ধুনীয়া গাভৰু এজনীক বুঢ়া শান্তনুৱে বিয়া কৰাব খোজোঁতে ভীষ্ম, মানে দেৱব্ৰতে বাধা দিয়া উচিত আছিল নে নাই? দেৱব্ৰতক যে তহঁতে ভীষ্ম কৰিলি, বেচেৰী সেই সত্যৱতীজনী, যাৰ ৰূপ আৰু যৌৱনে পাহি মেলিছেহে মাত্ৰ, তাইক বুঢ়া এজনৰ লগত সংসাৰ কৰিবলৈ দিয়াৰ পাচতো তাইৰ প্ৰতি তহঁতৰ সামান্য প্ৰশংসা এটাও নোলাল। এইবিলাক কি বিচাৰ কচোন। দেৱব্ৰতে ত্যাগ কৰিলে বৃদ্ধ পিতাকৰ স্তিমিত যৌৱনৰ বাবে আৰু সত্যৱতীয়ে ত্যাগ কৰিলে অনাগত সন্তানৰ বাবে। তথাপি তহঁতৰ প্ৰশংসা নাই।

প্ৰকাশ : তই এনেকুৱা কথা ক'ব পৰা হ'লি প্ৰশান্ত!

জয়ন্ত : তই গোফকোছা ঠিকেই ৰাখিছ বুইছ। ময়ো এতিয়াহে তাৰ সাৰ্থকতা দেখিলো।

লতা : তোমালোকে মাথোন অবাবত কথা পাতি আছা। ৰিহাৰ্চেল কৰিলে কৰা, নকৰিলে যাওঁগৈ।

নীতা : ময়ো যাওঁ দেই। দেৰি হৈছে।

প্ৰকাশ : *(গম্ভীৰ হৈ)* ঠিকেই আমি অনাহকত সময় খৰচ কৰিছো।

জয়ন্ত : মোৰ মতে Casting কেইটা একেবাৰে Change কৰা যাওক। দিগন্তক দেৱব্ৰত দিছিলি, সিতো নাহিলেই।

প্ৰকাশ : দায়িত্ববোধ নাই। কাণ্ডজ্ঞান নাই। পাৰ্ট কৰিব নোৱাৰিলে আগতেই কৈ দিব লাগিছিল। এইবিলাক লৈয়েই..........

জয়ন্ত : সি বাৰু নাহিল কিয়?

প্ৰকাশ : মই কেনেকৈ ক'ম?

অলক : তাৰ বোলে সময় নাই।

প্ৰকাশ : আচলতে তাৰ মন নাই।

লতা : মনো নাই, সময়ো নাই।

নীতা : তুমি কেনেকৈ জানিলা?

প্ৰশান্ত : দিগন্তৰ কথা লতাই নাজানি আৰু কোনে জানিব?

লতা : যাঃ।

জয়ন্ত : দিগন্তৰ কি হৈছে লতা?

লতা : ক'ব নোৱাৰোঁ।

প্ৰকাশ : আৰে দিগন্ত নাহিল নাই। এটাৰ কাৰণে আমি বৈ যামনে?

জয়ন্ত : কিন্তু সি কিয় নাহিল, সেইটো আমাৰ জনা দৰকাৰ।

প্ৰকাশ : আচলতে জনোৱাটো তাৰহে দৰকাৰ।

লতা : আমি বাৰু এনেয়ে সময় নষ্ট কৰিছো নেকি?

প্ৰশান্ত : *(চিঞৰি চিঞৰি)* আমি এতিয়া বাহিৰা কথা, বাহিৰা আলোচনা বন্ধ কৰিলোঁ। আৰু' ৰিহাৰ্চেল আৰম্ভ কৰিছো। "কাশীৰাজ কন্যাৰ সয়ম্বৰ সভাত" *(হাঁহি)* যাঃ এতিয়া আৰু' কৰ।

প্ৰকাশ : ঠিক আছে। কাশীৰাজৰ কন্যা— অম্বা, অম্বিকা, অম্বালিকাৰ সয়ম্বৰ। *(সুৰ সলাই জয়ন্তলৈ চাই)* কিন্তু অম্বা, অম্বালিকা যে নাই।

জয়ন্ত : হ'ব দেচোন। অম্বিকা আৰু অম্বালিকাৰ সংলাপ নাই। *(লতালৈ দেখুৱাই)* অম্বাতো আছেই।

প্ৰকাশ : *(অলকক)* তুমি ভীষ্ম। *(জয়ন্তক)* তই এইবাৰ শৌৱলৰাজ শাল্ব। শুন এইটো বৰ জমা চিন।

জয়ন্ত : *(প্ৰকাশক)* তই শৌৱলৰাজ; মোক নাটকখন দে, মই প্ৰমট্ কৰো।

প্ৰকাশ : মই?

জয়ন্ত : চাওচোন দে।

প্ৰকাশ : ঠিক আছে। চিনটো শুনা। কাশী ৰজাৰ তিনিজনী কন্যা— অম্বা, অম্বিকা, অম্বালিকা। ৰজাই কন্যাৰ সয়ম্বৰ পাতিছে; কোশল, বংগ, কলিংগ আদি ৰাজ্যসমূহৰ ৰাজকোঁৱৰ আহিছিল। শৌৱলৰাজ শাল্বও আহিছিল। অম্বা আৰু শৌৱল ৰাজৰ মাজত ভালপোৱা আছিল। গতিকে অম্বাই শৌৱল ৰজাকেই পতি বৰণ কৰিব সেই কথা সকলোৱে জানে। মাথোন অম্বিকা আৰু অম্বালিকাইহে পতি নিৰ্বাচন কৰি ল'ব। এই স্বয়ম্বৰ সভালৈ আহিল গংগাৰ পুত্ৰ সু-শাস্ত্ৰজ্ঞ ধাৰ্মিক বীৰপুৰুষ

ভীষ্ম। বয়সে ভাটি দিয়া ভীষ্মক দেখি সকলোৱে প্ৰথমে তবধ মানিছিল। ভীষ্মই চিৰকুমাৰ ব্ৰত লোৱাৰ কথাও সকলোৱে জানিছিল। তেনেস্থলত সয়ম্বৰ সভাত এইজন ক্ষত্ৰিয় কুল-মণিৰ উপস্থিতি কিয়? ভীষ্মই কাশীৰাজৰ এই তিনিওগৰাকী সুদৰ্শনা কন্যাক হৰণ কৰি নিব বিচাৰিছিল, ভীষ্মৰ ভায়েক অৰ্থাৎ সুদৰ্শন বিচিত্ৰবীৰ্যৰ বাবে। বলেৰে ভীষ্মই তিনিওগৰাকী কন্যাক লৈ গ'ল। প্ৰেয়সীক লাভ কৰিবলৈ শৌবলৰাজে প্ৰাণপণে যুদ্ধ কৰিছিল যদিও ভীষ্মৰ শক্তিৰ আগত তেওঁ পৰাজিত হ'ল।

এইখিনিতে অম্বাৰ Climax। অম্বা ভীষ্মৰ শক্তিৰ কবলত পৰিছিল। প্ৰথমে তাই ভীষ্মক কাবৌ কৰিলে এৰি দিবলৈ। ভীষ্মই সেই কথা নেমানিলে। Yes Lata, তুমি অম্বা হোৱা। তুমি ভিতৰৰ পৰা ওলাই আহিবা। নীতা, তুমি যোৱাচোন। তুমি লগে লগে আহিবা।

*(লতা আৰু নীতা ভিতৰলৈ যায়) (জয়ন্তক)* তই ড্ৰামা ল। *(সকলোৰে মাজত বহেগৈ; যেন সয়ম্বৰলৈ অহা ৰাজকোঁৱৰহে)*

হেৰৌ, সকলো ৰাজকোঁৱৰ হ'লে নহ'ব। কাশীৰাজ কোন হ'ব?

জয়ন্ত : সেইটো থাৰঘৰীয়াক দিব লাগিব। আজি খবৰটো দিবিগৈ। সদ্যহতে ময়ে চলাই দিওঁ।

*(সকলোৱে গৈ আসনত বহেগৈ। জয়ন্তই পাণ্ডুলিপি লৈ একাষে ৰয়।)*

হে, অভ্যাগত বীৰগণ
*(ভীষ্মক)* হে বীৰ জ্ঞানসিন্ধু গংগাৰ নন্দন
আমি কেনে পুণ্য বলে পালো দৰিশন
ক্ষত্ৰিয় ধৰ্ম পালি
দয়া-মায়া ত্যাগ কৰি
তিনিটি কন্যাৰ বাবে
সয়ম্বৰ সভাৰ হ'ল আয়োজন
জানো মই আজি হন্তে
বুকু সুদা হ'ল
আলাসৰ লাৰু মোৰ তিনি কন্যা
মোৰ ত্ৰিনয়ন
সঁপি দিম নিজহাতে
যোগ্য বৰ হ'ব যিটো জন

হে বীৰগণ, ক্ষত্ৰিয়ৰ কুল নন্দন.........

প্ৰকাশ : শুন, ইয়াৰ পিচত অম্বা, অম্বিকা আৰু অম্বালিকা ওলাই আহিব। এটা মৃদু গুঞ্জন। হঠাৎ দেখা যাব ভীষ্ম বহাৰ পৰা উঠিল। খাপৰ পৰা অস্ত্ৰ উলিয়াই তিনিওগৰাকী কন্যাক আগচি ধৰিলে। *(Music তীব্ৰ হ'ব। এক ভীষণ কোলাহল, লাইট দ্ৰুতগতিত পৰিবৰ্তন হ'ব, লগে লগে সংগীত তীব্ৰ হ'ব। পোহৰ কমি যায়, প'ষ্টাৰ "ভীষ্ম শক্তিৰ প্ৰয়োগ"। সংগীত চলি থাকে। মঞ্চত আন্ধাৰ।)*

*(মঞ্চত পোহৰ পৰাত দেখা যায় দামোদৰ হাজৰিকা আৰু অন্য ... ভদ্ৰলোক বহি আছে। হাজৰিকাক আগৰ দৃশ্যত দেখাতকৈ ... বুঢ়া যেন দেখা যায়। যেন বৰ অলস। আনহাতে ভদ্ৰলোকজন বেছ তজবজীয়া।)*

ভদ্ৰলোক (চৌধুৰী) : কথাটো কি জানে হাজৰিকা, ৰাইজৰ মমত লাগি থকা মানুহ, আহো বুলি আহিব নোৱাৰো। আমাৰ কাৰণে সকলোতকৈ ডাঙৰ বস্তু হৈছে সময়।

হাজৰিকা : ঠিকেই কৈছে।

ভদ্ৰলোক : আজি বোলো ই কথা সি কথা নহয়। আজি আৰু আপোনাৰ ঘৰত সোমামেই। ক'বলৈ লাজ কিহৰ আহানি আমি পঢ়ি থাকোঁতে আপোনালোক ভলন্‌টিয়াৰ। আমি আপোনালোকক দেখিলে পেংলাই কৰো। *(নিজে নিজে হাঁহে)*

হাজৰিকা : সেইবোৰ দিনৰ কথা কৈ কি লাভ চৌধুৰী।

ভদ্ৰলোক : নহয় নহয়, লাভ-লোকচানৰ কথা নহয়। আমাৰ সকলোতকৈ ডাঙৰ বস্তু হৈছে ইতিহাস, বুৰঞ্জী। আমাৰ দেশৰ বুৰঞ্জীত আপোনালোকৰ নাম সোণোৱালী আখৰেৰে লিখা থাকিব। হাজৰিকা, মোৰ চিঠিখন পাইছে নিশ্চয় ?

হাজৰিকা : হয় পাইছো। উত্তৰহে দিব পৰা নাছিলো। নিজে এবাৰ গৈ আহিবলৈকো............

ভদ্ৰলোক : মই সেই কাৰণেই আহিলো বুজিছে। আচলতে কি জানে— আমাৰ সকলোতকৈ ডাঙৰ বস্তু হৈছে ল'ৰা-ছোৱালী। এতিয়া মোৰ প্ৰস্তাৱটোৰ বিষয়ে আলোচনা কৰো, নে কি বোলে।

হাজৰিকা : কিন্তু মোৰ ছোৱালীজনীৰোতো কিবা ক'ব লগা থাকিব পাৰে।

ভদ্ৰলোক : ছোৱালীজনীৰ! *(হোঁ হোঁকৈ হাঁহি দিয়ে)*

হাজৰিকা : কি হ'ল?

ভদ্ৰলোক : হঁহঁৱালে, হাজৰিকা আপুনি মোতকৈ বয়সত কেইবছৰমান ডাঙৰ। তথাপি আমি একপ্ৰকাৰ স্বাধীনতা সংগ্ৰামৰ সহকৰ্মী নহয় জানো।

হাজৰিকা : সহকৰ্মী?

ভদ্ৰলোক : মানে ধৰকচোন জেল আপুনিও খাইছিল, ময়ো খাইছিলো। আপুনি যেনিবা তিনিবছৰ জেল খাটিলে। মই যেনিবা তিনি নিশা থাকিলো। ত্যাগ আপুনিও কৰিলে ময়ো কৰিলোঁ। হিচাব মতে মই দেউতাৰ মৌজাদাৰী পাব লাগিছিল। নাপালো। স্বাধীনতাৰ কামত লগাটোৱেই অপৰাধ। বিয়াও কৰাবলৈ নহ'ল। ভতিজাইঁতকে পো বুলি লৈছো। *(হাঁহে)* Anyway এতিয়া কথা হৈছে আপোনাৰ ছোৱালীজনীক মোৰ ভতিজাটোলৈ বিয়া কৰোৱা। আচলতে কথা কি জানে— আমাৰ সকলোতকৈ ডাঙৰ বস্তু হৈছে ৰুচি, পছন্দ, অপছন্দ। আমাৰ ঘৰখনে আপোনাৰ ছোৱালীজনীক পছন্দ কৰিছে। ল'ৰায়ো বোলে— *(হাঁহি)* আজিকালিৰ ল'ৰাৰ কথা দিয়কচোন। মন কৰিছে।

হাজৰিকা : কিন্তু............

ভদ্ৰলোক : হেৰি, মোৰ ভতিজাটোক বহুতে অঁকৰা বোলে। গাৰ বৰণটো অলপ যেনিবা ক'লা। কৃষ্ণও ক'লা আছিল। পুৰুষৰ ৰূপে কি কৰে, গুণেহে সংসাৰ তৰে। আপুনি নিজে সত্যবাদী যুধিষ্ঠিৰ হৈ কি কৰিলে?

হাজৰিকা : আপুনি কি ক'ব খুজিছে?

ভদ্ৰলোক : কোৱাখিনি কথাকে অলপ বহলকৈ ক'ব খুজিছো। সুন্দৰ ভাষাৰে ক'বলৈ হ'লে— আপোনাৰ লগত মিতিৰ পাতিব খুজিছো। অৱশ্যে এটা কথা মানুহে কোৱা-মেলা কৰিব। কৰক, মই কি ভাবিছো জানে— আপোনাৰ ঘৰ-দুৱাৰবোৰ ময়েই সজাই-মেলি দিম। ইয়াৰ উপৰি *(বেগৰ পৰা দলিল এখন উলিয়াই)* এইখন, এই দলিলখন আপোনাক ফিৰাই দিম।

হাজৰিকা : কিন্তু আপোনাৰ পৰা লোৱা টকাৰ ঋণ যে মই পৰিশোধ কৰিব পৰা নাই।

ভদ্ৰলোক : আপুনিনো আৰু ক'ৰ পৰা ঋণ পৰিশোধ কৰিব হয়নে? সকলোতকৈ ডাঙৰ বস্তু হৈছে মৰম-চেনেহ। চাওঁ মাতকচোন আপোনাৰ ছোৱালীজনীক; আচল কথা কি জানে— মোৰ ল'ৰালৈ ছোৱালী যচা মানুহৰ আকাল নাই। মাক-বাপেকে ৰাজভোগ দিবলৈ নিবিচাৰিব কিয়? হয়নে? কিন্তু মই বোলো মোৰ ল'ৰালৈ মই আপোনাৰ ছোৱালীক বিয়া কৰাম। কি নাম তাইৰ?

হাজৰিকা : লতা।

ভদ্ৰলোক : লতা; বৰ সুন্দৰ নাম। মোৰ ভতিজা ল'ৰাৰ নামটো আকৌ সুদৰ্শন। মানে কি জানে? সঁচাকৈ মোৰ ল'ৰাটোৰ নাকটো যদি অকণমান জোঙা হ'লহেঁতেন, গাৰ ৰংটো যদি অকণমান মুকলি হ'লহেঁতেন, চকুযুৰি যদি অকণমান বাহিৰত থাকিলহেঁতেন তাক ফেৰ মাৰিব পৰা এইখিনিত আৰু কোনো নোলালহেঁতেন।

হাজৰিকা : দৈহিক সৌন্দৰ্যৰ কথা মই কোৱা নাই চৌধুৰী।

ভদ্ৰলোক : তাকেতো, কিয় ক'ব আপুনি। জ্ঞানী মানুহে সেইবোৰ নিবিচাৰে হয়। সকলোতকৈ ডাঙৰ বস্তু হৈছে জ্ঞান।

হাজৰিকা : কিন্তু আপোনাৰ সেই বেমাৰী, অঁকৰা ভতিজা ল'ৰাটোলৈ মই মোৰ ছোৱালী...... .

ভদ্ৰলোক : কি ক'লে? অঁকৰা *(হাঁহে)* আন মানুহ হোৱা হ'লে আপোনাৰ এই কথাত খং উঠিলহেঁতেন। কিন্তু সকলোতকৈ ডাঙৰ বস্তু ধৈৰ্য আৰু সংযম। এই ধৈৰ্য আৰু সংযমৰ বাবেই মই ৰাইজৰ কাম কৰি Stand কৰি গ'লো। আপুনি down হৈ গ'ল। অৰ্থাৎ মই ভীষ্ম হ'লো মানে ত্যাগ কৰিলোঁ। সিংহাসনখনৰ নাকী এডাল লগাই তাৰ এটা মূৰ নিজৰ হাতত থ'লো। ধৰ্ম-কৰ্ম কৰি আপুনি বনবাস খটা -লৰজা হ'ল আৰু মই.........
*(হাঁহে)* এটা কাম কৰো হাজৰিকা *(দলিলখন দেখুৱাই)* এইখন মোৰ হাতত‌ে নিৰাপদে থাকক। মই আকৌ আহিম। বৰ্তমান যাওঁ, মিটিং এখন আছে মানে— ভগবান বুদ্ধ জয়ন্তী উপলক্ষে উদ্‌যাপন সমিতিৰ মিটিং। মই আহো দেই।
*(ভদ্ৰলোক গুচি যায়। হাজৰিকাই অবাক হৈ চাই থাকে। মঞ্চ আন্ধাৰ হয়। সঙ্গীত চলি থাকে।)*
*(কোৰাছৰ গীত : গীতৰ ভাবাৰ্থ : যুগে যুগে এই কাহিনী চলি আহিছে। অন্ধ ধৃতৰাষ্ট্ৰক সিংহাসনত বহুৱাই দিয়া হৈছে। এই ধৃতৰাষ্ট্ৰইতেই নিজ সিংহাসন নিষ্কণ্টক কৰিবলৈ, পুত্ৰৰ ভৱিষ্যৎ সিংহাসন আৰোহণৰ বাট খোলা ৰাখিবলৈকে পাশাখেলৰ আয়োজন কৰা হৈছে। মঞ্চত পোহৰ পৰাৰ লগে লগে জয়ন্তই চিএঞৰি উঠে)*

জয়ন্ত : No, No, No.

প্ৰশান্ত : কি হ'ল?

জয়ন্ত : নোৱাৰো। ভীষ্মক মই সন্মান কৰিব নোৱাৰো। কাশী ৰজাৰ তিনি

কন্যাক ভীষ্মই গাৰ বলেৰে অপহৰণ কৰি নিলে। শৌবল ৰজাৰ পৰা বিচ্ছেদ হৈ অম্বা আউলী-বাউলী হ'ল; ভীষ্মৰ আগত তেওঁ তেওঁৰ প্ৰেমাস্পদৰ কথা ক'লে, ভীষ্মই অম্বাক পুনৰ শৌবলৰাজৰ ওচৰলৈ ঘূৰাই পঠিয়ালে। অপহৃত নাৰীক শৌবলৰাজে গ্ৰহণ নকৰিলে আৰু অম্বিকা, অম্বালিকাক বিচিত্ৰবীৰ্যলৈ বিয়া দিলে। বিচিত্ৰবীৰ্য কামুক। দুয়োজনী গাভৰু বিবাহৰ মাথোন একেটি বছৰ পিছতেই বিধবা হয়। মাতৃত্বৰ বাসনা পূৰণৰ বাবে এই দুই নাৰীয়ে কুতসিৎ-কদাকাৰ ব্যাসৰ শয্যা সঙ্গিনী হ'ব লগা হ'ল। ব্যাসৰ কুতসিৎ ৰূপ আৰু দুৰ্গন্ধিত অম্বিকাই চকু মুদি দিলে। যাৰ ফলত জন্ম হ'ল অন্ধ ধৃতৰাষ্ট্ৰৰ। অম্বালিকাৰ মুখ সেই পুৰুষ দেখি বিবৰ্ণ হৈ পৰিল। যাৰ ফলত জন্ম হ'ল নিস্তেজ পাণ্ডুৰ। ভীষ্মই জানিছিল তেওঁৰ ভাতৃ বিচিত্ৰবীৰ্য পুৰুষত্বহীন তথাপি এই ৰাজকুঁৱৰীক তেওঁ অপহৰণ কৰিলে?

অলক : এইখন যে নাটক জয়ন্ত।

জয়ন্ত : অলক দা, এইখন আদৰ্শৰ নাটক?

*(জয়ন্তই পাণ্ডুলিপিখন জপাই মেজৰ ওপৰত বহে আৰু চিএঞৰে)*

জয়ন্ত : লতা, লতা।

*(অলক, প্ৰশান্তহঁতে জয়ন্তৰ মুখলৈ চাই থাকে। লতা ওলাই আহে।)*

লতা : কি হ'ল, বৰকৈ চিএঞৰিলা দেখোন।

জয়ন্ত : তুমি অম্বা হ'বা।

লতা : এবাৰ সত্যৱতী হ'বলৈ কয়, এবাৰ গংগা হ'বলৈ কয়, আকৌ এবাৰ অম্বা হ'বলৈ কয়, কি পাৰ্টনো কৰিব লাগে মই ক'বই পৰা নাই। এনেকৈ আৰু থিয়েটাৰ হয় নেকি?

জয়ন্ত : লতা, তুমি মোক চিনি পোৱা নহয়?

*(লতাই ভেবা লাগি চাই থাকে)*

মই সুধিছো তুমি মোক চিনি পোৱানে নোপোৱা?

লতা : মই মানে.........

প্ৰকাশ : জয়ন্ত তই পাগল হ'লি নেকি?

জয়ন্ত : ৰ, মই লতাক সুধিছো। *(লতাক)* তুমি মোক চিনি পোৱা নহয় জানো? *(অলকক দেখুৱাই)* ইয়াক। *(অলকে যেন ভয় খায় যায়)*

লতা : পাওঁ।

জয়ন্ত : তেনেহ'লে সকলোৰে আগত কোৱা যে দিগন্তৰ বাহিৰে তুমি আন

কাকো বিয়া নকৰোৱা।

*(লতাই তলমূৰ কৰে। বাকী সকলোকে বিব্ৰত হোৱা যেন দেখা যায়।)*

জয়ন্ত : মই সকলো জানো লতা, তোমালোকৰ ঘৰলৈ এজন ভীষ্ম আহিছে। এসময়ত তেওঁ বোলে ৰাইজৰ কাম কৰিছিল। এইজনা ভীষ্মই তেওঁৰ বেঙা ভতিজাকৰ কাৰণে তোমাক বিয়া কৰাব খোজে। শক্তিৰে শক্তিমান এইজন ভীষ্মই তোমাক অপহৰণ কৰি নিব পাৰে। ভীষ্মৰ বহুত বল আছিল। ৰাজশক্তিৰ সমৰ্থন আছিল। আৰু এই নতুন ভীষ্ম চৌধুৰীহঁতৰ? এওঁলোকৰো ক্ষমতাৰ শক্তি আছে। এওঁলো নিজে ৰজা নহয়, কিন্তু সিংহাসনৰ উত্তৰাধিকাৰী এওঁলোকে নিৰ্ণ ৰে।

প্ৰশান্ত : এনেকৈ আৰু নাটক নহ'বগৈ দেই। মহাভাৰতৰ ভীষ্মৰ লগত এতিয়াৰ ইটো সিটোক ৰিজাই থাকিলে কি হ'ব? হাজৰিকাকো পাতিলি ভীষ্ম, চৌধুৰীকো ভীষ্ম পাতিলি.........

জয়ন্ত : হাজৰিকা আৰু চৌধুৰীৰ মাজত মই ভীষ্মক বিচৰা নাই। যি ত্যাগ আৰু বীৰত্বৰ প্ৰতি তহঁত আস্থাশীল, সেই বীৰত্ব আৰু ত্যাগৰ যথাৰ্থতাহে মই বিচাৰি চাব খুজিছো। লতা, তুমি— অম্বা, যোৱা সাহসেৰে সকলো কথা— কৈ দিয়া। কৈ দিয়া প্ৰয়োজন হ'লে শিখণ্ডীৰ জন্ম লৈ এইসকল ভীষ্মৰ ওপৰত প্ৰতিশোধ লোৱা। কিন্তু অম্বাই এটা ভুল কৰিলে। অম্বাই স্বীকাৰোক্তি সময়তকৈ পিচত কৰিলে। সময় মতে মুখ খুলিব নজনাৰ বাবেই অম্বাই এটি জনম কেৱল ছাটি-ফুটি কৰি কটালে। অম্বাৰ জীৱনে আমাক এটি কথা শিকায় লতা। প্ৰতিবাদ যদি কৰিব লাগে, প্ৰতিকাৰৰ সংকল্প যদি ল'বই লাগে, তেনেহ'লে সময় থাকোঁতেই ল'ব লাগে।

লতাক বিব্ৰত দেখা যায়। *(বিশৃংখল সংগীতৰ সুৰ। মঞ্চ পোহৰত কঁপনি। সকলোবোৰ ভাৱৰীয়াক মঞ্চত ওলট-পালট হৈ যোৱা যেন দেখা যাব, যেন স্থিৰ হৈ থাকে জয়ন্ত। পোহৰ ক্ৰমাৎ আহি জয়ন্তৰ মুখত কেন্দ্ৰীভূত হয়। পষ্টাৰ দেখা যায়— 'শিখণ্ডীৰ জন্মৰ প্ৰস্তুতি'। পোহৰ ক্ৰমাৎ আঁতৰি যায়। বৃদ্ধ হাজৰিকা স্থিৰ হৈ বহি থাকে। সংগীতৰ সুৰ তীব্ৰতৰ হয়। পোহৰত বৃদ্ধ দামোদৰ হাজৰিকাৰ চকু দুটা উজ্জ্বল হৈ উঠা যেন লাগে। জয়ন্ত আহে মঞ্চৰ 'গ' অংশলৈ।)*

জয়ন্ত : বৰদেউতা, বৰদেউতা।

হাজৰিকা : হু মোক মাতিছ। অ', তই....... জয়ন্ত।

জয়ন্ত ঃ লতাৰ বিয়াৰ বন্দৱস্ত কৰিলে বৰদেউতা?

হাজৰিকা ঃ বিয়া? উপাই নাই জয়ন্ত, লতাক দিগন্তলৈ বিয়া দিব নোৱাৰি। চৌধুৰীৰ ঘৰৰ লগত মই— মই ফেৰ পাতিব নোৱাৰো।

জয়ন্ত ঃ কাৰণ?

হাজৰিকা ঃ তেওঁলোক ৰজাঘৰীয়া মানুহ, ইচ্ছা কৰিলে তেওঁলোকে মোক, মোৰ পৰিয়ালক দীৰ্ঘায়ু দান কৰিব পাৰে আৰু ইচ্ছা কৰিলে মোৰ অস্তিত্বৰ শেষ কণাকণো নাইকিয়া কৰিব পাৰে।

জয়ন্ত ঃ এই ক্ষমতা তেওঁলোকক কোনে দিলে বৰদেউতা?

হাজৰিকা ঃ মই ক'ব নোৱাৰো।

জয়ন্ত ঃ মই কিন্তু ক'ব পাৰো। অ-পাত্ৰক দান দিয়াটো দোষণীয় বৰদেউতা।

বৃদ্ধ ঃ মই বুজা নাই।

জয়ন্ত ঃ দোষ দান লওঁতাজনৰ নহয়, দিওঁতাজনৰহে।

বৃদ্ধ ঃ তই কি কৈছ জয়ন্ত?

জয়ন্ত ঃ বৰদেউতা, আপোনালোকৰ ত্যাগ আৰু অসীম যাতনাৰ কথা ইতিহাসে স্বীকাৰ কৰিব। সেই ত্যাগ আৰু যাতনাৰ বাবেই আমিও আপোনালোকক শ্ৰদ্ধা কৰিছো। কিন্তু প্ৰশ্ন হয় বৰদেউতা— আপোনালোকৰ সেই ত্যাগ আৰু সেই যাতনাই— এই চৌধুৰীহঁতৰ সৃষ্টি কৰা নাইনে?

বৃদ্ধ হাজঃ ঃ জয়ন্ত।

জয়ন্ত ঃ একো আচৰিত কথা নহয় বৰদেউতা— আপুনি সৰ্বস্ব ত্যাগী মহামতি ভীষ্ম আৰু এই চৌধুৰী— বলবান, জ্ঞানী, ৰণপটু, নাৰী অপহৰণকাৰী ভীষ্ম। ত্যাগী ভীষ্ম— ত্যাগ কৰিছিল, কামুক পিতৃৰ লালসা পূৰণৰ কাৰণে। ভীষ্মৰ সেই ত্যাগৰ বাবে ৰাজসিংহাসন অপদাৰ্থৰ হাতত পৰিছিল। ভীষ্মৰ শক্তিৰ আৰু ৰণ পটুতাৰ অপপ্ৰয়োগৰ বাবেই অম্বাহঁতৰ যৌৱনৰ........

বৃদ্ধ হাজ ঃ জ.........জয়ন্ত.......

জয়ন্ত ঃ কেৱল সেয়ে নহয় বৰদেউতা, ভীষ্মৰ শক্তি আৰু ৰণ পটুতাৰ সু-প্ৰয়োগ হোৱা হ'লে, ভীষ্মৰ ত্যাগ আৰু কৰ্তব্যনিষ্ঠা যথাৰ্থভাৱে ব্যৱহৃত হোৱা হ'লে—

বৃদ্ধ হাজ ঃ *(চিঞৰি উঠে)* জয়ন্ত জয়ন্ত

(বৃদ্ধৰ চিঞৰ চৌদিশে প্ৰতিধ্বনিত হয়। সংগীত তীব্ৰতৰ হয়, মঞ্চৰ পোহৰ নাচি উঠে। প্ৰকাশ, অলক, জয়ন্ত, প্ৰশান্ত, লতা, নীতা, বৃদ্ধ

সকলোকে একাকাৰ হৈ পৰা যেন লাগে।

পষ্টাৰ— "পিতামহৰ শৰশয্যা"

## —: বিৰতি :—

*(মঞ্চৰ 'খ' অংশৰ প্লেটফৰ্মত এইবাৰ অভিনয় হ'ব। সম্পূৰ্ণ মহাভাৰতৰ অভিনয়। ক্লাবৰ ল'ৰাকেইজনৰ মাজৰ পৰাই ভাওবোৰ কৰিব পাৰে। ভীষ্মৰ ভূমিকাত থাকিব অলক, জয়ন্ত স্মাৰক। ওপৰ মঞ্চত আ[illegible]য় চলি থাকোঁতে মঞ্চৰ অন্যান্য অংশ আন্ধাৰ থাকিব।)*

*(সিংহাসনত অন্ধ ধৃতৰাষ্ট্ৰ, পাশা খেল, পাশাত যুধিষ্ঠিৰ হাৰে হাৰে হাৰে।)*

দুৰ্যোধন ঃ হে ধৰ্মৰাজ! বাৰম্বাৰ হাৰিলা পণত।
আজি হন্তে পাঞ্চালী দাসী হ'ল মোৰ।
দুঃশাসন ভাতৃ মোৰ
যোৱা দ্ৰুত বেগে
উপস্থিত কৰোৱাহি
দ্ৰুপদ কন্যাক
সভাৰ মাজে।

দুঃশাসন ঃ যিবা আজ্ঞা মহাৰাজ। *(প্ৰস্থান)*

ধৃতৰাষ্ট্ৰ ঃ দুৰ্যোধন, বাচা মোৰ
পাঞ্চালীক কৰি অপমান
নৰকৰ পথ তই নানিবি চপাই *(ভীষ্ম যাব খোজে)*

দুৰ্যোধন ঃ পিতামহ কেনি গুচি যায়
শকুনি মামাই আজি
খেলে পাশাখেল
চাই যাওক নয়ন জুৰায়।

ভীষ্ম *(অলক)* ঃ দুৰ্যোধন বাচা মোৰ
শত ভাতৃৰ জ্যেষ্ঠ তই
হস্তিনাৰ গৌৰৱৰ মণি
অন্যায়ৰ পাতি পাশা খেল
পাণ্ডৱক বিপৰ্যস্ত কৰি

ভাব যদি শান্তি পাবি তই
ভুল ভুল বাচা
নৰকৰ বাট মাথোঁ নিজেই সাজিলি।

দুৰ্যোধন ঃ অন্যায়। পিতামহ, এই কথা শুনি বাৰম্বাৰ
তপ্ত ৰক্ত দ্ৰুত বহে শিৰাই শিৰাই
ৰাজপুত্ৰ দুৰ্যোধন মই
হস্তিনাৰ সিংহাসনৰ নায্য অধিকাৰী
আপুনিতো কৌৰৱৰ অন্নৰে পালিত ভৃত্য এক
হস্তিনাপুৰৰ.........

ধৃতৰাষ্ট্ৰ ঃ কি ক'লি কি ক'লি পুত্ৰ?
পিতামহক কৰি অপমান
হে গাংগেয়, হে শান্তনু নন্দন
হে কুলপুত্ৰ ত্যাগৰ প্ৰদীপ
পুত্ৰৰ ধৃষ্টতাৰ বাবে
ক্ষমা মাগো মই।

ভীষ্ম ঃ প্ৰয়োজন নাই কুৰুপতি
ক্ষমা প্ৰাৰ্থনাৰ
দুৰ্যোধন পুত্ৰসম মোৰ
পুত্ৰৰ অপৰাধৰ বাবে
পিতাই নকৰে ত্যাগ
জ্ঞাতি-বন্ধু-কুটুম্বজনক
বাচা দুৰ্যোধন।

দুৰ্যোধন ঃ লজ্জিত মই—
আপোনাক কৰি অপমান
তথাপিতো তথাপিতো পিতামহ
শত্ৰু বুলি জ্ঞান কৰো যাক
তাৰ বাবে স্নেহ আৰু মমতাৰ ভাব
পূৰ্ণৰূপে কৰো বিসৰ্জন।
*(Light off মঞ্চৰ 'গ' অংশত Light পৰে)*

*(দামোদৰ হাজৰিকাৰ ঘৰ)*

ভদ্ৰলোক : *(হাঁহি)* তুমি আহিবা বুলি মই জানিছিলো। আহিলা ঠিকেই, কিন্তু অলপ দেৰি কৰিলা। *(হাঁহি)* যি কি নহওক— It is better to be late than never. *(নাৰীয়ে কান্দে)* No, No. কান্দিবলৈ একো নাই। চোৱা তোমাৰ নামটো কি আছিল— আচ্ছা যিয়েই নহওক মই তোমাৰ নাম দিছিলো— সুন্দৰী। চোৱা সুন্দৰী, তোমাৰ স্বামী মনমোহন নে মোহন। He was once my friend. এসময়ত তেওঁ মোৰ বন্ধু আছিল। তোমাক বিয়া কৰোৱাৰ সময়ত আমাৰ দুটাৰ মিলা হ'ল। আচলতে তোমাক দেখি মোৰ পছন্দ হৈছিল। তেওঁৰ পছন্দ হ'ল— কিন্তু সেই খেলত মই হাৰিলো— মনমোহন নে মোহন জিকিল। অৰ্থাৎ সি তোমাক বিয়া কৰাবলৈ পালে, মই নেপালো।

নাৰী : সেইবোৰ কথা কিয় উলিয়াইছে, আচল কথালৈ আহক।

ভদ্ৰলোক : আচল কথা? আচল কথা একো নাই। তাৰ পিছত নতুন খেল আৰম্ভ হ'ল— তোমাৰ গিৰিয়েৰাৰ স্বভাবটো অলপ ভাল আছিল হেনো। দহজনৰ আগত কথা ক'ব পাৰিছিল। কোনোবাই ক'লে Election খেলা! নিৰ্বাচন। মোক আহি সুধিলেহি, মই উৎসাহ দিলো। খেলা খেলা Election খেলা, মই সহায় কৰিম। খেল জমি গ'ল। মই বিজনেচ কৰা মানুহ। দুই পাৰ্টিকে মই সমানে সহায় কৰিলোঁ। মোৰ কাৰণে যি কোনো এজন জিকিলেই হ'ল। তোমাৰ স্বামীয়ে চল্লিশ হেজাৰ টকা মোৰ পৰা ল'লে।

নাৰী : জানো, তাৰ পাছত আপুনি আমাৰ ঘৰ-মাটি সকলো কাঢ়ি ল'লে। আমাক নিঠৰুৱা কৰিলে।

ভদ্ৰলোক : সেইটোৰ নামেই Election। যদি টকা খৰচ কৰিব পাৰিলোহেঁতেন জিকি গ'লোহেঁতেন। তোমাৰ স্বামীয়ে পঞ্চাশ হেজাৰ টকা খৰচ কৰিয়েই খতম। ইটো পাৰ্টিয়ে লাখ লাখ টকা ভাঙি দিলে। জিকি গ'ল আৰু মই *(হাঁহি)* মই খেল এনেভাবে আৰম্ভ কৰি দিলো যে মোৰ আৰু হৰাৰ কোনো ৰাস্তা নাই। জিকিমতো জিকিমেই জিকিলো।

নাৰী : মোৰ ল'ৰা-ছোৱালীকেইটাৰ মুখলৈ চাওক। মোৰ মূৰ সুমুৱাবলৈ অকণমান ঠাই দিয়ক। মোৰ স্বামী এসময়ত আপোনাৰ বন্ধু আছিল। সেই কথা........

ভদ্ৰলোক : নাই পাহৰা, নাই পাহৰা, সেই কথা কেতিয়াও পাহৰা নাই। লগতে এই কথাও মনত ৰাখিছো যে মোৰ এসময়ৰ বন্ধু এজন এতিয়া এজন

কয়দী। তেওঁ জেলত।

নাৰী : কিন্তু তেওঁ চুৰি কৰি, ডকাইতি কৰি, অন্যায় কৰি জেল খোৱা নাই।

ভদ্ৰলোক : জেল, জেলেই। ঠিক আছে, তুমি কি কৈছিলা। ল'ৰা-ছোৱালী কেইটাৰ মুখলৈ চাব লাগে নহয় জানো? সুন্দৰী, সদ্যহতে তোমাৰ মুখলৈ চাই চায়েই মোৰ দেহ-মন শাত পৰি গৈছে। সদ্যহতে তোমাৰ মুখখনকে চাই থাকিবলৈ দিয়া।

নাৰী : আপুনি........

ভদ্ৰলোক : আৰু কি কৈছিলা? মূৰ সুমুৱাবলৈ অকণমান ঠাই? *(কামিজৰ বুটামকেইটা খুলি খুলি)* দুই-এদিন ইয়াতে থাকা। তাৰ পিচত কি হয় কৰিম।

নাৰী : আপুনি কি ক'ব খুজিছে?

ভদ্ৰলোক : ইমানবোৰ কোৱাৰ পাচতো কি ক'ব খুজিছো বুজি পোৱা নাই হ'বলা। সুন্দৰী, মোহিনী— মাটিৰ দলিল-পত্ৰ, গিৰিয়েৰাই টকা লৈ দিয়া হেণ্ডনোট সেইবোৰৰ বিষয়ে— আমি পিছত পাতিম নহয় জানো?

নাৰী : আপোনাৰ উদ্দেশ্য কি?

ভদ্ৰলোক : পৰিষ্কাৰ। তোমাক থকা ঠাই দিয়া, খাবলৈ দিয়া, পিন্ধিবলৈ দিয়া। বুইছা সুন্দৰী, গিৰিয়েৰা খেলত হাৰিল। এতিয়াও যদি তেওঁকেই জীৱনৰ একমাত্ৰ পুৰুষ বুলি ভাবি থাকা এদিন দেখিবা তোমাৰ এই গাৰ কাপোৰখনো নাইকিয়া হ'ব।

নাৰী : আপোনাক, আপোনাক মই....... *(light off)*

দুৰ্যোধন : *(দুঃশাসনে দ্ৰৌপদীক আনে)* পাঞ্চালী আজি হন্তে দাসী তুমি
কৌৰৱ কুলৰ!
খ্যাতিমন্ত পাণ্ডৱৰ বীৰ যোদ্ধাগণ
ধৰাশায়ী হ'ল চোৱা
কূট-কৌশলত,
পাশা খেলত হাৰি পাণ্ডৱ নৃপতিয়ে
হেৰুৱালে ৰাজসিংহাসন
হেৰুৱালে সৰ্বস্বত্ব।
পত্নী, ভাতৃ সবাৰো ওপৰে,
পাঞ্চালী, ৰাজকীয় বেশভূষা কৰি পৰিত্যাগ
দাসী বেশ পিন্ধি লোৱা, সভাৰ মাজত।

দ্ৰৌপদী : নাই, নাই, দ্ৰুপদ জীয়ৰী মই,
বীৰ যোদ্ধা পঞ্চপতি থাকোঁতে কাষত
এনেহেন প্ৰস্তাৱক কৰো পদাঘাত।

দুৰ্যোধন : কি ক'লা, পদাঘাত?
*(হাঁহি)* নপুংশক পঞ্চপতি লৈ
এই অহংকাৰ
দুঃশাসন!
সৰ্ব গৰ্ব খৰ্ব কৰা এই পাঞ্চালীৰ,
কুৰু নৃপতিয়ে মই কৰিলোঁ আদেশ।

১ম ডেকা : পাঁচ টকা

২য় ডেকা : দহ টকা

৩য় ডেকা : কুৰি টকা

ভদ্ৰলোক : এশ টকা।
*(No light, foot dinky)*
*(এই দৃশ্যটোত মাথোন জ্বলা চিগাৰেট মুখে মুখে দেখুৱাব লগতে বটলৰ টুং টাং আৰু পানী ঢলা শব্দ। পুনৰ মঞ্চৰ 'ক' অংশত পোহৰ।)*

বিকৰ্ণ : ক্ষান্ত হওক, ক্ষান্ত হওক কুৰুপতি
শকুনি, দুঃশাসন
পাঞ্চালীৰ অপমান কিবা প্ৰয়োজন?

দুৰ্যোধন : কোন? বিকৰ্ণ?
নুমলীয়া ভাতৃ মোৰ
কিবা হেতু আনন্দৰ ঘটালি বিঘিনি?

বিকৰ্ণ : নাৰীৰ বিননি শুনি
তব হিয়া আনন্দত উঠিল উঠলি?
ধিক্ তব ৰাজসিংহাসন
ধিক্ তব শক্তি, খ্যাতি, সন্মান, গৌৰব,
*(ধৃতৰাষ্ট্ৰলৈ চাই)* পিতা তুমিয়েতো জন্মদাতা
কৌৰৱ কুলৰ?

ধৃতৰাষ্ট্ৰ : বিকৰ্ণ পুত্ৰ মোৰ
অন্ধ ধৃতৰাষ্ট্ৰ মই, নেদেখো একোকে
তয়েতো কনিষ্ঠ মোৰ

কৌৰৱৰ যশস্যাৰ মণি।

বিকৰ্ণ : জন্ম মোৰ কৌৰৱ কুলত
লজ্জা হয় ই কথা ভাবিলে
অগ্ৰজৰ দুঃকাৰ্যৰ বাবে
জ্বলি উঠে সৰ্বাঙ্গ দেহ
*(ভীষ্মৰ ওচৰলৈ গৈ)* পিতামহ,
আপোনাৰো দৃষ্টি ভ্ৰম হোৱা নাই জানো?
আপুনিতো খ্যাতিমন্ত
অসীম সাহসী যোদ্ধা
জ্ঞান গুৰু বুলি
ত্যাগী বুলি বিশ্বজুৰি প্ৰশংসাৰ ল'লে হাত মেলি
আপোনাৰ ত্যাগৰ বাবে
অপদাৰ্থ দুৰ্যোধন দলে
পালে সিংহাসন।
আপোনাৰ ত্যাগৰ বাবে
দুঃশাসন দলে
দ্ৰৌপদীক কৰেহি বিবস্ত্ৰা।
আপোনাৰ ত্যাগৰ বাবে জন্ম হ'ল
কামাতুৰ পিতামহ বিচিত্ৰবীৰ্যৰ
আপোনাৰ ত্যাগৰ বাবে—

ভীষ্ম : বিকৰ্ণ, বিকৰ্ণ
নাহানিবি বাক্যবাণ মোক
মই তোৰ পিতামহ, পিতৃৰ অগ্ৰজ।

বিকৰ্ণ : সেয়েতো নোৱাৰে হ'ব
পুত্ৰসম অনুজৰ
নিৰ্বাক নিস্তব্ধ কৰাৰ
যোগ্য প্ৰত্যুত্তৰ।

ভীষ্ম : বিকৰ্ণ, বিকৰ্ণ।

দুৰ্যোধন : (খঙেৰে) ভ্ৰাতৃ বুলি সহ্য মই নোৱাৰো কৰিব
পিতৃ আৰু পিতামহৰ দেখি অপমান

বিকৰ্ণ : দাদা, এয়ে নেকি জ্যেষ্ঠৰ বিচাৰ?
কোনমতে যুক্তিযুক্ত ন্যায়-সততাৰ দিছা পৰিচয়?

সহোদৰ পাণ্ডৱক কৰিলা লাঞ্ছনা
ভাতৃবধু দ্ৰৌপদীৰ বস্ত্ৰ হৰণেৰে
হস্তিনাৰ সিংহাসনত সানিলা কালিমা
ইয়াৰ পিছতো তুমি ন্যায় জ্ঞান দিয়া?

দুৰ্যোধন ঃ বিকৰ্ণ,
ভাতৃ বুলি, যোদ্ধা বুলি, কৌৰৱৰ মণি বুলি
কৰো তোক স্নেহ
যা বাচা প্ৰতিবাদৰ নাই প্ৰয়োজন
দুৰ্যোধনে কৰিছে সংকল্প
পাণ্ডৱৰ কৰি মূল ছেদ
হস্তিনাৰ সিংহাসন কৰিম নিষ্কণ্টক।
হয় যদি হ'ব লাগে কুৰুক্ষেত্ৰ ৰণ।
মৰে যদি মৰি যাওক লোক অগণন
চৌদিশে জ্বলে যদি ধ্বংসৰ অগনি
তাকে দেখি জুৰাম নয়ন।

বিকৰ্ণ ঃ ভুল নকৰিবা দাদা,
প্ৰজাৰ ৰক্তেৰে সিক্ত,
ৰাজকোষৰ ধন
অবাবত নকৰিবা হানি—

দুৰ্যোধন ঃ হঠাৎ জাগিল দেখোন
প্ৰজাপ্ৰীতি তোৰ
কৌৰৱৰ পুত্ৰ বুলি পাহৰিলি নেকি?
কুৰুপতি দুৰ্যোধনৰ
সংকল্প পূৰণ হেতু
সমগ্ৰ প্ৰজাও যদি অকালতে মৰে
ঘৰে ঘৰে উঠে যদি কান্দোনৰ ৰোল
পুত্ৰহাৰা পিতৃ-মাতৃ অথবা—
পিতৃ-মাতৃহীন সন্তানৰ কান্দোন যদি
হস্তিনাপুৰ কৰে নিনাদিত
তথাপিতো দুৰ্যোধন অলৰ অচৰ
পাণ্ডৱ নিধন তাৰ

জীৱনৰ ব্ৰত।

*(Crash Music)*

**'A' On**

*(মঞ্চৰ 'ক' আৰু 'গ' অংশত Light পৰাৰ লগে লগে দেখা যাব এখন Mock Parliament. সভ্যসকলক দুটা বেলেগ বেলেগ ভাগত বহুৱাব। তেওঁলোকক বেলেগ বেলেগ দুটা দলৰ ফুটবল জাৰ্চি পিন্ধাব পাৰে। এই দৃশ্যটি যথাৰ্থতে এটি কাৰ্টুন।)*

১ম সভ্য ঃ বিচাৰ লাগে।

২য় সভ্য ঃ জবাব লাগে।

৩য় সভ্য ঃ মোৰ এলেকাত নেখাই মৰা বেছি ভাগ মানুহেই হিন্দু।

১ম সভ্য ঃ মোৰ এলেকাত নেখাই মৰা বেছি ভাগ মানুহেই মুছলমান।

২য় সভ্য ঃ মোৰ এলেকাত নেখাই মৰা বেছি ভাগ মানুহেই খ্ৰীষ্টীয়ান।

৩য় সভ্য ঃ নেখাই মৰা বেছি ভাগ মানুহেই হিন্দু।

১ম সভ্য ঃ নহয় মুছলমান।

২য় সভ্য ঃ নহয় খ্ৰীষ্টীয়ানহে।

৩য় সভ্য ঃ আমাৰ সম্প্ৰদায়ৰ মানুহ মাৰিবলৈ ষড়যন্ত্ৰ কৰা হৈছে।

১ম সভ্য ঃ আমাৰ মানুহকহে মাৰিবলৈ ষড়যন্ত্ৰ কৰা হৈছে।

২য় সভ্য ঃ নহয়, আমাৰ মানুহকহে মাৰিবলৈ ষড়যন্ত্ৰ কৰা হৈছে।

৩য় সভ্য ঃ আমাৰ মানুহ বেছি মৰিছে।

২য় সভ্য ঃ আমাৰ মানুহ বেছি মৰিছে।

৩য় সভ্য ঃ আমাৰ মানুহ বেছি মৰিছে।

সভাপতি ঃ নাই, নাই, মোৰ কোনো মৰা নাই, মোৰ কোনো মৰা নাই।

ব্যক্তি ঃ পৰিষদৰ মাননীয় সভ্যসকল *(নিস্তব্ধ)*
মানুহ মৰাটো সঁচা কথা—

সকলোৱে ঃ চেইম, চেইম

ব্যক্তি ঃ কাৰণ—

সকলোৱে ঃ খাবলৈ পোৱা নাই।

ব্যক্তি ঃ *(হাঁহি)* নহয়, Man is mortal.

সকলোৱে ঃ কিন্তু মানুহে নেখাই মৰা কথাষাৰ সঁচা।

ব্যক্তি ঃ সঁচা? *(সকলোৱে হাঁহে)*

ব্যক্তি ঃ নহয়?

১ম সভ্য : সভাপতি মহোদয়, সত্য গোপন কৰা হৈছে।

ব্যক্তি : মাননীয় সভ্যসকল— মই হেজাৰবাৰ কওঁ— মানুহ মৰাটো সঁচা কথা।

২য় সভ্য : এইটো আপোনালোকৰ অদূৰদৰ্শিতাৰ বাবে—

ব্যক্তি : মাননীয় সভ্যবৃন্দৰ পৰা মই জানিব পাৰোনে যে ডিজেল তেলেৰে চলা নিগমৰ বাছখন গাখীৰ দি চলাব খুজিলে চলাৰ আশা আছেনে?

৩য় সভ্য : মাননীয় সভাপতি ডাঙৰীয়া, ভদ্ৰলোকে বেবেৰিবাং গাইছে।

সভাপতি : Come to the point.

ব্যক্তি : আমাৰ মানুহৰ প্ৰধান খাদ্য ভাত। সবল, সতেজ আৰু স্বাস্থ্যবান হ'বলৈ ভাত, গাখীৰ, কণী, মাংস আদি প্ৰোটিনযুক্ত খাদ্য লাগে। উল্লেখ কৰা উচিত হ'ব যে লেৰেলা-চেপেটা বেমাৰী মানুহ সকলো ঠাইতে আছে। কিন্তু তেওঁলোকে নিজৰ স্বাস্থ্যৰ প্ৰতি যত্ন লোৱাটো দৰকাৰ। যিবিলাক নাখাই মৰিছে বুলি কোৱা হৈছে, সেইসকলৰ ভালেকেইজনৰে প'ষ্টমৰ্টেম I mean মৰণোত্তৰ পৰীক্ষা কৰি পোৱা হৈছে যে— তেওঁলোকে ভাত খাব লাগে, খাইছে কচু, অৰ্থাৎ লাগে ডিজেল দিছে গাখীৰ।

সভ্যসকল : মিছা কথা।

ব্যক্তি : মোৰ কথা যে শতকৰা এশভাগেই সত্য, সেইটো আইনেৰেও প্ৰমাণ কৰিবলৈ মই প্ৰস্তুত। মাননীয় সভ্যসকল— মই ইয়াকো জনাব খোজো যে কোনোৱা নেখাই সুদা পেটেই থাকি মৰিছে বুলি যদি প্ৰমাণ কৰিব পাৰে তেনেহ'লে মই বৰ্তমানৰ আসন ত্যাগ কৰিবলৈ সাজু আছো।

*(মঞ্চৰ 'খ' অংশত Light off হয়। উচ্চ অংশত Light পৰে।)*

*(যুদ্ধৰ সংগীত)*

দুৰ্যোধন : পিতামহ

কুৰুক্ষেত্ৰৰ পবিত্ৰ পঠিত<br>
সমবেত দুয়ো কুলৰ সশস্ত্ৰ বাহিনী,<br>
দ্ৰোণ, কৰ্ণ, শৈল্য আৰু ভগদত্ত বীৰে<br>
কুৰু কুলৰ অনুকূলে<br>
অস্ত্ৰ ল'ব তুলি।<br>
হে মহৰ্ষি, জ্ঞান সিন্ধু, অজেয় বীৰবৰ,<br>
বীৰত্ব আৰু জ্যেষ্ঠত্বৰ, গৌৰৱে মহান<br>
ত্যাগ আৰু মহত্বৰ উজ্জ্বল ভাস্কৰ

কুৰুক্ষেত্ৰৰ ৰণযজ্ঞ পুৰোহিতৰূপে
কৰিলোঁ বৰণ
আজি হন্তে কুৰুক্ষেত্ৰৰ সেনাপতি হৈ
কুৰুৰ শিৰত দিয়ক
বিজয় মুকুট।

ভীষ্ম : দুৰ্যোধন- কৌৰৱৰ জ্যেষ্ঠ কুলমণি,
কুৰুক্ষেত্ৰৰ কৰি আয়োজন
হস্তিনাত কিয় বাৰু অগনি জ্বলালি?

দুৰ্যোধন : অযথা যুক্তি তৰ্কৰে, কিম্বা
আবেগিক মিষ্ট বচনেৰে
বিভ্ৰান্তিৰ সৃষ্টি নকৰিব পিতামহ,
জ্ঞানী বুলি, বীৰ বুলি, জ্যেষ্ঠ বুলি
কুৰুক্ষেত্ৰৰ সেনাপতি কৰিলোঁ বৰণ।
জানো মই
পৰম হিতৈষী সখা কৰ্ণই
সেইবাবে ক্ষুণ্ণ মনে
কৰিব যে অস্ত্ৰ সম্বৰণ—

ভীষ্ম : কৰ্ণৰ সাহসক কৰি মূলধন
কুৰুক্ষেত্ৰ হ'ল আয়োজন।
কিন্তু হে গৌৰৱ নন্দন
মহাধনুৰ্ধৰ বীৰ ধনঞ্জয়ৰ
গাণ্ডীৱৰ আগত
সুতপুত্ৰৰ দম্ভালি তেনেই নিষ্ফল।

দুৰ্যোধন : কি ক'লে? কৰ্ণৰ বীৰত্বক কৰে উপহাস?
পিতামহ, সুতপুত্ৰ বুলি সি হ'ল উপেক্ষিত
সেই বীৰ সখা কৰ্ণৰ
বীৰত্বৰ পাব পৰিচয়
শত্ৰুৰ সমুখত।
পিতামহ, ভাবিছিলো
আপুনি ভাৰতৰ বীৰ চূড়ামণি
ভাবিছিলো জ্ঞানসিন্ধু, ৰণপটু
গংগাৰ নন্দন

কুৰুক্ষেত্ৰ ৰণভূমিৰ
সেনাপতিত্বৰ বাবে
হ'ব যোগ্যজন
কিন্তু পিতামহ
পাণ্ডৱৰ স্নেহে দেখো
আপোনাক ৰাখিছে আবৰি।
শত্ৰুৰ প্ৰতি কৰুণাৰ বশৱৰ্তী হৈ
আপুনিতো নোৱাৰিব দিব
কুৰুক্ষেত্ৰ সমৰভূমিত
সেনাপতিত্বৰ যোগ্য পৰিচয়।

ভীষ্ম : বাচা দুৰ্যোধন, ভাতৃৰক্তে ভাৰতৰ
ৰঞ্জিত কৰি কিবা ফল পাবি—

দুৰ্যোধন : পিতামহ,
ভুল মোৰ আপোনাক বিশ্বাসত ৰাখি
শত্ৰু নিধনৰ এই কৰিলোঁ আয়োজন
পিতামহ, যাওঁ তেন্তে প্ৰিয় সখা
কৰ্ণৰ ওচৰে।
কুৰুক্ষেত্ৰ ৰণক্ষেত্ৰৰ সেনাপতিত্বৰ
গুৰু ভাৰ যাচি দিওঁ কৰ্ণৰ ওপৰে
প্ৰিয় সখা কৰ্ণই মোৰ বাবে কৰিব সকলো।
ধনুবীৰ, জ্ঞানবীৰ, দানবীৰ
কৰ্ণ প্ৰিয় সখা হ'ব
যোগ্য সেনাপতি।

ভীষ্ম : কি কলি?
ভীষ্মৰ নিষ্ঠা আৰু বীৰত্বক কৰিলি সন্দেহ?
ভীষ্মৰ বৰ্তমানত
সূতপুত্ৰ কৰ্ণ কুৰুক্ষেত্ৰ সমৰভূমিত
হ'ব সেনাপতি?
কৰ্ণৰ নিৰ্দেশ মানি গাংগেয়ই
কৰিব সমৰ?

ভীষ্ম : দুৰ্যোধন, ভীষ্ম মই, স্থিতপ্ৰজ্ঞ মই, বীৰ মই
প্ৰবেশি সমৰভূমি বীৰ বিক্ৰমেৰে

দুৰ্জয় শক্তি আৰু ৰণ কৌশলৰ দিম পৰিচয়
কুৰুক্ষেত্ৰৰ সেনাপতিত্ব কৰিলোঁ গ্ৰহণ
শত্ৰুৰ নিধন কিম্বা জীৱন পতন।
*(Light off হয়। মঞ্চৰ নিম্ন অংশত Light পৰে)*

**'B' On**

ভদ্ৰলোক : আপোনাৰ সেৱা, আপোনাৰ ত্যাগ, আপোনাৰ জাতীয় প্ৰেমৰ তুলনা নাই। সেয়েহে ৰাজহুৱা সভাপাতি আপোনাক অসামান্য কামৰ বাবে ৰাজহুৱাভাৱে এই সন্মান আগবঢ়াব খুজিছো। কিন্তু মই জানো, আপোনাৰ স্বাস্থ্যই হয়তো তেনে আয়োজনত যোগ দিয়াৰ অনুকূল নহ'ব। তথাপি ৰাইজৰ ইচ্ছা—

হাজৰিকা : মই বুঢ়া হ'লো। এতিয়া মোৰ শক্তি নাই। মোৰ শৰীৰত ত্যাগৰ শক্তি থকা হ'লে মই আকৌ যুঁজ কৰিলোঁহেঁতেন।

ভদ্ৰলোক : যুঁজ? যুঁজ আপুনি এতিয়াও কৰিব লাগিব।

হাজৰিকা : কাৰ লগত?

ভদ্ৰলোক : তাকে ক'বলৈকে মই আপোনাৰ ওচৰলৈ আহিছো হাজৰিকাদেউ। আপোনাৰ এটা আদৰ্শ আছিল। নাছিল?

হাজৰিকা : আদৰ্শ নোহোৱাকৈ ৰাজনীতি আমি কৰিব নাজানিছিলো।

ভদ্ৰলোক : আমাৰো Point সেইটোৱেই। এই আদৰ্শৰ পিছত লাগিয়েই আপুনি জেল খালে, ঘৰ-দুৱাৰ এৰিলে, চাকৰি-বাকৰি নকৰিলে, মিছা কৈছো? সকলোতকৈ ডাঙৰ বস্তু হৈছে আদৰ্শ।

হাজৰিকা : আপোনাৰ মুখত এইবোৰ কথা শুনি ভাল লগা নাই।

ভদ্ৰলোক : *(হাঁহি)* আচলতে এইবিলাক কথা আপোনাক ক'ব লগা হোৱাত ময়ো বেয়া পাইছো। কিন্তু চাওক চাৰিওফালে এদল সেই Reactionany, I mean প্ৰতিক্ৰিয়াশীল দল গঢ়ি উঠিছে। আমাৰ অপযশ গাই মানুহৰ Brain wash কৰিছে।

হাজৰিকা : কিন্তু কিয়?

ভদ্ৰলোক : There is the point, চাওক, সকলোতকৈ ডাঙৰ বস্তু হৈছে কাম, I mean দেশৰ কাম, কিন্তু প্ৰতিক্ৰিয়াশীল দলে তাতেই বাধা জন্মাই আমাক বদনামত পেলাইছে— পুখুৰী এটা খান্দিলেও দুই-চাৰিটা দৰিকণা মাছ মৰে, নষ্ট হয়নে নহয়?

হাজৰিকা : হ'ব পাৰে।

ভদ্ৰলোক : কিন্তু সকলোতকৈ ডাঙৰ কথা হৈছে পুখুৰীটো সিঁচাহে— মিছা কৈছো।

হাজৰিকা : হ'ব পাৰে।

ভদ্ৰলোক : হ'ব পাৰে নহয়— হয়েই। মোৰ Point কোটি কোটি টকাৰ উন্নয়নমূলক কাম কৰোঁতে দুই-চাৰিটা পইচা গোলমাল লাগিব পাৰে— কোটি কোটি মানুহৰ খোৱা বস্তুৰ যোগাৰ কৰোঁতে দুই-চাৰি মোন তুঁহ, শিল, বালি, ইটাগুৰি, চিতাগুটি মিহলি হ'ব পাৰে। হেজাৰ বিজাৰ চপৰা মাটি মথাউৰিত দিয়াৰ পিচত দুই-চাৰি চপৰা নৈয়ে উটুৱাই নিব পাৰে। সেই লৈয়ে হৈ-চৈ কৰি দুৰ্নীতি, ঘোচখোৰ আদি অসংখ্য ক' 'ক মানুহৰ Brain wash কৰাটো ভালনে? সকলোতকৈ ডা ‹ বস্তু হৈছে Purpose, উদ্দেশ্য। এইবোৰ কথা কৈ মানুহক আমাৰ বিৰুদ্ধে অভিসন্ধি চলাই যোৱা সেই দলটোৱে পাইছে Foreign aid বিদেশী সাহায্য, যি বিদেশীক আঁতৰাবৰ বাবে আপুনি নিজৰ জীৱন—

হাজৰিকা : এয়া— এয়া মই কি শুনিছো চৌধুৰী।

ভদ্ৰলোক : ইতিমধ্যে কেইজনমান বিদেশী লোকক arrest কৰা হৈছে। কিন্তু ইহঁতৰ জাল বহু বিস্তৃত। গতিকে আমি যুঁজিব লাগিব।

হাজৰিকা : কিন্তু যুঁজাৰ শক্তি যে মোৰ নাই।

ভদ্ৰলোক : আছে আছে। ফিল্ডলৈ আপুনি যাব নালাগে। ফিল্ডলৈ আমিয়ে যাম।

হাজৰিকা : মই বুজা নাই।

ভদ্ৰলোক : মই বুজাই দিবলৈকে আহিছো। চাওক হাজৰিকা, কাইলৈ আমি আপোনাৰ সম্বৰ্ধনা সভা পাতিছো। আমি জানো ইয়াৰ সকলো শ্ৰেণীৰ লোকৰে আপোনালৈ শ্ৰদ্ধা, ভক্তি আৰু মৰম আছে। সকলোতকৈ ডাঙৰ বস্তু এই শ্ৰদ্ধা, ভক্তি, মৰম। অ' By the way, আপোনাক মাহে চাৰিশ টকাৰ এটা অনাৰিয়াম দিয়াৰ সিদ্ধান্ত লোৱা হৈছে। Yes, কি কৈছিলো, কাইলৈ মিটিঙৰ কথা? মানুহখিনিক বুজাই দিব লাগে যে তেওঁলোকে যদি চাই-চিতি কাম নকৰে তেনেহ'লে আমি আকৌ ৰসাতলে যাম। মানে বিদেশী শক্তি সোমাবহি— বিদেশী শক্তিৰ অনুপ্ৰৱেশ আপুনি কামনা কৰে?

হাজৰিকা : আপুনি কি কথা সুধিছে চৌধুৰী?

ভদ্ৰলোক : জানো, আপুনি এই উত্তৰেই দিব। কাৰণ বিদেশীক আঁতৰাবলৈ আপুনি চৰম দুৰ্যোগৰ মুখামুখি হ'ল। কিন্তু এতিয়া সেইটোৱেই উপক্ৰম হৈছে।

হাজৰিকা : কওক, তেনেহ'লে মই কি কৰিব লাগে?

ভদ্ৰলোক : কৰিব আপুনি একো নালাগে। মথোন ক'ব লাগে— মিটিঙত আপুনি ছল বুজি ক'ব লাগে যে আপোনাৰ আদৰ্শই যি দলৰ, মানে indirectly আমাক ভোট দিব লাগে। ৰাইজৰ শক্তিয়েই আমাৰ শক্তি আৰু আমাৰ শক্তিয়েই দেশৰ প্ৰহৰী। আপুনি নাজানে হাজৰিকা, এক গোপন ষড়যন্ত্ৰ চলিছে। ধৰ্মৰ আদৰ্শ, ত্যাগৰ আদৰ্শ, অহিংসাৰ আদৰ্শ মানুহে পাহৰি গৈছে— দেশৰ বুকুলৈ আন্ধাৰ নামিছে, মানুহৰ জীৱন অনিশ্চিত হৈছে, প্ৰতিক্ৰিয়াশীল শক্তিৰ উল্লাস বাঢ়িছে........

হাজৰিকা : মই যাম চৌধুৰী, মিটিঙলৈ যাম, দেশৰ কথা মই ক'ম, মই ক'ম, মই ক'ম...... *(উঠিব খোজে)*

ভদ্ৰলোক : বহক, বহক।

হাজৰিকা : মই যাওঁ চৌধুৰী, বুঢ়া হ'লেও মোৰ গাত শক্তি আছে। মই জানো, মোৰ এষাৰ কথাত এই অঞ্চলৰ প্ৰতিজনেই যুঁজৰ বাবে সাজু হৈ ওলাই আহিব। মোৰ লগত অকণমান ব'লক চৌধুৰী।

ভদ্ৰলোক : এতিয়া ক'লৈ যাম?

হাজৰিকা : *(হাঁহি)* ল'ৰাহঁতে আজি "ভীষ্মৰ শৰশয্যা" অভিনয় পাতিছে। হলঘৰত ডেকা ল'ৰাখিনি আছে। তাতে সিহঁত গোটেইখিনিকে থিয়েটাৰৰ পিছত লগ পাম। ডেকা ল'ৰাখিনি হাতত থাকিলে, সিহঁতক আচল বাট দেখুৱাই দিব পাৰিলে যুঁজ সিহঁতে কৰিব।

ভদ্ৰলোক : এস্, থিয়েটাৰৰ মাজলৈ নোযোৱাই ভাল নেকি। সিহঁতৰ মাজতো যে এইবোৰ দুষ্ট মানুহ সোমোৱাহি নাই তাৰেই বা কি নিশ্চয়তা। সকলোতকৈ ডাঙৰ বস্তু হৈছে মান-সন্মান। সিহঁতে দেখোন মোক দেখিলেই ফিচিঙা-ফিচিং কৰে। সেই কাৰণেই কৈছো.......

হাজৰিকা : চৌধুৰী, দেশৰ মংগল যি চিন্তা কৰে, প্ৰতিটো মুহূৰ্তকেই সি ক্ষিপ্ৰতাৰে কামত লগাব খোজে। যুঁজৰ কথা যদি ভাবিছেই, তেনেহ'লে যুদ্ধকালীন ক্ষিপ্ৰতাৰেই কাম কৰি যাব লাগিব।

ভদ্ৰলোক : কিন্তু সকলোতকৈ ডাঙৰ কথা হৈছে—

হাজৰিকা : দেশ।

ভদ্ৰলোক : ব'লক তেতিয়াহ'লে। থিয়েটাৰ ভগাৰ পাছত আপুনিয়েই যি কয় ক'ব। ল'ৰাখিনিক, ডেকা ল'ৰাখিনিক ৰাখিলেই হ'ল আৰু।

হাজৰিকা : ব'লক।

ভদ্ৰলোক : অ', আপোনাক কৈছো বোধহয় যে চাৰে চাৰিশ টকাৰ অনাৰিয়াম এটা

আপোনালৈ ধাৰ্য কৰা হৈছে। *(হাঁহি)* মানপত্ৰ দিয়াৰ ব্যৱস্থা কৰা হৈছে।
ব'লক ব'লক— *(Light off —মঞ্চৰ উচ্চ অংশত Light পৰে)*

**'C' On**

অভিনয় মঞ্চত পোহৰ পৰে— যুদ্ধক্ষেত্ৰ, সংগীত

যুধিষ্ঠিৰ : পিতামহ
মাগো আশীৰ্বাদ
হয়তোবা হ'ব পাৰে এয়ে শেষ দেখা।

ভীষ্ম : যা বাচা, হিয়া ভৰি দিছো আশীৰ্বাদ
যদিওবা মই পিতামহ
আজিহন্তে কুৰুক্ষেত্ৰৰ হ'লো সেনাপতি
প্ৰৱেশিম সমৰভূমিত
বিনাশন কৰিবলৈ পাণ্ডৱ বাহিনী
তথাপিও কওঁ বাৰম্বাৰ
হে ধৰ্মপুত্ৰ
অন্যায়ৰ হ'ব পৰাজয়

যুধিষ্ঠিৰ : পিতামহ, আৱেগৰ নাই প্ৰয়োজন
সমৰভূমিত হ'ব সত্যৰ বিচাৰ
অন্যায়েৰে পাতি পাশাখেল
লাঞ্ছিত কৰি পাণ্ডৱক
লজ্জিত কৰি পাঞ্চালীক
কুৰুক্ষেত্ৰ মহাৰণৰ হ'ল আয়োজন।

ভীষ্ম : সেয়েহে কওঁ, অন্যায়ৰ হ'ব পৰাজয়
হিতাহিত জ্ঞান শূন্য
কৌৰৱ নৃপতি আৰু
দাম্ভিক শতপুত্ৰৰ হকে
যদিওবা অস্ত্ৰ ল'লো মই
তথাপিতো—
জানো মই জয় হ'ব পাণ্ডৱকুলৰ
জানো মই দুৰ্যোধনে
নোৱাৰিব পাণ্ডৱসখাক
কূট কৌশলত।

বীৰ বুলি, জ্ঞানী বুলি, মহাত্যাগী বুলি
আছে মোৰ যশমান।
তথাপিতো,
তথাপিতো হে ধৰ্মপুত্ৰ,
দ্ৰৌপদীৰ দেখি অপমান
সহি ৰ'লো বিনা প্ৰতিবাদে
যদিও মই জানিছিলো
পাণ্ডৱ নিধন হেতু জতুগৃহৰ কৰা আয়োজন
নিৰ্বাক বদনে কিন্তু তাক চাই ৰ'লো।
কণ্ঠ মোৰ ৰুদ্ধ হ'ল।
পাণ্ডৱৰ দেখি বনবাস
ধৰ্মপুত্ৰ—
ধিক্ মোৰ ভীষ্ম নাম
ধিক্ মোৰ বীৰত্ব আৰু জ্ঞানৰ গৌৰৱ
বন্দী মই
দাস মই
কৌৰৱ কুলৰ।
কৌৰৱৰ অন্নৰে পালিত
মই কৃতদাস, কৃতদাস মই *(Repeat— এই শব্দকেইটা সজোৰে প্ৰতিধ্বনিত হ'ব।)*

**A+B+C**

জয়ন্ত : কৃতদাস, ভীষ্ম কৃতদাস, কৌৰৱৰ অন্নৰে পালিত ভীষ্ম কৃতদাস।
*(Script লৈ স্মাৰক জয়ন্ত অভিনয় মঞ্চলৈ ওলাই আহে। ভীষ্ম অলকেও হাঁহি হাঁহি চিএঙৰে "কৃতদাস, ভীষ্ম কৃতদাস")*

প্ৰকাশ : অলক দা, তোমাৰ কি হৈছে? এই জয়ন্ত হাঁহিলি কিয় *(খঙেৰে)* তইঁতে মোক খালি।
*(ইতিমধ্যে দৰ্শকৰ মাজত কোঁহাল শুনা যায়। এক বিৰাট বিশৃংখল অৱস্থাৰ সৃষ্টি হয়। সকলো আহি মঞ্চ পায়হি।)*

অলক : মই ভীষ্ম হ'ব নোৱাৰো।

জয়ন্ত : ময়ো তোমাক ভীষ্ম হ'বলৈ নিদিওঁ অলক দা।

প্ৰকাশ : কিন্তু এইখন নাটক হয়।

প্ৰশান্ত : ঐ, মানুহবিলাকে খাব এতিয়া। যা যা Start কৰ। অলক দা।

অলক : মই নোৱাৰো।

জয়ন্ত : ময়ো নোৱাৰো।

প্ৰকাশ : জয়ন্ত, জয়ন্ত।

জয়ন্ত : *(প্ৰায় চিঞৰি)* এই নাটক আমি কিয় কৰিব লাগে।

লতা : তোমাৰ কি হৈছে জয়ন্ত দা— বলিয়া হৈছা নেকি?

জয়ন্ত : ৰ'বা লতা, মই প্ৰকাশক সুধিছো- এই নাটকখন কিয় কৰিব লাগে?

*(১ম কণ্ঠ- দৰ্শকৰ)* : সেই কথা এতিয়ানো কিয় ভাবিব লাগে?

*(২য় কণ্ঠ- দৰ্শকৰ)* : দৰ্শকক মাতি আনি এওঁলোকে অপমান কৰাৰ কি অৰ্থ আছে?

জয়ন্ত : আছে— কাৰণ

সকলো : *(চাৰিওফালে)*— কোনো কাৰণ নাই।
*(দৰ্শকৰ মাজৰ পৰা বৃদ্ধ হাজৰিকা আৰু ভদ্ৰলোক উঠি আহে)*

হাজৰিকা : এইবোৰ, এইবোৰ কি হৈছে?

জয়ন্ত : বৰদেউতা— আপুনি

ভদ্ৰলোক : এৰা— এখেতে মানে হাজৰিকাই—

হাজৰিকা : তোমালোকৰ এইবোৰ কি হৈছে অলক?

অলক : বৰদেউতা, যি ত্যাগে অন্ধ ধৃতৰাষ্ট্ৰক সিংহাসনত বহুৱালে, সেই ত্যাগ যিমানেই ডাঙৰ নহওক কিয়, তাৰ মূল্য নাই।

জয়ন্ত : যি বীৰত্ব, যি জ্ঞান অন্যায় পথক নেতৃত্ব দিয়াত নিয়োজিত হ'ল— সেই বীৰত্ব, সেই জ্ঞানৰ কিবা অৰ্থ আছে?

প্ৰকাশ : কিন্তু এয়া যে নাটক।

জয়ন্ত : কিন্তু এই নাটকৰ মুখ্য চৰিত্ৰ ভীষ্মক তই আদৰ্শ চৰিত্ৰ কৰিব খুজিছ।

হাজৰিকা : বোপাইঁত, এয়া মহাভাৰতৰ কথা। ভীষ্ম মহাপুৰুষ— তেওঁ ত্যাগী, জ্ঞানী, বীৰ।

জয়ন্ত : মই তাকে কওঁ বৰদেউতা। যি ত্যাগে পক্ষপাতজাত অন্ধজনক সিংহাসনত বহুৱায়, যি জ্ঞানে অন্যায়ৰ প্ৰতিবাদ কৰিব নাজানে, যি বীৰত্ব অন্যায় পক্ষৰ শক্তি বৃদ্ধিত প্ৰয়োগ কৰা হয়, সেই ত্যাগ, সেই বীৰত্ব আমাৰ বাবে আদৰ্শনীয় হ'ব নোৱাৰে।

ভদ্ৰলোক : আচলতে মহাভাৰত—

অলক : *(খঙেৰে)* মহাভাৰতে কি কৰিলে? চৌধুৰী ডাঙৰীয়া— ভীষ্মৰ

তথাকথিত ত্যাগ আৰু নিষ্ক্ৰিয়তাক মহীয়ান কৰি সুবিধা আদায় কৰিছে আপোনালোকে—মহাভাৰতে নহয়। শক্তিৰে মহাভাৰতে সকলো সমস্যা সমাধান কৰিছে—লক্ষ্যপ্ৰাপ্তিৰ বাবে কুৰুক্ষেত্ৰত সমবেত হৈছে

হাজৰিকা ঃ সেইবোৰ, সেইবোৰ ইয়াৰ কথা নহয়, অলক তইঁতে থিয়েটাৰ পাতিছ। *(নিজৰ সংলাপ কৈ থাকোঁতে নিজৰ নিজৰ অজ্ঞাতেই প্ৰায় সকলোৱে হাজৰিকা আৰু ভদ্ৰলোকক আগুৰি ধৰে— যেন দুয়ো এক বেহুৰ মাজত সোমাই পৰে।)*

**(A + B + C)**

অলক ঃ মই সুধিছো অন্ধ ধৃতৰাষ্ট্ৰক সিংহাসনত বহুৱালে কোনে?

প্ৰশান্ত ঃ দুৰ্যোধনক কুৰুক্ষেত্ৰ ৰণলৈ ঠেলি দিলে কোনে?

জয়ন্ত ঃ কোনে?

প্ৰশান্ত ঃ কোনে?

ভদ্ৰলোক ঃ আপুনি (হাজৰিকাক)

হাজৰিকা ঃ আপুনি *(ভদ্ৰলোকক)*

ভদ্ৰলোক ঃ আপোনাৰ ত্যাগে ধৃতৰাষ্ট্ৰক সিংহাসনত বহুৱালে।

হাজৰিকা ঃ আপোনাৰ শক্তিয়ে দ্ৰৌপদীৰ বস্ত্ৰ হৰণ কৰিলে।

ভদ্ৰলোক ঃ আপোনাৰ নিৰ্লিপ্ততাই জতুগৃহত পাণ্ডৱ ধ্বংসৰ আয়োজনত সহায় কৰিলে।

হাজৰিকা ঃ আপোনাৰ নিৰ্লিপ্ততাই জতুগৃহ নিৰ্মাণ কৰিলে।

ভদ্ৰলোক ঃ দোষী আপুনি

হাজৰিকা ঃ আপুনি

ভদ্ৰলোক ঃ আপুনি

হাজৰিকা ঃ আপুনি

ভদ্ৰলোক ঃ আপুনি

*(সংলাপ কৈ থাকোঁতে ভদ্ৰলোকে বৃদ্ধ হাজৰিকাক ডিঙিত ধৰিবলৈ আগবাঢ়ি যায়। হাজৰিকায়ো ভদ্ৰলোকৰ ডিঙিত চেপি ধৰেহি। হঠাৎ সকলো যেন নিশ্চল হৈ যায়। মঞ্চত পোহৰৰ দ্ৰুত পৰিৱৰ্তন হয়। ক্ৰমাৎ আঁৰ কাপোৰ পৰে।)*

**(আঁৰ কাপোৰ পৰে)**

*(মঞ্চ আৰু প্ৰেক্ষাগৃহৰ পোহৰ নাইকিয়া হোৱাৰ লগে লগে ধুমুহাৰ আভাস। ধুমুহাৰ গতি ক্ৰমৎ প্ৰচণ্ড হয়। দূৰত মানুহৰ চিঞৰ, এসময়ত চিঞৰ- বাখৰ ধুমুহাৰ কোলহলত তল পৰে। কিবা-কিবি ভগাৰ শব্দ। ধুমুহাৰ মাজত এজোপা প্ৰকাণ্ড গছ ভাগি পৰাৰ শব্দ। হঠাৎ সকলো নীৰৱ হৈ পৰে। মঞ্চলৈ ক্ৰমাৎ পোহৰ আহে। এটা গাঁৱৰ আলিৰআভাস। আলিবাটত বতাহত সৰা গছপাত, খেৰ আদি।)*

*(নেপথ্যত কণ্ঠস্বৰ)*

নে : হেৰ' ভোলা, ভোলা অ'—

নে : ককাইটি নেকি, মোৰ গোহালিটোহে গ'ল, মানুহকেইটা বাচিলো। ভাগ্যে গৰুকেইটা খোলা আছিল!

নে : বিমলা পেহীৰ ঘৰটো গ'ল বোলে!

*(ক্ৰমাৎ কথা- বতৰা বেছি হয়। বহু কণ্ঠস্বৰ [illegible] আহে। মঞ্চত পোহৰ স্পষ্ট হয়। কনক আৰু বাবুলাল ওলাই আহে। সিহঁত এনেভাৱে আহে যেন গাঁওখনৰ খা-খবৰ কৰিবলৈহে আহিছে। মঞ্চত প্ৰবেশ কৰি কেইখোজমান আহিযেই সিহঁত ৰৈ যায়।)*

ক : সৰ্বনাশ বাবুলাল, দেখিছ?

বা : ইয়ে *(বাবুলালে অবাক হৈ মঞ্চৰ এচুকলৈ চাই থাকে)*

ক : *(দূৰলৈ)* ঐ ইন্দ্ৰ, অ' সোমেশ্বৰ, হেৰ' চাহি চাহি, বেগাই আহ *(বাবুলালৈ)* বৰ ডাঙৰ ধুমুহা। মোৰ জীৱনতে দেখা নাই।

বা : মোমাইটিৰ ঘৰটো ভাগিল। মানুহকেইটা চাঙৰ তলত সোমাই নমৰাকৈ থাকিল।

*(ইন্দ্ৰ আৰু আনন্দ আহে)*

ক : (ইন্দ্ৰ আৰু আনন্দক) চাচোন, সৌ ফালে চা-।

আ : মই ৰাতিয়েই গম পালো। তহঁতকে বিচাৰি গৈছিলো।

ই : কি কৰ এতিয়া?

ক : কি কৰ মানে? কৰিবি কিটো? গাঁওখনৰ বেছি ভাগ মানুহৰে ঘৰ-দুৱাৰ উৰুৱাই নিছে। মাকণ পেহীৰ ঘৰটোৰ অৱস্থাই নাই। ব'ল অলপ লাগি ভাগি দিওঁগৈ।

আ : ভগা ঘৰ সাজিবলৈ যোৱাৰ আগতে এই বাটটো মুকলি কৰি ল'ব লাগিব। অ' সৌৱা কেৰেণী বৰ্তাইতো আহিছে।

বা : ঠিক আছে, গাঁৱৰ ৰাইজ এতিয়া ইয়াতেই নিশ্চয় গোট খাবহি। সকলোৱে

আলোচনা কৰি কিবা এটা কৰিব লাগিব।

*(কেৰাণী বৰ্তা আৰু লগত সমবয়সীয়া মেম্বৰ)*

কে : হেৰ' তহঁতবোৰ আছ?

মে : ইস ইস মিতিৰ, চোৰাচোন চোৱা, কেনেকৈ পৰি আছে। দেখিলে বুকুখন হমৃহমাই যায়।

কে : কৈছাহে নে, গাঁওখনেই কিবা উদং যেন হ'ল। আবুৰটোৱেই যেন নাইকিয়া হ'ল।

আ : হেৰ' ইন্দ্ৰ, কনক, বাবুলাল, যাচোন দা আৰু কুঠাৰ একোখন লৈ আহগৈ।

মে : বোপাইহঁত, সেইহেন বৰগছ জোপাত তহঁতে কোনটো সতেৰে কুঠাৰ মাৰিবি হয়নে? মোৰ আজোৰ মাৰি তাৰ পাত এটাও ছিঙিবলৈ মন নাযায়। কি কোৱা মিতিৰ?

কে : মোৰ গোটেইখন কিবা শূন্য শূন্য যেন লাগিছে। ঘাই খুঁটা লৰিল অ' বোপাইহঁত, ঘাই খুঁটা লৰিল! এই হেন বৰগছজোপা ভাগিল, কচোন কোনোবাই ভাবিছিলনে এই হেন গছজোপা এনেকৈ এইজাক ধুমুহাতে একেবাৰে উভাল খাই পৰিব বুলি?

মে : তাকেতো মিতিৰ! ইয়াতকৈ কত ডাঙৰ ধুমুহা পাৰ হ'ল, কিমান বা-মাৰলি গ'ল, ইস ইস- আজি এইজাক ধুমুহাতে এইহেন গছজোপা-

আ : কথা সেইটোৱেই দাইতি, এইডাল গছৰ শিপাই গোটেইখন ছানি পেলাইছিল, তললৈ কিমান গৈছে তাৰ ঠিকেই নাই, তথাপি সময়ত উভাল খালেই। ঐ বাবুলাল, এনেকৈ বৈ বৈ পৰা গছজোপালৈ এতিয়া চাই থাকিবিনে?

বা : তাকেতো, কি কৰিব লাগে ক? আমিতো কিবা এটা কৰিম বুলিয়েই আহিছো।

মে : তহঁতে নাজান অ' বোপাই, তহঁতে নাজান, ঘৰৰ বৰ খুঁটা লৰা যেন লাগিছে, ঘৰখনেই যেন কোনোবাদিনা ভাগি পৰিব, কি বোলা মিতিৰ? আমাৰ বুকুখন কেনে লাগিছে ইহঁত গালে জানো বুজিব?

কে : ঠিকেই কৈছা মিতিৰ, ইহঁত কালিৰ ল'ৰা, ইহঁতৰ মানত আন দহ জোপা গছৰ দৰেই এই জোপাও এজোপা গছ। হেৰ' ইন্দ্ৰ, শুন, শুনচোন- (ইন্দ্ৰই অবাক হৈ কেৰেণীৰ মুখলৈ চায়) শুন- বাপেৰৰ মুখখন তোৰ মনত আছেনে? নাই, কেনেকৈ থাকিব ? বাপেৰ ঢু কাওতে তোৰ এবছৰ। তোৰ দেউতাৰ আৰু মই - *(চকুপানী মচে)*

মে : ঠিকেই মিতিৰ, ঠিকেই, ইন্দ্ৰৰ দেউতাক গদাধৰ এদিন হেৰাল। আমি বিচাৰি চলাথ কৰিছো। গদাধৰ নাই, কান্ত দদায়ে অৰ্থাৎ তোৰ ককাৰে হাতত হালোৱা এচাৰিডাল লৈ গদাক বিচাৰি ফুৰিছে। ককাৰৰ খং, গদাই গৰু চৰাবলৈ গৈ টুৱেণ্টি নাইন খেলি থাকোঁতে সিফালে গৰুৱে গৈ সেই বৰমহৰীৰ বাৰীত সোমাই গোটেইখন তহিলং কৰিলে। কথাবাৰ জানিয়েই গদা নাইকিয়া হ'ল। তোক কৈছো, বিচাৰি চলাথ কৰিছে। কথাটো তোমাৰ মনত আছে নহয় মিতিৰ?

কে : কিয় নাথাকিব হয়নে? তুমিয়েইতো কান্ত দদাইক গদা ক'ত আছে দে[illegible] দিলা। গদা এই বৰগছ জোপাৰ ওপৰত উঠি লুকাই আছে। [illegible]মাৰ ওপৰতো সেইদিনা গদাৰ কম খং উঠা নাছিল।

মে : এস্ মই কিবা দেখুৱাই দিওঁ বুলি দিছিলো নে ? তুমিতো জানাই মিছা মাতিব মই নোৱাৰো। কান্ত দদায়ে যেতিয়া মোক সুধিলে, মই আৰু নাজানো বুলি কম নে?

কে : *(হাঁহি)* গছৰ ওপৰত উঠি লুকাই থাকিবলৈ তুমিয়েইহে বুদ্ধি দিছিলা।

আ : ঐ ইন্দ্ৰ, বাবুলাল তহঁত যা, দা- কুঠাৰ আনগৈ। কনকে এটা কাম কৰ - পৰশু আৰু কুঁহিৰামক মাতি আন। এইডাল গছ আমি পাঁচ- ছটা ল'ৰাই আঁতৰাব নোৱাৰো।

ক : ঠিকেইতো, শিপাবিলাক খান্দি উলিয়াই নেপেলালে ৰাতি বিয়লি উজুটি মাৰিব লাগিব।

মে : বোপাইহঁত অ', পৰি থকা গছডাল দেখি তাৰ গাত কুঠাৰ মাৰিবলৈ তহঁতৰ তত নোহোৱা হৈছে। ৰাইজখন আহক বুজিছ, তাৰ পিচত কি হয়- গছজোপাৰ ব্যৱস্থা এটা কৰিব লাগিব। কি কোৱা মিতিৰ? *(কেৰেণী অন্যমস্ক)* অ' মিতিৰ!

কে : *(চক্ খাই)* অ' মই নে? কি কৈছিলা?

মে : নহয়, পৰি থকা গছৰ গাত কুঠাৰ মাৰিবলৈ -

কে : মই নোৱাৰো দেই, মোৰ সত নাযায়!

মে : মোৰো নাযায় মিতিৰ, মোৰো নাযায়!

অ : কেৰেণী বৰ্তা আৰু মেম্বৰ খুড়া, আপোনালোকে দুখ পাইছে জানিছো, পিছে আমাৰ কাৰণে এই অহা- যোৱা বাটটোৰ প্ৰয়োজন বেছি। সেয়েহে আবেগতকৈ-

মে : কি কলি? আবেগ? তাৰ মানে? ধুমুহাই পেলাই যোৱা গছতো। এতিয়া

যি ইচ্ছা তাকে কৰিবি, অথচ এই জোপা যেতিয়া থিয় দি আছিল — ইয়াৰ তলেদি যোৱাৰো সাহস নাছিল। কি কোৱা মিতিৰ?

কে : মোৰ মনত পৰিছে মিতিৰ- মই তেতিয়া 'গৰমেণ্ট স্কুলত। এড্‌মিছনৰ সময়। কাম বেছি হৈছে। হেড্‌মাষ্টৰে কথাই প্ৰতি মোৰ ওচৰ পাবহি, কৈছো নহয় - এই জীৱন কেৰেণী নহ'লে স্কুলৰ বুকলিষ্টো তৈয়াৰ নহয়, ক্লাছৰ ৰুটিনো নহয়, ল'ৰাৰ এডমিছনো নহয়।

মে : মই কিবা সেইবোৰ নাজানোনে মিতিৰ?

কে : এদিন কামৰ হেঁচাত স্কুলতে সন্ধিয়া সাত বাজিল। চাইকেল মাৰি ঘৰ পাওঁতে চাৰে আঠমানেই হ'ল। গাঁৱৰ মানুহ প্ৰায় শুলেই। এই গছ জোপাৰ ওচৰ পাওঁতেই ভয় অলপ ভয় ভয় লাগিছিল। হঠাৎ দেখিলো হাতত লেম এটা লৈ নন্দক। সিয়েই মোক মাতিলে, ককাইদেউ নহয়নে? মই বোলো, হয়। তাক দেখিহে সাহস পালো। গছজোপা পাৰ হ'বলৈ।

বা : সেইটোনো কি কথা বৰ্তা?

কে : কি কথা মানে? কি কথা শুনিবি?

ই : কওকচোন, কিয় নুশুনিম?

আ : কথা আমি পিচতো শুনিবলৈ পাম, কিন্তু গছডালে যে বাট বন্ধ কৰি থৈছে, বাটটো মোকলাই নল'লে স্কুল -অফিচ, হাট - বজাৰলৈ যোৱা মানুহৰ অসুবিধা হ'ব।

[illegible] : আনন্দ, মই কৈছো গছজোপা ঘপ ঘপ কাটো বুলিলেই আমি কাটিবলৈ দিব নোৱাৰো। ইয়াৰ লগত মোৰ তেজৰ সম্বন্ধ আছে, বুজিলি?

কে : ময়ো তাকে ক'ব খুজিছো মিতিৰ , ইহঁত ল'ৰাবোৰে নুবুজে। মই তাকে ক'ব খুজিছিলো। নাই, নুশুনে ইহঁত মখাই।

বা : কওক, বৰ্তা কওক ।

কে : ক'ম কিটো? তহঁতগালে হাত দাঙি আছ গছডাল কাটিবলৈ, মোৰ কথা তহঁতে ক'ত শুনিবি?

মে : কোনযাৰ কথা ক'ব খুজিছা মিতিৰ?

কে : এই সেই নন্দৰ কথাষাৰহে, তুমি নাজানা জানো?

মে : জানো, পাহৰিছো নেকি?

কে : বহুত দিনৰ কথা, পাহৰিবও পাৰা। হওঁতে গাঁৱৰ সকলোৱে জানে। এই বাবুল, ইয়াৰ মোমায়েক চৰিফ যে - বেচেৰা মৰি গ'ল। চৰিফেও পিচদিনা আহি গছজোপাক চেলাম দি গ'লহি।

ক : কিন্তু কথাটো কি?

কে : তাকেতো ক'ব খুজিছো-নন্দই মোক পদুলিলৈকে আগবঢ়াই দি বোলে- ককাইদেউ তুমি যোৱা, মই ৰতনৰ ঘৰত সোমাই যাওঁ - এই বুলি গুচি গ'ল। কিন্তু ঘৰ গৈ পাই দেখো, নন্দ মোৰ ঘৰতে আগৰে পৰা বহি আছে। মই মানুহটো জ্বৰ ঘমা দি ঘামিলো। বোলো কথা কি? এইটো নন্দ কোন আৰু সেইটো নন্দ কোন?

বা : তাৰ পিচত?

ই : ভালকৈ কওকচোন কি কথা?

: মই মানে বহি গলো। বৰমাৰে মুৰত তেলপানী দিলেহি । নন্দই-

ক : ঘৰত আহি থকাজন নন্দ দাইতিয়ে-

কে : ওঁ, নন্দই মোক যিমানেই সুধিছে, কি হ'ল. কি হ'ল, মই সিমানেই ধোঁৱা-কোঁৱা দেখিছো। ভালেমান পৰৰ মূৰত মই যেতিয়া গোটেই কথাখিনি ক'লো, তেতিয়াতো গোটেইবোৰৰ চকু থৰ হ'ল। তেনেতে তোৰ ওলালহি কণ গোসাঁই। আহিছিল কিবা পুতেকৰ এড্‌মিছনৰ কথা লৈ। কণ গোসাঁযেও কথাখিনি শুনি বোলে, জীৱন, সেয়া বৰগছৰ দেৱতাই। তই যে গছ জোপাৰ ওচৰ পোৱাৰ লগে লগে ভয় খোৱা যেন হৈছিলি, তোক অভয় দিবলৈকে বৰগছৰ দেৱতাই নন্দৰ ৰূপ লৈ তোক পদুলি মুখত থৈ গ'লহি। বুজিলি এই গছ জোপা যেনে জযাল আছিল, মানি চলাবোৰৰ কাৰণে বিপদ কালত বন্ধুও হৈছিল। এই জোপা গছ! *(গছ জোপালৈ লক্ষ্য কৰি সেৱা এটা কৰে আৰু চকুপানী মচে। অলপ সময় এক অস্বাভাৱিক মৌনতা)*

মে : *(চকুপানী মোহাৰি)* সেইটোকে ইহঁতে নুবুজে মিতিৰ, গছজোপাৰ কালিকাৰ কথা ক'লে পতিয়ন যাব নোখোজে। কথাত কথা ওলায় - তেনে এটা কাণ্ড এবাৰ মোৰো হৈছিল। মই তেতিয়া মেম্বৰ হৈয়েই আছিলো। ৰাজহুৱা কামত -

আ : দাইতি, গছজোপাৰ দেউ- ভূত আমি দেখা নাই, - আমি দেখা কথাকেইটা হ'ল - এই গছজোপাৰ কাৰণে আলিটোত পোহৰ পৰা নাছিল। ফলত গোটেই বছৰ জুৰি এইখন বোকা হৈ থাকে, গেলা বোকা, মহ - দাহে কণী পাৰে।

মে : তই কেৱল সেইটোহে দেখিলিনে? গছজোপাৰ গুণ তোৰ চকুত-

আ : ৰ'ব, ইয়াৰ শিপাই আলিটো ভেটিলে, ফলত ৰাতি বিয়লি আহি উজুটি

মাৰিব লাগে।

মে : ওপৰচকুৱা হ'লে পকা ৰাস্তাতো উজুটি খাব।

আ : গছজোপাৰ গাত খোৰোংবোৰ দেখিছে? সেইবোৰ সাপৰ বাঁহ।

কে : কেইটা মানুহ সাপে খুটি মাৰিলে অ'?

মে : সাপ ক'ত নাই কচোন? ক'ত সাপ নাই অ'? এতিয়া সি সাপৰ কাৰণেই-

আ : শুনক মেম্বৰ দাইতি, গছজোপা আচলতে আমি আগতেই কাটি পেলোৱাৰ কথা ভাবিছিলো। কিন্তু-

মেঃ : কি ক'লি-কাটি পোলোৱাৰ কথা ভাবিছিলি? সাপৰ কাৰণে? শুনিছা মিতিৰ, এইবোৰ ল'ৰাৰ কথা শুনিছা? ইহঁতে ওকণি থাকিলে দেখিছো মূৰটোকে কাটি পেলাব।

আ : অদৰকাৰী গছ এজোপাৰ লগত মূৰৰ চুলিৰ ৰিজনি কিয় কৰিছে দাইতি? সাপ আৰু ওকণিক যদি একাকাৰ কৰিব খুজিছে মোৰ অপত্তি নাই কিন্তু মই হ'লে মূৰৰ ওকণিৰ ঠাইত সাপ লৈ ফুৰিব নোৱাৰো। ঐ ইন্দ্ৰ, বাবুলাল, মই আহিছো, তহঁতে যি কৰ কৰ।

*(আনন্দ ওলাই যায়)*

বা : ঐ ৰহ, আমিও গৈছো। *(ইন্দ্ৰ, কনক, বাবুলালো যায়গৈ)*

মে : দেখিলা মিতিৰ? এইবিলাকেই হ'ল ল'ৰা? গছজোপা বোলে কাটিবলৈকে

কে : দেখিছানে গোটেইখন কিবা উদং উদং লাগিছে। যেন আবুৰ নাইকিয়া হ'ল। ব'লা মিতিৰ , কিবা এটা ব্যৱস্থা কৰিব লগা হ'ল। মাজু গোসাঁইৰ তাতে বহোগৈ ব'লা, এটা আলোচনা কৰো *(হঠাৎ অন্য ফালে চকু পৰি)* অ' সেইটো ঘনশ্যাম নহয়নে?

মে : *(সেইফালে)* ঘনশ্যামেই নেকি, অ' হয়, খোজটোৱেই কয় নহয়? বৰুৱাৰ কাঠৰ মিলত সোমোৱাৰ পৰা ঘনশ্যামৰো চাল-চলন বেলেগ হ'ল।

কে : কথাত কথা ওলায় বুজিছা মিতিৰ- বৰুৱাক কৈ মেলি ময়েই তাক চাকৰিত সুমুৱাই দিলো। এতিয়া মুখকে দেখিবলৈ নোপোৱা হ'লো।

মে : আহ হেৰ' ঘনশ্যাম, আহ।

*(ঘনশ্যাম আহে)*

ঘ : অ' মেম্বৰ দাইতি, কেৰেণী বৰ্তা, দুয়োজন দেখোন। গছজোপা পৰিল। মই ৰাতিয়েই গম পাই বৰুৱা ছাৰলৈকো খবৰ এটা দিলো।

কে : বৰুৱা ছাৰ?

ঘ : আমাৰ মালিক বৰুৱা ছাৰৰ কথা কৈছো। ছাৰ আহিব এতিয়া।

মে : হেৰ' তোৰ বৰুৱা ছাৰ আহি ইয়াত কি কৰিবহি?

ঘ : বৰুৱা ছাৰকতো জানেই - এই গাঁওখনৰ প্ৰতি হেঁপাহ কিমান! কালি ধুমুহাত কিনো ক্ষয়-ক্ষতি হ'ল চাই যাবহি বোলে। তেতে এই গছডালো পৰা শুনি বেয়া পাইছে।

কে : এৰা অ', তয়েই কচোন ঘনশ্যাম, টাউনত থাকি বৰুৱাৰ কাঠৰ মিলত কাম কৰিছ যদিও তই তেও এই গাঁৱৰহে ল'ৰা। গছডাল পৰা দেখি তোৰ কেনে লাগিছে?

কে : গোটেইখন উকণ্ডা উকণ্ডা লগা নাইনে বাৰু?

ঘ : মইনো কি কম দাইতি, বৰ্তা। বৰুৱা ছাৰেহে জানে।

কে : কি ক'লি?

ঘ : গছজোপা পৰা শুনি বৰুৱা ছাৰে কৈছিল তোমালোকৰ গাঁৱৰ বৰ পুৰণা সম্পদ এটি গ'ল।

কে : পুৰণা মানে! সঁচা কথা ক'বলৈ গ'লে গাঁওখন যিমান পুৰণা, গছডালৰ বয়সো প্ৰায় সিমানেই , মোৰ আজুককাৰ-

মে : মই জানো নহয় মিতিৰ, চাহাববিলাক তে[illegible]া-

ঘ : *(হঠাৎ ব্যগ্ৰ হৈ)* ৰ'ব, ৰ'ব - সৌৱা বৰুৱা ছাৰৰ গাড়ী, ৰ'ব ৰ'ব গাড়ীখন মই তাতে ৰাখিবলৈ কওঁগে-*(দৌৰি যায়। কেৰাণীয়ে মেম্বৰৰ মুখলৈ, মেম্বৰে কেৰেণীৰ মুখলৈ চায়)*

কে : বৰুৱা বুলিলে দেখোন তাৰ গাত গোঁসাই নাথাকে।

মে : তাহানি মই মেম্বৰ হৈ থাকোঁতেও তুমি মিতিৰ, মোক এদিন হাঁহিছিলা বোলে, মই বান্দৰ হ'লো। এই ঘনশ্যামেও তোমাৰ পৰা সাহস পাই মোক আঁতৰৰ পৰা বান্দৰ বান্দৰ বুলি জোকাইছিল। আজি সি নিজে বৰুৱাৰ বান্দৰ,অ' ৰ'ব, আহক, আহক বৰুৱা, আহক।

*(বৰুৱা আহে। লগে লগে ঘনশ্যাম হাত মোহাৰি মোহাৰি)*

কে : কি চাবলৈ আহিল বৰুৱা ?

বা : ঘনশ্যামৰ পৰা খবৰ পালো, ধুমুহাত বোলে কেইবাটাও ঘৰ ভাগিল, শুনি বৰ বেয়া লাগিল!

ঘ : হয় ছাৰ, বৰ দুখ লগা কথা ছাৰ, বৰ বেয়া লগা কথা, মাকণ পেহীৰ ঘৰটো ভাগিল, মানুহজনীয়ে যে কি কৰিব ভাবি পোৱা নাই। মাটিত পৰি থকা ঘৰৰ চালখনৰ ওপৰতে বহি মাকণ পেহীয়ে কান্দি আছে।

বা : মাকণ পেহী মানে সেই বাপুৰাৰ বিধৱাজনী?

কে : এৰা তায়েই।

মে : কোনে এতিয়া কাৰ মুখলৈ চায়।

ঘ : কান্দি থকা মানুহজনী দেখি মোৰ ছাৰ নিজৰে চকুপানী ওলাইছিল।

ব : তাইৰ হ'বই, আৰ্জিলে ভুঞ্জিব লাগিবই, তাইৰ ভেম বেছি, মই তাইক কাম দিব খুজিছিলো নহয়। নকৰিলে তাই। এইবোৰলৈ মোৰ মায়া-মমতা নাই।

ঘ : তাকেতো ছাৰ, এইবোৰক মৰম কৰি কি হ'ব? বোলে 'গাত নাই ছাল বাকলি মদ খাই তিনি টেকেলি'- মোৰো ছাৰ অকণো বেয়া নালাগে। এনেকুৱা মানুহক গাঁৱত থাকিবলৈকে দিব নাপায়।

কে : সেইবোৰ পিচ কথা, গছজোপাৰ এতিয়া কিবা এটা ব্যৱস্থা কৰিব লাগে।

মে : আক' ৰুই দিব নোৱাৰিনে-মানে ধৰা, ৰাইজে লাগি-ভাগি আক' পুতিব নোৱাৰিবনে?

ঘ : দাইতিয়ে হওঁতে ভাল কথা এটাকে ভাবিছে।

ব : এহ, ভাবিবলৈ সকলো কথাই সহজ, কিন্তু এই বিয়াগোম গছজোপা আক' ৰুই দিব পাৰিব জানো? নোৱাৰে।

ঘ : এৰা, এই বিয়াগোম গছজোপা কেনেকৈ ৰুব ছাৰ?

মে : গছজোপা নোহোৱাকৈ গাঁওখনৰ কথা ভাবিবকে নোৱাৰি দেখোন! গছজোপা ইয়াত নোহোৱা হ'ব, কথাষাৰ ভাবিলেই কিবা শোকে বুকুখনত খুন্দা মাৰি ধৰে।

কে : কৈছাহে নে মিতিৰ, মোৰ এনেকুৱা লাগিছে , বুজিছে বৰুৱা আজিহে যেন-

ব : নালাগিব কিয়, মই যদিও নগৰৰ মানুহ - জানেই - এইখন গাঁৱৰ লগতেই মোৰ সম্বন্ধ, গাঁওখনৰ কথা যেতিয়া ভাবো, তেতিয়াই প্ৰথমে মনলৈ আহে এই গছজোপাৰ কথা। অচিনাকি মানুহক ইয়ালৈ কাৰোবাৰ ওচৰলৈ পঠিয়াবলৈ হ'লেও এই গছজোপাৰ ওপৰত গয়না দিহে চিনাকি দিওঁ। গছজোপা এনেদৰে পৰাত মোৰো দুখ লাগিছে বুজিছে, ময়ো- *(ঘনশ্যামলৈ চকু যায়। ঘনশ্যামে চকুপানী মোহাৰি)*

ঘ : দুখ নকৰিব ছাৰ, দুখ নকৰিব। সঁচা কৈছো-গছজোপা উভাল খোৱা নাই যেনিবা, আমাৰ ঘৰখনৰ মুধচৰ খুঁটাটোহে উভাল খালে।

ব : *(বৰুৱাই ঘনশ্যামৰ কথালৈ বৰকৈ কাণ নিদিয়ে। কেৰেণী আৰু মেম্বৰক*

*কয়)* এতিয়া কি কৰো বুলিছে?

মে : ৰাইজ আহক, আলোচনা কৰো।

ঘ : এৰা ৰাইজে বা কি দিহা দিয়ে-

ব : ৰাইজে কি কৰিব?

কে : কৰিবলৈ আছে কিটো?

ব : তাকে, এতিয়া কথা হৈছে, গছডাল আঁতৰাব লাগে।

ঘ : হয় ছাৰ ইয়াত ৰাইজে কৰিবলগীয়া একো নাই, গছডাল আঁতৰাব লাগে। ছাৰে ঠিকেই কৈছে।

কে : দুখ লাগিছে অ' ঘনশ্যাম এই হেন গছজোপাত কুঠাৰ মাৰিবলে-

ঘ : দুখ জানো মোৰ লগা নাই বৰ্তা, এই জোপা গছৰ তলত *(মাত ঠোকা-ঠুকি হয়)* কিমান কি কৰিলোঁ!

ব : কিন্তু এতিয়া দুখ কৰি থাকিলে কাম চলিবনে? গছজোপা এটা আবুৰ আছিল সঁচা কিন্তু গাঁওখনৰ অন্যায়ো কৰিছিল, এই বাটটো......

ঘ : হয় ছাৰ, আপুনি আচল কথা কৈছে ছাৰ, অন্যায় মানে যথেষ্ট অন্যায় কৰিছিল। আলিবাটটো আছিল দিনতে আন্ধাৰ, ইয়াৰ উপৰি ছাৰ...

মে : হেৰ', সকলোৰে ভাল- বেয়া থাকে।

কে : বুঢ়া-বুঢ়ী, আই - বোপায়ে মাজে- মাজে আমনি কৰে বুলিয়েই তেওঁলোকক কোনোবাই দলিয়াই পেলাব পাৰে নেকি ঘনশ্যাম?

ঘ : নহয় সেইটো মানে.... মানে সেইটো....*(বৰুৱালৈ লক্ষ্য কৰে)*

ব : আপুনি কেৰেণী ছাৰ, কথাবাৰ মোৰ নুবুজিলে, এই জোপাত বাৰু সাপৰ বাহ হোৱা নাছিলনে?

ঘ : তাকেতো ছাৰ, কৈছো নহয়-ইয়াৰ খোৰোঙে খোৰোঙে সাপৰ বাহ, ৰাতিয়ে-দিনে ফেটীসাপৰ পোৱালিয়ে পিয়াপি দি থাকে।

ব : গতিকে মেম্বৰ, কেৰেণী ছাৰ - ইশ্বৰে যি কৰে, ভালকে কৰে বুলি ধৰিব।

ঘ : সঁচা ছাৰ, আটুট কথা কৈছে ছাৰ, ভাগ্য ভাল ধুমুহাজাকে কামটো সহজ কৰি দিলে-নহ'লে এইজোপা এদিন এনেয়ো উঠাব লাগিলহেঁতেন।

ব : কেবল সেয়ে নহয়-এনেয়ো গছজোপা দেওলগা।

কে : কিন্তু সেইবুলি কাকো অন্যায় কৰা নাই বৰুৱা, কাকো কৰা নাই।

ঘ : হয় অৱশ্যে।

মে : কোনোবাই যদি দাংকোপ মাৰে তেতিয়া অৱশ্যে বেলেগ।

ব : অন্যায় কৰা নাই বুলিনো কিয় ক'লে হয়নে?

ঘ : কেৰেণী বাৰ্তা, মেম্বৰ দাইতি, আপোনালোকে ফচকৈ কিবা এটা কথা কিয় কৈছে বাৰু, ছাৰে যিটো কৈছে সেইটোৱেই শুদ্ধ কথা। গছজোপাই আমাক যথেষ্ট অন্যায় কৰিছে। এই জোপাৰ কাৰণেই মই গাঁৱত থাকিবলৈ এৰিলো। হয় ছাৰ, কামৰ পৰা ঘূৰি আহোতে কেতিয়াবা সন্ধ্যা লাগিবই দিয়কচোন - কিন্তু গধূলি হোৱাৰ পিচ ত এইজোপা গছৰ তলেদি যোৱাৰ কথা ভাবিলেই ভয়তে ধাতু যায়। নাই নাই, গছজোপা পৰিল ভালেই হ'ল, ঈশ্বৰে আমাক ৰক্ষা কৰিলে।

কে : *(হুমুনিয়াহ কাঢ়ি)* আমিনো কি ক'ম , ৰাইজ আহক-

ব : আপোনালোকে নাভাবিব যে গছজোপা পৰাত মই ৰং পাইছোঁ, মোৰ বেয়া লাগিছে।

ঘ : মোৰো ছাৰ, মোৰো দুখ লাগিছে, হাজাৰ হওক -

ব : কিন্তু বাস্তৱ দৃষ্টিৰে চাই মই বুজিছো যে দুখ কৰি লাভ নাই।

ঘ : হয় ছাৰ, কোনো লাভ নাই।

ব : এতিয়া এই গছজোপা আঁতৰাই বাটটো সোনকালে উলিয়াই দিব লাগে।

ঘ : তাকে নকৰি এইখন গুণা-গঁথা কৰি থাকিলে কি হ'ব?

ব : আৰু ৰাইজ মানে, আপোনালোকেই দিয়কচোন, আপুনি স্বয়ং মেম্বৰ। চিৰদিন আপোনাৰ মাজেদিয়েই ৰাইজৰ মাত ওলাই আহিছে আৰু কেৰেণী ছাৰৰ কথাৰ ওপৰত কোনোবাই কিবা ক'ব পাৰে বুলি মোৰ বিশ্বাসেই নহয়। কেৰেণী ছাৰে পঢ়োৱা ল'ৰা এতিয়া ডি চি পৰ্যন্ত হৈছে।

কে : কিন্তু তথাপি নিয়ম এটা-

ব : নিয়মৰ কথাই ময়ো কওঁ। ঘনশ্যাম!

ঘ : ছাৰ !

ব : ৰাইজে এতিয়া ইয়ালৈ আহি মেল মিটিং কৰিবহি! নে নিজৰ নিজৰ ঘৰ-দুৱাৰ মেৰামতিত লাগিব, কোৱাচোন?

ঘ : আহিব ছাৰ, আহিব-

ব : কেনেকৈ আহিবহে? তুমি ক'লেই হ'বনে? নিজৰ বাৰীৰে কাৰ কিমান গছ পৰিছে ঠিক নাই, এতিয়া ইয়ালৈ কোন কিয় আহিব কোৱাচোন?

ঘ : অসম্ভৱ ছাৰ, ইয়ালৈ এতিয়া কোনো নাহে। নিজৰে যেতিয়া তৰণি নাই!

ব : গতিকে এটা কাম কৰা, তুমি মোৰ গাড়ীখন লৈ যোৱা। মেম্বৰ আপুনি কাগজ এটুকুৰাতে প্ৰস্তাৱ এটা লিখি দিয়ক যে আজিৰ সভাই প্ৰস্তাৱ লয়

যে যিহেতু এই প্ৰকাণ্ড গছজোপা পৰি আলিটো বন্ধ কৰি থৈছে, যিহেতু এইদাল আঁতৰাবলৈ গাঁৱৰ মানুহৰ কমেও এসপ্তাহ লাগিব, গতিকে মোৰ নামটো দিবা, ইয়াৰ এটা ব্যৱস্থা কৰিবলৈ তেখেতক অনুৰোধ কৰা হওক। প্ৰস্তাৱৰ তলত কেৰেণী ছাৰে সভাপতি বুলি চহী কৰি দিব আৰু এখন চাদা কাগজত ঘনশ্যামে পঞ্চাশটামান চহী কৰি আনক, সেয়া সভাত উপস্থিত থকা লোকৰ সংখ্যা হ'ব। ঘনশ্যাম-

ঘ : ছাৰ!

ব : মই বেছি সময় ইয়াত থাকিব নোৱাৰো, মেম্বৰক কাগজ আৰু . এটা দিয়া। গাড়ীতে মোৰ পেডটো আছে, লৈ অহা।

ঘ : ভাল ছাৰ-

*(ঘনশ্যাম সোমাই যায়)*

ব : আপোনালোক দেখোন মনে মনে থাকিল;

কে : কিনো ক'ম বৰুৱা, এতিয়ানো আপুনি কি কৰিম বুলি ভাবিছে?

ব : মই বিশেষ একো ভবা নাই। মই ভাবিছো, মোৰ ট্ৰাকখনৰ সৈতে মানুহ দহটামান পঠিয়াই দিওঁ, সিহঁতে লাগি-ভাগি গছজোপা আঁতৰাওক। *(এনেতে ঘনশ্যামে হাতত পেড এটা লৈ সোমাই আহে।)* আনিলা?

ঘ : হয় ছাৰ।

ব : (ঘনশ্যাম হাতৰ পৰা পেডটো লৈ মেম্বৰৰ ফাললৈ আগবঢ়াই) লওক, প্ৰস্তাৱ লেখক, মই এতিয়া গৈয়েই মানুহ পঠিয়াই দিওঁ।

*(এনেতে 'শ্ৰীবিষ্ণু' বুলি চিঞৰি এজন দেউ সোমাই আহে)*

দে : ইস ইস্, শ্ৰীবিষ্ণু, গছজোপা গ'ল, এই হেন গছজোপা দেহি-(উইংছৰ ওচৰৰ পৰা আঁঠু লয়। বাকী- কেইজনলৈ চাই) আপোনাসব আছে, ভালেই হৈছে, ধৰণী লৰিল বুলি ধৰক। এই হেন জোপা গছ আমাৰ চকুৰ আগতে এনেদৰে বাগৰি পৰিব বুলি কাহানিও ভাবিব পৰা নাছিলো। বুঢ়া ডাঙৰীয়াই এই গাঁও এৰিব খুজিছে।

মে : আপোনাৰ ঘৰটো ৰ'ল নে দেউ?

দে : বৰঘৰৰ এখন চাল নিলে, ভাগ্যে বান্ধনি ঘৰৰ খুঁটা 'চাইটা' কেইদিন মানৰ আগতে নতুন কৰি লগাইছিলো। তথাপি বেৰ দুখন গ'ল। এতিয়া তাকে বোলে খবৰ কৰো, কাৰোবাক পাওঁ নেকি-বেৰখন লগাই দিবলৈ।

কে : পিচে দেউ, এতিয়া এই জোপাৰ বিষয়ে কিবা এটা মীমাংসা কৰিব লাগে।

*(ইতিমধ্যে মেম্বৰে এচুকত প্ৰস্তাবৰ খচৰা কৰে, ওচৰত ঘনশ্যাম)*

দে : ওঁ লাগেতো আক'। পিছে জানেই, এইজোপা গছ উলা- মূলা গছ নহয়। ইয়াত থকাজনা ভালত ভাল, বেয়াত যমকাল, ধাহি - মুহি নিব।

ব : কাৰ কথা কৈছে দেউ?

দে : আপুনিও ভাল দিয়ক! আচলজনাৰ কথাই কৈছো, আৰু তেজবেলিৰ আগৰ বেলি কেলেই আমাৰ ৰূপাইৰ ভিনিহিয়েকে ডাংকোপ মাৰিছিল বোলে সি কাকো কেয়াৰ নকৰে। পিচত দেখিলে নহয়, ৰাতিটোৰেই পাৰ নহ'ল। হলকা হলকে তেজ-বমি কৰি মৰি থাকিল।

ব : এতিয়া তেৰা নিজে যাবলৈ ওলাইছে, গছজোপাতো আপুনি- মই পেলোৱা নাই।

দে : তাতো লেঠা আছে, তাতো লেঠা আছে। হঠাৎ তেৰাই গাঁওখন এৰিবলৈ ওলাল কিয়? এই যে ধুমুহাজাক আহিল - সেইটো নাভাবিব, আৰু ধুমুহা কিবা এইবাৰহে হ'লনে? ইয়াতকৈ ডাঙৰ ধুমূহা আগতে কিবা হোৱা নাছিলনে? কেলেই সেই আমাৰ নিত্যানন্দৰ বিয়াৰ দিনা? কি কয় কেৰেণী, মনত আছে নহয় আপোনাৰ? দৰা ভাগ্যে কইনা ঘৰ পালেগৈ, আহিল সেইজাক, ৰভাৰে সৈতে নিলে উৰাই। কেলেই, গোটেইখন হুৱা-দুৱা লগা নাছিল? নিত্যাৰ মোমায়েকে ছোৱালী অমঙ্গলীয়া বুলি ভাগিনীয়েকক ঘূৰাই আনিবকে খুজিছিল।

ব : এতিয়া আচল কথালৈ আহক দেউ-

দে : তাকেতো কৈছো-তেনেকুৱা ধুমুহা-বতাহতো গছজোপাৰ বুঢ়া পাতকেইটাৰ বাহিৰে আন একো নহ'ল। এতিয়া হঠাৎ কিয় উভাল খাই পৰিল?

*(এনেতে মেম্বৰ আৰু ঘনশ্যামে প্ৰস্তাৱৰ খচৰা শেষ কৰি উঠে)*

ব : হ'লগৈ নে?

মে : চাওকচোন, মিতিৰ শুনা, দেউ আপুনিও শুনক- পিচত দৰকাৰ হ'লে আমাৰ ফালে মাতিব লাগিব।

দে : কি উলিয়ালে বা!

মে : শুনক, আজিৰ সভাই-(ঘনশ্যামক) ঘনশ্যাম, তয়েই পঢ় অ'-

ঘ : দিয়ক *(মেম্বৰৰ হাতৰ পৰা প্ৰস্তাৱৰ খচৰা লয়)* আজিৰ সভাই প্ৰস্তাৱ কৰে যে আমাৰ গাঁৱৰ প্ৰায় ডেৰশ বছৰীয়া পুৰণি-

কে : কি লিখিলে? ডেৰশ বছৰীয়া পুৰণি? কি কোৱাহে মিতিৰ, এই জোপা গছৰ বয়স ডেৰশহে হৈছেনে? মই কৈছো আঢ়েশ বছৰো ওপৰত হ'ল।

মে : ভুল কৰিছা মিতিৰ, এইজোপা গছৰ বিষয়ে মোতকৈ আন কোনোবাই বেছি জানে বুলি মই নাভাবো।

কে : ভবা- নভবাতো তোমাৰ কথা মিতিৰ! এইজোপা গছৰ লগত যে মোৰ তেজৰ সম্বন্ধ আছে জানা? দেউ, আপুনিতো গাঁৱৰ ইতিবৃত্ত জানে. আপুনিয়েই কওকচোন-

দে : ফচ কৰি কথাটো কোবা টান। অৱশ্যে এইটো ঠিক যে গছজোপা পুৰণি।

ঘ : মই জনাত আমাৰ আজুককাৰ দিনৰে গছ, ককাই বোলে নিজে ়ই পুলিটো আনিছিল কোনোখা-

মে : কি ক'লি ঘনশ্যাম? তোৰ ককাৰে আনিছিল এই পুলিটো? খেতেকেশ্বৰে আনিছিল? এই কথা ক'বলৈ আহিলি?

কে : তই নাভূত-নাশ্রুত কথা এটা ক'লি ঘনশ্যাম।

মে : শুনাচোন মিতিৰ, তাৰ কথা শুনা।

ব : ৰ'ব এইখন কৰি থাকিলে কামৰ মূৰত একো নহ'বগৈ। মই বেছি সময় ৰৈ থাকিব নোৱাৰো। চাওক, এই আলিবাটটো জুৰি এই প্ৰকাণ্ড গছজোপা পৰি আছে। ইফালৰ মানুহ সিফালে যাব নোৱাৰে। সিফালৰ মানুহ এই ফালে আহিব নোৱাৰে। আনহাতে আপোনালোকে, মানে এইখন গাঁৱৰ ৰাইজে, মোৰ মনেৰে এমাহেও এইডাল আঁতৰাই বাটটো উলিয়াব নোৱাৰে। দুজন লগ লাগিলেই আৰম্ভ কৰিব তৰ্ক। ইয়াৰ উপৰি আপোনাৰ গছডালৰ খোৰোঙত কেইটা সাপৰ বাহ আছে, কাৰ কি ক্ষতি কৰে ঠিক নাই। সেয়েহে বোলো ময়েই মানুহ লগাই গছডাল আঁতৰাই দিওঁ! ৰাইজৰ উপকাৰ হওক, এই বুলিয়েই আপোনালোকৰ ওচৰলৈ উপযাচি আহিছিলো। ঘনশ্যাম?

ঘ : ছাৰ!

ব : এতিয়া তৰ্ক কৰিবা নে কাম কৰিবা ?

ঘ : ছাৰে যিটোকে কয়-

ব : তোমাৰ আজুককাৰাই গছ পুলিটো ৰইছিল বুলি কৈ মিছাকৈ তৰ্ক বঢ়ালা কিয়?

ঘ : মোৰ ভুল হ'ল, মুখৰ পৰা ওলাই গ'ল ছাৰ। মেম্বৰ দাইতি, কেৰাণী বৰ্তা, প্ৰস্তাৱটো তেনেহ'লে এতিয়া পঢ়ো, মোৰ কথাত নালাগিব। মোৰ আজুককাহে নালাগে-কোনো ককাই এইটো পুলি ৰোৱা নাছিল।

ব : ঠিক আছে, পঢ়া - চাওক মেম্বৰ, কেৰেণী ছাৰ, প্ৰস্তাৱটো মোৰ কাৰণে

নহয়, আপোনালোকৰ কাৰণেহে। মই প্ৰস্তাৱটোৰে কি কৰিম? কিন্তু কোনোবা শতৰুৱে আপোনালোককে ধৰিব পাৰে, গছজোপা ইয়াৰ পৰা উঠাই নিবলৈ বৰুৱাক কোনে এক্তিয়াৰ দিলে বুলি। হেজাৰ হওক, মইতো এইখন গাঁৱৰ বাসিন্দা নহয়। তেতিয়া আপোনালোকেই প্ৰস্তাৱটো দেখুৱাই কৈ দিব পাৰিব যে ৰাইজে দিলে। পঢ়া ঘনশ্যাম, পঢ়া।

কে : কিন্তু বছৰৰ কথাটোত মোৰ আপত্তি আছে।

ব : বছৰৰ কথাটোনো প্ৰস্তাৱত কেলেই হয়নে? সেইটো দৰকাৰ নাই।

ঘ : ঠিক আছে *(কলম উলিয়াই কাটি)* আজিৰ সভাই প্ৰস্তাৱ কৰে যে আমাৰ গাঁৱৰ বৰগছজোপা ধুমুহাত পৰি গোটেই বাটটো যাতায়াতৰ বাবে বন্ধ কৰি থোৱাত ৰাইজৰ অসুবিধা হোৱা হেতুকে ৰাইজে গছডাল আঁতৰাবলৈ আমাৰ শুভাকাংক্ষী তথা এই গাঁৱৰ বিপদৰ বন্ধুৰূপে পৰিচিত শ্ৰী জীৱন বৰুৱা মহোদয়ক অনুৰোধ কৰা হওক, যিহেতু এই প্ৰকাণ্ড গছডাল আঁতৰোৱাৰ শক্তি গাঁৱৰ ৰাইজৰ নাই।

*(বৰুৱা চাপৰি বজায়, মেম্বৰেও)*

ব : হৈছে কেৰাণী ছাৰ- আপুনি চহী এটা কৰি থওক, ঘনশ্যাম - তুমি গাঁৱৰ প্ৰত্যেক ঘৰলৈ গৈ চহী গোটাই থ'বা। দেউৰ চহীটো ইয়াতে লৈ থ'ব পাৰি।

দে : ৰাইজে ভাল দেখা কামত আমাৰ হওঁতে ক'বলৈ নাই। পিছে এষাৰ মাত মাতিবলৈ মন গৈছে।

ব : কওক, কওক ।

দে : মই আগতেই কৈছো এইজোপা দেওলগা গছ, ডাঙৰীয়া এজনা ইয়াত আছে, কিবা অসন্তুষ্ট হৈয়েই যাবলৈ ওলাল। ডাঙৰীয়া যাব খুজিছে যাওক, পিছে গাঁওখনৰ ওপৰত যাতে খং কৰি নাযায়, সেই ফালে চাব লাগে। মোৰ মনেৰে ৰাইজে পৰি থকা গছজোপাত হাত দিয়াৰ আগতে ডাঙৰীয়াৰ অৰ্থে মাহ- প্ৰসাদ এমুঠিকে দি হ'লেও কিবা আগবঢ়াব লাগে।

ব : ৰাইজে যদি ভাবে হওক। (জেপৰ পৰা পইচা উলিয়াই) মই এতিয়াই চান্দাফেৰা দিলো। আপোনাসবে পূজা পাতল কৰক। তাৰ পিছত মোক খবৰ দিব, মই গছজোপা আঁতৰাবলৈ মানুহ পঠিয়াই দিম। মেম্বৰ, ধৰক মোৰ চান্দাটো আপুনিয়েই লওক। পূজা - সেৱাৰ আয়োজন কৰক।

কে : লোৱাহে মিতিৰ, দেৰে উচিত কৈছে, ৰাইজৰ পৰা দুই- এপইচা লৈ

অনুষ্টুপীয়াকে হ'লেও শৰাই এখন দিয়া ভাল।

*(মেম্বৰে বৰুৱাৰ ফালে হাত আগবঢ়াই দিয়ে)*

ব : *(পইচা দি)* এতিয়া পিছে মই আহিলো। শুনক দহজনে দহ কথা ক'ব। কোনোবাই হয়তো গছজোপা কাৰোবাক বেচাৰ কথা ক'ব। আপোনালোকে দহজনৰ দহটা কথাত পতিয়ন নাযাব। আপোনালোকে গছজোপা যদি নিজে কাটি-মেলি বাটটো উলিয়াব খোজে মোৰ আপত্তি নাই। নহয় জানো ঘনশ্যাম।

ঘ : হয় ছাৰ, অকণো আপত্তি নাই, ভালৰ কথাহে সেইটো। নই[illegible]ানো, মেম্বৰ দাইতি?

মে : গছজোপা কুঠাৰেৰে ছিঙিবলৈ আমাৰ এমাহ লাগিব। হেৰ' নহয়নে মিতিৰ?

কে : আমিতো নিজে নোৱাৰোৱেই, ল'ৰাহঁতৰ ওপ[illegible] ভৰসা। তাতে আজি-কালিৰ ল'ৰা, কোট-পেণ্ট পিন্ধে, ক'ৰ দা-কুঠাৰ ধৰিব? দাখন বা কুঠাৰখন হাতত ল'লেই ফোপাবলৈ ধৰে।

ব : কিন্তু নিজৰ গাঁৱৰ কাৰণে সেইকণ কাম কৰিব নোৱাৰিলে হ'ব কেনেকৈ?

ঘ : আচল কথা কৈছে ছাৰ, মেম্বৰ দাইতি, [illegible]ৰেণী বৰ্তা, আমাৰ গাঁৱৰ ল'ৰাসোপাক আপোনালোকে ইমান শক্তি নাইকিয়া বুলি নাভাবিব। মুঠ বান্ধি লাগিলে, এইটো এবেলাৰ কাম।

ব : কি ক'লা ঘনশ্যাম? এবেলাৰ কাম? মই কৈছো এমাহেও এই গছজোপাৰ গুৰি শিপাকেইডালকে খান্দি উলিয়াব নোৱাৰে।

ঘ : *(সেমেনা-সেমেনি কৰি)* হয় ছাৰ, নোৱাৰে ছাৰ। মইতো তাকেই কওঁ, কেনেকৈ পাৰিব ছাৰ আপুনি ঠিক কৈছে ছাৰ।

দে : মোৰ পিচে এষাৰ ক'ব লগা আছে -

ব : কওক, কওক।

দে : গছজোপা আঁতৰোৱাৰ ওপৰত আপোনাসবে বেছি জোৰ দিছে। মোৰ মনেৰে ডাঙৰীয়াক পূজা ভাগ নিদিয়াকৈ আমি এইবোৰ চৰ্চা নকৰাহে মঙ্গল। ডাঙৰীয়াৰ এনেয়ে খং, তাতে এতিয়া গাত কুঠাৰ মাৰিবলৈ ওলাইছে, আগতে স্তুতি-প্ৰাৰ্থনা হওক। তাৰ পিচত যি হয় হ'ব।

ব : সেইবিলাক কি কৰিব লাগে কৰক। মই এতিয়া আহো, দুঘণ্টামানৰ ভিতৰতে মই মানুহ পঠিয়াম। ঘনশ্যাম-

ঘ : ছাৰ।

ব : তুমি থাকিবা, মানুহকেইটা আহিলে গছডাল কটাবা।

ঘ : দৰকাৰ হ'লে মই নিজেও লাগি যাম ছাৰ।

ব : কিন্তু মনত ৰাখিবা, গছডাল টুকুৰা-টুকুৰ কৰিলেই সমস্যাৰ সমাধান নহ'ব। মানুহকেইটাক ক'বা, গছডাল ট্ৰাকত তুলি লৈ যাব আৰু এই ঠাইখিনি পৰিষ্কাৰ কৰি পেলাব।

ঘ : হয় ছাৰ-

ব : দেউ, আপুনি যি কৰে কৰক। দা-দক্ষিণা বাৰু যি লাগে ময়েই পঠিয়াই দিম। মেম্বৰ, কেৰেণী ছাৰ- মই আহিলো। *(যায়গৈ)*

দে : পুৰুষ! যাক বোলে পুৰুষ! এই বিলাককে বোলে ৰাইজৰ মানুহ।

ঘ : বৰুৱা ছাৰৰ কথা কৈছে দেউ?

দে : মিছা কৈছো নে, কচোন ঘনশ্যাম?

ঘ : তাকে কৈছো, গাঁওখনৰ দুৰ্গতিৰ খবৰ পাই মানুহজন দৌৰি আহিল। নিজৰ মানুহ লগাই গছডাল আঁতৰাব। পূজা কৰিবলৈ পইচাও দিলে। মেম্বৰ দাইতি, কেৰেণী বৰ্তা, আপোনালোকে দেখোন একো মতা নাই?

কে : মাতনো আৰু ওলাই ক'ৰ পৰা বোপাই, গছজোপাৰ কথাই ভাবিছো? মোৰ আজুককাৰ ককাই এই ডাল ৰুইছিলহি।

মে : কি ক'লা, মিতিৰ? তুমি দেখোন নাভূত নাশ্ৰুত কথা এষাৰ ফচ কৰি কৈ দিলা? জানা মিতিৰ, এইজোপা গছৰ লগত মোৰ তেজ-মঙহৰ সম্বন্ধ আছে।

ঘ : তেজ-মঙহৰ সম্বন্ধ অকল আপোনালোকৰেই নাই দাইতি, মোৰো আছে। গছডাল পৰাৰ কথা শুনি আয়ে হুৰাহুৰে কান্দিছে। বোলে, গছডাল যোৱা নাই অ' বোপাই, তোৰ বংশৰ এজন পুৰুষ গ'ল। গছপুলিটো হেনো-

দে : আগতে আমি কামফেৰা কৰি লওঁ, কি বোলে? ঘনশ্যাম মোক মাহ-প্ৰসাদ, মানে ধৰ বুট, কল, মগু, নাৰিকল- চাৰিকল আৰু কি পাৱ দুই-এটা গোটাই দে, মইতো আৰু ইয়াতে ৰৈ থাকিব নোৱাৰো। অ', সৌ ল'ৰাহঁতো আহিছে, ভালেই হ'ল।

*(সকলোৱে ভিতৰলৈ চায়)*

কে : আনন্দও আহিছে যেন পাইছো। এতিয়া ইহঁত গালে বা কি কৰে!

মে : কৰিব কিটো, পাৰে যদি কৰক!

*(হাতত দা-কুঠাৰ লৈ আনন্দ, কনক, ইন্দ্ৰ আৰু বাবুলাল)*

আ : *(মেম্বৰহঁতক)* দাইতি, আপোনালোক যোৰা নাই, ভালেই হৈছে। আমি কামত লাগো, আপোনালোক বহক। লগত থাকিলে আমিও উৎসাহ পাওঁ।

কে : ঘনশ্যাম কাইদেউ তয়ো আহিছ, ভালেই হ'ল। ব'ল কামত ধৰো।

ব : হেৰ', ঘনশ্যাম থাকোঁতে তহঁতক এই কামত লগাম বুলি ভাবিছ নেকি? তহঁতে কোনো চিন্তা নকৰাকৈ অন্য কামত ধৰগৈ। গছদেৱ আঁতৰোৱাৰ দায়িত্ব মোৰ বুজিলি?

দে : কিন্তু তাৰ আগতে-

ঘ : হ'ব দেউ হ'ব-, চাওঁ কনক বা ইন্দ্ৰ তহঁতৰ কোনোবা এটাই, হৰি কৰচোন, সেই বুট- মগু আৰু কল-কুঁহিয়াৰ কি পাব চাইচিতি আনগৈচোন। মেম্বৰ দাইতি, আপোনাৰ হাতত পইচা আছে নহয়, পোন্ধৰ টকা মান দিয়ক।

আ : সেইবোৰ কেলেই?

দে : পূজা এভাগ নকৰাকৈ তহঁতে গছডালৰ গাত কুঠাৰৰ কোব মাৰিবিনে? যিজনা আছে, টেঁটুতে ধৰিবহি।

কে : শুনিছ আনন্দ?

আ : কওক বৰ্তা।

কে : বৰুবা আহিছিল।

আ : কোন বৰুবা?

মে : সেই আমাৰ জীৱন বৰুবা অ'।

বা : কি ক'লে দাইতি, জীৱন বৰুবা? তেওঁ আকৌ এইখিনি পালেহি কিয়?

ঘ : হেৰ', গাঁওখনত কিবা এটা হ'লে তেৱেঁই দেখোন দৌৰ মাৰি ওলায়হি। কালি ধুমুহা যোৰা দেখিয়েই বৰুবা ছাৰ-

দে : কেৱল সেয়ে নহয় বোপাই, মানুহজনৰ ধৰ্ম-কৰ্মলৈকো বৰ আস্থা আছে।

বা : আনন্দ, তেনেহ'লে সোনকালে কৰাহে কথা।

ই : ঠিকেই কৈছ, বৰুবাই নহ'লে কি পাক লগায় ঠিক নাই।

ঘ : কি ক'লি?

আ : বৰুবাইনো কি কৰি দিব?

কে : মানুহ লগাই গছডাল আঁতৰোৱাব ।

বা : তাৰ পিচত?

মে : *কি তাৰ পিচত অ'? তহঁত এইকেইটা ল'ৰাই সেই হেন বিয়াগোম গছডাল*

কাটিবলৈ কমেও এমাহ লাগিব, আৰু যাচোন বাৰু গছডালৰ ওচৰ চাপগৈ। কেইডাল ফেটী সাপে মেৰিয়াই ধৰে চাই ল।

ই : খং কৰিছে কেলেই দাইতি, আমি সুধিছো, গছডাল কি কৰিব?

ঘ : বৰুৱা ছাৰে সেইজোপা পচলা খাবলৈ নিব বুলি ভাবিছ নেকি?

দে : এতিয়া দেখিছো কথাবোৰ কোনোবা ফালেহে ঢাল খাইছে-কি কৰিব- কি নকৰিবি সেইবোৰ পিচৰ কথা-আগৰ কথা হৈছে পূজা -পাতল কিবা এটা নকৰাকৈ একো কৰিব নোৱাৰে। বচ, বুঢ়া ডাঙৰীয়াক জোকাই লৈ গাঁওখনৰ অমঙ্গল চপাব নোৱাৰি।

আ : ঘনশ্যাম কাইদেউ, বৰুৱাৰ চাকৰি কৰিছা বুজিছো- পেটটোৰ কাৰণে তুমি বৰুৱাৰ সাত খুন মাফ কৰিবা-কিন্তু তোমাৰ দৰে আমি বৰুৱাৰ সকলো কথাতে হয় হয় কৰিব নোৱাৰো নহয়।

ঘ : কি ক'লি আনন্দ? তই কি ক'ব খুজিছ ভাঙি কচোন।

মে : আনন্দ, বেয়া নাপাবি, সঁচা কথা কওঁ-আজি- কালি তই কাৰো ভাল গুণ নেদেখা হৈছ।

আ : ঠিকেই কৈছে দাইতি, সহজে একো কথাই মই ল'ব নোৱাৰা হৈছো। সেইটো স্বভাৱ সকলোৰে হোৱাটো ভাল।

কে : বোপাই অ,' তোৰ দেউতাৰ শশীকান্ত কিমান সাধু পুৰুষ আছিল জাননে? গাঁওখনৰ এনে এটা মানুহ নাছিল যি শশীকান্তক মৰম-স্নেহ, শ্ৰদ্ধা- ভক্তি নকৰিছিল। মাটি যেন আছিল মানুহটো।

মে : নহয় মানে কি -কথাত কথা ওলায়-তোৰ মহৰী দদায়েৰে বাপেৰৰ পৰা দলিল পত্ৰত চহী কৰাই গোটেইসোপা মাটিবাৰী হাত কৰি লৈ সেইসোপা বেচি টাউনত ঘৰ কৰিলেগৈ। বাপেৰে মাত এটা নামাতিলে। সেইজনা সাধু পুৰুষৰ ল'ৰা হৈ তই-

ক : দাইতি, আনন্দই কি উত্তৰ দিয়ে ক'ব নোৱাৰো মই হ'লে কওঁ-শশীকান্ত পেহা সেই স্বভাৱৰ বাবে নিজেও বঞ্চিত হ'ল, ইহঁতকো *(আনন্দক দেখুৱাই)* বঞ্চিত কৰিলে।

আ : সেইবোৰ এতিয়া অদৰকাৰী কথা দাইতি, মই কওঁ শুনক - আমাৰ ল'ৰা যিবোৰ অলপতে গোট খাবহি, এতিয়া নিজৰ নিজৰ ঘৰ-দুৱাৰত লাগিছে- সিহঁত আটাইবোৰ আহিলেই আমি নিজে কামত লাগিম।

দে : তাৰমানে পূজা- সেৱা নকৰ?

আ : ৰ'ব দেউ, আপুনি ভাবিছে আপোনাৰ কথা, দাইতিয়ে ভাবিছে দাইতিৰ

নিজৰ কথা, ঘনশ্যাম কাইদেৱে ভাবিছে বৰুৱাক সন্তুষ্ট কৰি-

ঘ : হেই, তই হকে- বিহকে বৰুৱাক টানি নাথাকিবি।

আ : এই চাৰি কিলোমিটাৰ দূৰৰ নগৰৰ পৰা তুমিয়েই বৰুৱাক টানি আনি আমাৰ গাঁও পোৱাই দিলাহি। মই কথাৰে টানোতেই তোমাৰ গাজত লাগিলেনে?

ঘ : লাগিবতো?

কে : তইনো আহি ফেপেৰি পাতি লৈছহি কেলেই?

মে : আমি আছো, আমি দুই- 'চাই'জনে' মীমাংসা এটা কৰিছো। তই মি... ক গোলমালখন নলগাবিচোন।

আ : নহয়, বৰুৱাই গছজোপা কি কৰিব?

ঘ : ইয়াৰ পৰা নি গাৰুৰ তলত সুমুৱাই থ'বগৈ।

বা : ঘনশ্যাম কাইটি -এনেকৈ তেৰা- বেঁকা কথা ন'ক'বা ।

ঘ : ঐ, তই গৰীয়া গাঁৱৰ ল'ৰা, আমাৰ গাঁৱলৈ আহি তই বৰমতা নোলালেও হ'ব-

ই : কি ক'লা ঘনশ্যাম কাইদেউ, আকৌ কোৱাচোন কি কৈছা-

কে : এইবোৰ আঁহফলা কথা কৈ তোমালোকে বৰুৱাৰ ওচৰত তেলমাৰি থাকাগৈ যোৱা, আমাৰ ওচৰত নহয়।

বা : শুনাচোন ঘনশ্যাম কাইটি - গৰীয়া গাঁৱৰ মানুহে এইটো বাটেদিয়েই অহা- যোৱা কৰে।

কে : তইতমখা বৰ বেয়াত লাগিলি গৈ অ'-

আ : আমি গৰীয়া গাঁৱৰ-ইছমাইল কাকা, বদৰ মোমাইটি আৰু আমাৰ লগৰ ল'ৰাবোৰকো খবৰ দি আহিছো,- তেওঁলোকৰো ঘৰ - দুৱাৰ ভাগিছে সেইবোৰ চাই চিতি ইয়ালৈ আহিব-,

দে : পূজাভাগ তাৰ আগতে হৈ গ'লে ভাল হয়-

ঘ : কোন আহে আহি থাওক মোৰ কি দৰকাৰ? ভালক বুলি এজন মানুহে সহায় কৰিবলৈ আহিছিল।

আ : বৰুৱাৰ আচল স্বাৰ্থটোৰ কথা কওঁ?

ঘ : তইতো কিবা স্বাৰ্থ দেখিবিয়েই, চালনিয়ে বেজীক হাঁহিলে কি হ'ব?

আ : ঘনশ্যাম কাইদেউ, বৰুৱাৰ ব্যৱসায় কি?

ঘ : তই দেখোন উকিলৰ নিচিনাকৈ জেৰা কৰিবলৈ আহিলি?

মে : ঘনশ্যামক যি সুধিব লগা আছে মোক সোধ। বৰুৱাৰ কাঠৰ মিল যে

আছে এই কথাষাৰ তই নতুনকৈ সুধিব লগা হ'ল কিয়?

ই : কাৰণ আপোনালোক সকলোৱে পাহৰি গৈছিল।

ঘ : ঐ, তেৰা-বেঁকা কথা নক'বি!

কে : হেৰ, ডাঙৰ-সৰু তইঁতে নমনা হলি।

আ : কিয় নামানিম বৰ্তা, আপোনালোকক নিশ্চয় মানো! কথা হৈছে- বৰুৱাই ভাবিছে এই সুযোগতে যদি তেওঁ এই প্ৰকাণ্ড গছডাল সৰকাব পাৰে, অনন্তঃ কমেও ছয়- সাত হেজাৰ টকাৰ কাঠ ওলাব।

বা : নহ'লেনো ভদ্ৰলোকে ধুমুহাত গছ-পৰা শুনি মহা দুখেৰে টাউনৰ পাৰা দৌৰি ৰাইজক সেৱা কৰিবলৈ আহেনে?

আ : আমাৰ সমস্যা আমি নিজে সমাধান কৰিম, ইন্দ্ৰ। বাবুলাল-

*(ইন্দ্ৰ, বাবুলাল, কনকহঁতে-দা আৰু কুঠাৰবোৰ দাঙি লয়-)*

দে : কিন্তু তাৰ আগতে পূজা এভাগ হ'ব লাগিব। মেম্বৰৰ হাতত পূজাৰ পইচা দি গৈছে!

মে : এই গছ বৰুৱাই কটাই দিব।

ঘ : ৰাইজে প্ৰস্তাৱ লৈ বৰুৱাক অনুৰোধ কৰিছে।

কে : এইজোপা গছৰ ওপৰত *(আনন্দহঁতলৈ আঙুলিয়াই)* তইঁতৰ কোনো এক্তিয়াৰ নাই।

আ : বাবুলাল-

বা : আমি সাজু।

*(বাবুলালহঁতে গছজোপাৰ পিনে আগুৱাব খোজে। মেম্বৰ, কেৰেণী আৰু ঘনশ্যামে আগচি ধৰে। আনন্দহঁতে একেলগে কয়)*

আ : বাট এৰি দিয়ক-

*(মেম্বৰহঁতে শাৰি পাতি বাধা দিয়ে)*

বা : বাট এৰক।

ই : আমি বাট চাফা কৰো।

কে : আমি নলগা বৰগছ কাটো।

আ : বাট এৰি দিয়ক-

*(বাট এৰি দিয়ক বাৰে বাৰে প্ৰতিধ্বনিত হয়। মঞ্চৰ পোহৰ ক্ৰমাৎ কমি আহে-। সঙ্গীত বিশৃঙ্খল। এক বতাহৰ পৰিবেশ সঙ্গীতেৰে সৃষ্টি কৰিব। মঞ্চ আন্ধাৰ হোৱাৰ পিচতো প্ৰতিধ্বনিৰ কণ্ঠত 'বাট এৰি দিয়ক' শুনা যাব। দূৰত নাৰী কণ্ঠত 'বাট এৰি দিয়ক, বাট এৰি দিয়ক' শুনা যায়।*

*নাৰীকণ্ঠ অসহায়, ভীতিকাতৰ। এটি ক্ষীণ পোহৰ আহি মেম্বৰৰ মুখত পৰে। দেখা যায় মাথোন মেম্বৰৰ মুখখন ক্ৰমাৎ। সেই পোহৰো আঁতৰি যায়, নাৰীকণ্ঠৰ বিহ্বলতা কণ্ঠত আৰু ঘনীভূত হয়-।)*

**বিৰতি**

*(মঞ্চ আন্ধাৰ হোৱাৰ লগে লগে পুনৰ আগৰ দৰেই নাৰী কণ্ঠত শুনা যায়-'বাট এৰি দিয়ক' বাট এৰি দিয়ক। পোহৰ কেন্দ্ৰীভূত হয় মেম্বৰৰ মুখত। মঞ্চৰ সকলো অভিনেতা আগৰ দৰেই। কেৱল ফ্ৰীজ হৈ থাকিব। ফ্ৰেম একেটাই। আগৰদৰে বিশৃঙ্খল সঙ্গীত। পুনৰ পোহৰ নাট ক্ৰিয়া হ'ব। কিন্তু সঙ্গীত আৰু চিএগৰ চলি থাকিব প্ৰতিধ্বনিৰ দৰে মঞ্চৰ অন্য এক অংশত Spot light fade - in হৈ আহিব। দেখা যাব বৈধব্যৰ সাজেৰে এগৰাকী নাৰী। তেওঁ অন্য কোনোফালে লক্ষ্য নকৰাকৈ সংলাপ কৈ যাব। মাথোন সংলাপ নিক্ষেপনৰ পৰাহে বুজা যাব যে, তেওঁ মেম্বৰৰ উদ্দেশ্যেই সংলাপখিনি কৈছে।)*

না : কিন্তু নুশুনিলি, তই মোৰ কাতৰ কণ্ঠ নুশুনিলি। মোৰ বাট তই সেই দিনা সকলো ফালৰ পৰাই বন্ধ কৰি দিলি। মই তোৰ একো অন্যায় কৰা নছিলো। মই কাৰো- - - - মোৰ একমাত্ৰ ভাইটিটোক চিকিৎসাৰ অভাৱত অকাল মৰণৰ পৰা বচাবৰ কাৰণে, মোৰ বুঢ়ী আইজনীক অকণমান সকাহ দিবৰ কাৰণে - মই তোৰ ওচৰত হাত পাতিছিলো সঁচা, কাৰণ তোক মই মোৰ দেউতাৰ দৰেই ভাবিছিলো, তোক মই আমাৰ আপোন বুলি ভাবিছিলো কিন্তু তই মোক গতাই দিলি জীৱন বৰুৱাৰ হাতত। জীৱন বৰুৱাই মোক পইচা দিলে, মোক বহুত পইচা দিলে- কিন্তু মোৰ সৰ্বস্ব লুটিলে। অবিবাহিতা হৈয়ো মোৰ যেতিয়া মাতৃত্ব আসন্ন হ'ল- মোক জোৰ কৰি বিয়া দিলে। এজন ধুনীয়া, বৰ ধুনীয়া যুৱকলৈ। তোৰ বুদ্ধিতেই, তোৰ বুদ্ধিতেই জীৱন বৰুৱাই তেওঁৰ কাঠৰ মিলত চাকৰি কৰি থকা তোৰ এইখন গাঁৱৰে সেই মৰম লগা ডেকাজনৰ হাতত মোক তুলি দিলে। ফুলশয্যা! ৰাতিয়েই তেওঁ গম পালে, মই বহু আগতেই কাৰোবাৰ অংগশায়িনী হৈ গৈছো। মই ফাকি দিয়া নাই, মই ফাকি দিব নোৱাৰো। জীৱন বৰুৱাৰ লালসাৰ যে মই বলি হ'বলগীয়া হ'ল তোৰেই ষড়যন্ত্ৰৰ ফলত। সেই কথা মই লুকুৱাব নুখুজিলো। মই তেওঁক কৈ দিলো যে, যিবিলাক নাৰী সমাজত থাকিও অকলশৰীয়া, যিবিলাক পৰিয়ালৰ একমাত্ৰ আশা- ভৰষাৰ প্ৰাণীটি কঠিন ৰোগত

পৰিলে চিকিৎসাৰ উপায় নাথাকে, সেইবিলাক পৰিয়ালৰ যুৱতীয়ে কেতিয়াবা, কেতিয়াবা এনে মূল্যই দিব লগা হয়। তেওঁ মোৰ মুখলৈ চাই আছিল, তাৰ পিচত মোৰ তলপেটটোত বৰ আলফুলকৈ মৰম কৰি দিছিল। চকুপানীৰে মই মাথোন তেওঁৰ কান্ধত আঁউজি পৰিছিলো। সেইজনৰ সেইজন যুৱকৰ, মোৰ বিবাহিত স্বামীৰ বাহু বন্ধনত সোমাই মই সকলো পাহৰি গৈছিলো। মই পাহৰি গৈছিলো যে মই জীৱন বৰুৱাৰ লালসাৰ সাক্ষীক মোৰ গৰ্ভত আলফুলে পৃথিৱীৰ পোহৰ দেখুৱাবলৈ আপেক্ষা কৰিছো। অলপ সময়, তাৰ পিচত মোৰ স্বামী ঘপকৈ মোৰ কাষৰ পৰা উঠি আহিল, হাতত দীঘল দাখন ল'লে আৰু চকুৰ পচাৰতে মোৰ ওচৰৰ পৰা আঁতৰি গ'ল। কেনি গ'ল মই ধৰিব নোৱাৰিলো- কিন্তু যেতিয়া পালেহি তেতিয়া - নাই নাই - সেই দৃশ্য! সেই দৃশ্য! সেই দৃশ্য! এই কুলক্ষণীয়া বৰ গছজোপাত চিপজৰি লৈ তেওঁ ওলমি আছে। গাঁৱৰ মানুহ চাপ খাইছে। মই গম পাইছিলো। তেওঁ দাখন লৈ জীৱন বৰুৱাৰ ওচৰলৈ গৈছিল আৰু মই আজিও নাজানো তেওঁ সঁচাকৈয়ে আত্মহত্যা কৰিলে, নে জীৱন বৰুৱাই ষড়যন্ত্ৰ কৰি তেওঁক - এতিয়া মই মাতৃ কিন্তু মোৰ সন্তানৰ পিতৃ মোৰ বিবাহিত স্বামী নহয়- জীৱন বৰুৱা নামৰ সেই পশুটো আৰু সেই পশুটোক তাৰ চৰণভূমি প্ৰস্তুত কৰি দিছিল- এই মেম্বৰে, সেইদিনা-সেইদিনা- মই কিমান কাবৌ কৰিছিলো 'মোক বাট এৰি দিয়ক', 'বাট এৰি দিয়ক ' ('বাট এৰি দিয়ক' পুনৰ প্ৰতিধ্বনি হয় আৰু ক্ৰমে সেই কণ্ঠ আনন্দহঁতৰ কণ্ঠত মিলেহি, মঞ্চৰ পোহৰ নাইকিয়া হয়। নাৰীক মঞ্চত দেখা নাযায়, মাথোন দূৰৰ পৰা শুনা যায় 'বাট এৰি দিয়ক' , 'বাট এৰি দিয়ক'। মঞ্চ পোহৰ হোৱাৰ লগে লগে দেখা যায় - আনন্দহঁতে যাবলৈ চেষ্টা কৰি আছে। আৰু মেম্বৰহঁতে বাট ভেটি আছে। নাৰীয়ে দৌৰি ভিতৰৰ পৰা প্ৰৱেশ কৰে)

না : যা যা আনন্দ, বাবুলাল, ইন্দ্ৰ, তহঁত সকলো যা,- এই সৰ্বনাশী গছজোপা বাটৰ পৰা আঁতৰাই দে। আঁতৰাই দে তহঁতে কাৰো বাধা নামানিবি, ককো নামানিবি *(হঠাৎ সকলোৰে চকু নাৰীৰ ওপৰত)*

আ : অমলা নবৌ! তুমি!

মে : অমলা?

না : মই জানিছিলো, মই জানিছিলো-তহঁত সকলোৱে ভয় কৰা এই গছজোপা সদায় এনেদৰে থাকিব নোৱাৰে, এদিন সি হাউলিব, সি এদিন পৰিব,

মেম্বৰ দাইতি, অ' মেম্বৰ দাইতি- *(খিলখিলকৈ হাঁহি দিয়ে)* দাইতি, অ'- মোৰ দেউতাৰ ভায়েক, অ' দেউতাৰ ভায়েক-

মে : অমলা!

না : কেইটামান টকাৰ কাৰণে তুমি মোৰ নাৰীত্ব অপহৰণ কৰোৱাইছিলা আৰু সেই অপহৰণকাৰীৰ কলংক মচিবৰ কাৰণে এজন নির্দোষ যুবকৰ জীৱনৰ লগত মোক সাঙুৰি দি সেই যুবকৰো সর্বনাশ কৰিছিলা। মোৰ স্বামীয়ে, সেই সুদর্শন যুবকে তোমাক দাইতি বুলি মতা নাছিলনে?

মে : অমলা!

না : মোৰ নাম অমলা বুলি তোমাক কোনে ক'লে? কোনে ক'লে মই অমলা বুলি?

অ : অমলা নবৌ?

না : তয়ো ভুল নকৰিবি আনন্দ, মই তোৰ অমলা নবৌ নহয়। মই পৰিয়ালক জীয়াই ৰাখিবৰ কাৰণে, নিজে জীয়াই থাকিবৰ কাৰণে নাৰীত্ব, সতীত্ব বেচিব লগা হোৱা এজনী মাইকী মানুহ।

কে : আই অমলা।

না : *সেইষাৰ মাত আপুনিয়েই মাতিলেনে কেৰেণী বৰ্তা*। *(হাঁহি)* আই অমলা! (হাঁহে) কিমান মৰম লগা মাত-আই অমলা! কিন্তু কেৰেণী বৰ্তা, জীৱন বৰুৱাই মোৰ গর্ভত দিয়া মোৰ ল'ৰাটোক স্কুলত নাম লগাবলৈ নিওঁতে বাৰে বাৰে আপুনি সোধা সত্বেও সি যেতিয়া বাপেকৰ নাম জীৱন বৰুৱা বুলি কৈ আছিল, তেতিয়া আপুনি তাক বলিয়া মাকৰ বলিয়া ল'ৰা বুলি হাঁহিছিল কিয়? মোৰ দুর্দশাই সেইদিনা আপোনালোকৰ হাঁহিৰ সমল যোগালে! আজি কি মধুৰ মাত! আই অমলা! *(হাঁহি হাঁহি হঠাৎ অতি গম্ভীৰ হৈ যায়)* যা আনন্দ, কি চাই আছ? বাট ভেটি থোৱা বৰগছবোৰ কাটি পেলা, শিপা উভালি পেলা, উভালি পেলা। *(অমলা ভিতৰ সোমায়। মুহূর্তৰ বাবে সকলো স্থিৰ হৈ যায়। সকলোৰে দৃষ্টি অমলা সোমাই যোৱাৰ ফালে।)*

দে : ময়ো তেনেহ'লে যাওঁহে! কাণ্ড- কাৰখানাবোৰ দেখি বৰ ভাল লগা নাই। যদি যা- যোগাৰ হয়, তেনেহ'লে খবৰ দিব, আহিম। *(যায়)*

ঘ : এইবোৰ কি হৈছে মেম্বৰ দাইতি?

আ : সেই উত্তৰ আমিয়েই দিব পাৰোঁ ঘনশ্যাম ককাইদেউ। পিছে লাভ নাই, তোমালোকৰ দৰে মানুহৰ নিজস্ব বুলি কিবা আছে জানো?

বা : তোমালোক হ'লা কেঁচুত শগুণ পৰা বিধৰ প্ৰাণী।

ঘ : কি ক'লি বাবুলাল, তই মোক শগুণ পাতিলি? গৰীয়াগাঁৱৰ পৰা আহি-চা চা আনন্দ, ইন্দ্ৰ, কনক, কেৰেণী বৰ্তা, মেম্বৰ দাইতি, আপোনালোকেও শুনক, ই গৰীয়াগাঁৱৰ ল'ৰা এটাই এইখন গাঁৱৰ আপোনালোকৰ নিজৰ ল'ৰা এজনক শগুণ পাতিছে!

আ : *(হাঁহি)* মিছাকৈয়ে চিঞৰ- বাখৰ কৰিছা। ঘনশ্যাম ককাইদেউ, তোমালোকৰ এইবিলাক উচটনিৰ কথা আমাৰ জনা আছে! বাবুলালে গৰীয়াগাৱঁৰ পৰা আহি তোমাক শগুণ বোলাত আমাৰ আপত্তি কৰিব লগা একো নাই। ঐ বাবুলাল, আহ আমি-

কে : আনন্দ, মইনো তহঁতক বাধা দিবলৈ কোন, যা কাটগৈ গছডাল।

মে : কি কয় হে মিতিৰ। আপুনি কাটিবলৈ ক'লেই হ'বনে? প্ৰস্তাৱটো ক'লৈ গ'ল? তাত আপুনিয়েই চহী কৰিছিল! *(বাট আগচি ধৰে)* মই তহঁতক যাবলৈ দিব নোৱাৰো। মিতিৰ, আপুনি বৰ দুতলীয়া মানুহ, ল'ৰাগালৰ ফট্‌ফটনি শুনিয়েই বাট এৰি দিয়ে! বৰুৱাই গছজোপা নিম বুলিছে, আমিও দিম বুলিছো, এতিয়া ইহঁতৰ কথাত-

ঘ : আনন্দ, ইন্দ্ৰ, কনক, ঐ শুন, শুনচোন মোৰ কথা শুন?

আ : কি হ'ল?

ঘ : শুনচোন কথাষাৰ, মই ভাবিছো কি জান? ক্লাবঘৰটো ভাল কৰিব লাগে।

ই : হঠাৎ দেখোন ঘনশ্যাম ককাইদেউ ক্লাবঘৰ পালেগৈ?

ঘ : পেংলাই কৰি উৰাই নিদিবিচোন-দাইতি, বৰ্তা-আমি ক্লাব ঘৰটো ভাল কৰিব লাগে নহয় জানো!

মে : চাধা চিধাকৈ ক।

আ : অ, লাগে, তুমি এতিয়া ভাবিছা, আমি কেতিয়াবাই তাৰ ব্যৱস্থা কৰিছো-

ঘ : ব্যৱস্থা? *(হাঁহি)* শুন, মই ভাবিছো-আমি বৰুৱাক ধৰো-তেওঁ 'অঁ' বুলি ক'লে-চাবিচোন।

ক : ঘনশ্যাম ককাইদেউ-তোমাৰ কথাৰ সাৰাংশ হৈছে বৰুৱাক ক্লাবঘৰটো মেৰামতি কৰিবলৈ অনুৰোধ কৰিম বাবে- এই হাজাৰটকীয়া কাঠখিনি তেওঁক বিচৰা মতে দি দি ব লাগে। এয়েতো?

ই : ৰাৱতে চিন-শিয়াল পখৰা-

বা : মুকুতা দি শোকোতা তুমিয়েই লোৱাগৈ।

ঘ : আমাৰ গাঁৱৰ কথাত মাত মাতিবলৈ তই কোন।

আ : বাবুলালক তুমি এতিয়াও চিনি পোৱা নাই নেকি ঘনশ্যাম ককাইদেউ?

ক : আঁহফলা কথাৰে গাঁওখনকে খেল খেল কৰি ভাগ কৰিলা, এতিয়া আমাৰ মাজতো তেনেদৰে কিবা এটা কৰি লৈ নিজৰ সুবিধা উলিয়াই ল'ব খুজিছা নহয় ঘনশ্যাম ক-কা-ই-দে-উ *(ব্যঙ্গ)*

ই : সেইটি নেচেল।

কে : ছেঃ, তইঁতবোৰ কিহত লাগিলিগৈ জানো।

মে : ডাঙৰ- সৰুৰ বাচ- বিচাৰ কৰিব নজনা হ'ল ইহঁতে।

ঘ : *(খঙেৰে)* ঠিক আছে মই তইঁতক এইজোপা গছৰ ডাল ... কাটি নিবলৈ নিদিওঁ। আহ্, তইঁতৰ কোনে মোক কি কৰিব পাৰ কৰহি, ঠিক আছে ময়ো পুৰুষৰ পোৱালি। মোৰ নাম ঘনশ্যাম - ঘনশ্যাম বুঢ়াগোহাঞি-ৰজাৰ খিতাপি খোৱা মানুহ, মোৰ তেজত....

মে : ঐ ঘনশ্যাম, তেজৰ কথানো কেলেই কৈছ্ হয়... ময়ো বৰফুকনৰ ঘৰৰ, মোৰ পৰিয়ালৰ দৰে নামী পৰিয়াল-

কে : কি ক'লা, কি ক'লা মিতিৰ? ধেমালিতে তাহানিৰে পৰা তোমাক মিতিৰ বুলি থকাৰ কাৰণে নাভাবিবা যে মোৰ পৰিয়ালো পৰিমৰা বিধৰ পৰিয়াল। এই অমুকাৰ আজুককাক স্বয়ং ৰজায়ো 'শুঁঠ' লৈছিল- এই ভট্টাচাৰ্যৰ পৰিয়াল বুলিলে... এতিয়া টানত পৰিলো বুলি সেই আদব- কায়দা নাইকিয়া হ'ল। গাঁওখনৰ ভিতৰত মোৰ পৰিয়ালৰো এটা সন্মান আছে আৰু সেই সন্মান আন কাৰোতকৈ কম নহয়- কৈ দিছো।

আ : সেইবোৰ আজে- বাজে কথা নালাগে। আমাৰ কাম এই গছজোপা-

কে : তেনেহ'লে কওঁ শুন, এই গছৰ মালিক আচলতে মই!

মে : কি ক'লা, কি ক'লা মিতিৰ? এই গছৰ আচল মালিক তুমি? মই কৈছো মই -

ঘ : মিছা কথা, এইজোপা গছৰ ওপৰত যদি কাৰোবাৰ এক্তিয়াৰ আছে, মোৰহে আছে। ঐ আনন্দ, শুন - মান ভগনীয়াৰ দিনত আমাৰ পৰিয়ালে গাঁও এৰি যাবৰ সময়ত এইখন বাৰীৰ ঢাপত এই গছজোপাৰ পুলিটো ৰুই গৈছিল- এটা চিন থাওক বুলি, পিচত আমাৰ সেই মাটিবাৰী গ'ল। বৃটিছৰ হাতত পৰি নতুন ভাগ- বটোৱাৰা হ'ল।

কে : হয়নে বোপা ঘনশ্যাম, বৰুৱাৰ চাকৰি কৰি দেখিছো তই ৰাতিকো দিন, দিনকো ৰাতি কৰিব পৰা হ'লি-শুন তেনেহ'লে। এইজোপা গছ মোৰ আজুককাৰ ককাকে ৰুইছিল-সত্ৰৰ পৰা পুলি আনি। কাৰণ সেই সময়ত

তেওঁৰ বৰজনী জীয়েকক বিয়া দিব লাগে। পুষ্পিতা হোৱাৰ আগতেই বামুণৰ ছোৱালী বিয়া দিয়াৰ নিয়ম । দৰা নাই। উপায় নাপাই এই গছপুলিটোকে আনি ৰুই ইয়াৰ লগতেই বৰ জীয়েকক বিয়া দিলে। গতিকে এইজোপা ..

মে : তুমি মিতিৰ ৰামায়ণকে লেখিব পাৰিলাহেঁতেন, বাল্মিকীকো চেৰ পেলাব পাৰিবা- বাঃ কি কাহিনী, এই গছজোপাৰ পুলি নিউভিল চাহাব ডেপুটি কমিছনাৰ থাকোতে মোৰ মাজু ককাই ৰুইছিল। পুলিটো আনিছিল - নিউভিল চাহাবৰ বঙলা মুখৰ পৰা।

কে : হেৰা, এসময়ত মেম্বৰ আছিলা বুলিয়েই সকলো কথা জনা নেদেখুৱাবাচোন। মই কৈছো, এইজোপা গছত মোৰহে এক্তিয়াৰ আছে।

মে : মোৰহে আছে।

ঘ : কেতিয়াও নহয়, মোৰহে এক্তিয়াৰ আছে।

কে : মই কৈছো এইজোপা মোৰ ।

মে : মোৰ।

ঘ : মোৰ।

*(তিনিওৰে মাজত খণ্ড-যুদ্ধৰ উপক্ৰম হয়। আনন্দহঁতে হাঁহে। আনন্দই হাঁহিমুখে বাবুলালহঁতক কিবা এটা ইংগিত কৰে। সিহঁতে অন্যফালে জুম বান্ধে। অভিনয় দুটা ভাগত হয়। কাৰো সংলাপ শুনা নাযায়, মাথোন দুয়ো পক্ষৰে অঙ্গী-ভঙ্গী বোৰ দেখা যায়। মেম্বৰ, কেৰেণী, ঘনশ্যামৰ দলত ক্ৰোধ-আক্ৰমণৰ অভিব্যক্তি। আনন্দহঁতৰ দলত হাঁহি আৰু কিবা নতুন পৰিকল্পনাৰ অভিব্যক্তি। কোৰ্হালমুখৰ সঙ্গীত। মঞ্চত পোহৰ খীণ। অভিনেতাসকলক মাথোন ছাঁৰ দৰে দেখা যায়। ক্ৰমাৎ মঞ্চ আন্ধাৰ হৈ আহে। সময়ৰ ব্যৱধান বুজায়। পুনৰ মঞ্চ পোহৰ হৈ অহাৰ লগে লগে দেখা যায়-কেৰেণী, মেম্বৰ আৰু ঘনশ্যাম মূৰে- কপালে হাত দি বহি আছে। আনন্দহঁত নাই। তিনিওৰে মুখ বিষণ্ণ। নেপথ্যত দুৰৈত মানুহৰ অস্পষ্ট গুঞ্জন। তিনিও এবাৰ মুখ তুলি দূৰলৈ চায়। কেৰেণীয়ে পুনৰ তলমূৰ কৰে। মেম্বৰ আৰু ঘনশ্যামে দূৰৰ পৰা চকু ঘূৰাই আনি পৰস্পৰে পৰস্পৰৰ মুখলৈ চায়, যেন কিবা এটা দুয়ো দুয়োকে ক'ব খুজিছে কিন্তু ক'ব পৰা নাই। এবাৰ ইঙ্গিতেৰে ঘনশ্যামে মেম্বৰক তললৈ মূৰগুজি থকা কেৰেণীক দেখুৱালে।)*

মে : *(লাহেকৈ)* মি-তিৰ!

*(কেৰেণীয়ে মূৰ নুতুলিলে।)*

ঘ : বৰ্তা, অ' বৰ্তা-

*(কেৰেণীয়ে মূৰ তুলি ঘনশ্যামলৈ চালে।)*

কে : মই বৰ দুখ পাইছো।

মে : ময়ো।

ঘ : ময়ো।

কে : *(খঙেৰে)* কিন্তু মোৰ পৰিয়ালৰ মানুহক স্বয়ং ৰজাই সন্মান কৰিছিল।

মে : মোৰ বংশৰ মানুহে ৰজাক জ্ঞান দিছিল।

ঘ : মোৰ বংশৰ মানুহে ৰজাক দেশ শাসনৰ মন্ত্ৰণা দিছিল।

কে : কিন্তু মোৰ পৰিয়ালৰ মানুহ নথকাহ'লে ৰজাই পুণ্য আৰ্জিবলৈ নাপালেহেঁতেন।

মে : মোৰ পৰিয়ালৰ মানুহ নথকাহ'লে ৰজাই লেখা-পঢ়া শিকিবলৈ নোৱাৰিলেহেঁতেন।

ঘ : মোৰ বংশৰ মানুহ নথকাহ'লে ৰজাই ৰাজ্য চলাব নোৱাৰিলেহেঁতেন।

*(নেপথ্যৰ কোৰ্হাল ক্ৰমাৎ বৃদ্ধি পায়)*

কে : তাৰমানে মোৰ বংশ সৰু?

মে : মোৰ বংশ সৰু নেকি?

ঘ : আমি তিনিও ডাঙৰ বংশৰ মানুহ-কিন্তু সৌফালে চাওকচোন দাইতি, সৌৱা গাঁৱৰ ৰাইজে দেখোন সেই গ্ৰেজিংখনত গোট খাইছে আৰু আনন্দহঁত তাত আছে।

মে : পিছে কি হ'ল?

ঘ : পিছে কি হ'ল মানে? আনন্দহঁতে এতিয়া কি বুজায় ঠিক নাই। চাওক দাইতি, বৰুৱাক আমি উলাই কৰা ভাল নহ'ব, তেওঁ বেয়া পালে আমাৰ সকলোৰে কাৰণে বেয়া। আমাক বিশ্বাস কৰি পা-পইচা দি গৈছে আৰু দিব। আমাকেই সকলো ভাৰ দিছে। *(ঘনশ্যাম ক্ৰমে উত্তেজিত হৈ পৰিব)*, দাইতি, বৰ্তা, বৰুৱাৰ জোৰতে গাঁওখনত - স্কুলঘৰ হ'ল, চাৰিখনকৈ দোকান হ'ল, এইখন গাঁৱৰ কাৰণে *( নেপথ্যত বক্তৃতাৰ আভাস)* সেয়া সিহঁতে কিবা মিটিং পাতিছে। সিহঁতে যদি গছডাল বৰুৱাক নিবলৈ নিদিওঁ বুলি কয়, আমাৰ নাক কটা যাব। আমি এনেকৈ বহি থকা উচিত নহ'ব। সিহঁত এক হোৱাৰ আগতে আমি এক হওঁ।

কে : পাৰিবি জানো সিহঁতক?

মে : এৰা অ' ঘনশ্যাম, ঘপকৈ কিবা এটা কৰাতকৈ মোৰ মনেৰে সোঁত চাই ভেটা দিয়াহে ভাল। আমাৰ কথা হৈছে, ইকুলো ৰওক, সিকুলো ৰওক।

ঘ : কিন্তু বৰুৱাক আমি কিবা এটা কৰিতো দেখুৱাব লাগিব যে তেওঁৰ কাৰণে-

কে : তাকেতো কৈছো পাৰিবি জানো?

ঘ : নোৱাৰিম? এই ঘনশ্যামে নোৱাৰিব? *(হাঁহি)* এই ঘনশ্যামে নোৱাৰা কাম কি আছে বৰ্তা? এই ঘনশ্যামে নোৱাৰা কি কাম আছে? ..কি কাম আছে ...

*(ঘনশ্যামে 'কি কাম আছে'টো বাৰে বাৰে কয়। মঞ্চৰ পোহৰ আহি ঘনশ্যামৰ মুখত কেন্দ্ৰীভূত হয়! মঞ্চৰ অন্য ঠাইত স্পট লাইটত দেখা যায় ৰুগ্ন, জৰাজীৰ্ণ বস্ত্ৰ পৰিহিত এজন কৃষক!)*

কৃ : তই ভাবিছ ঘনশ্যাম-এই পৃথিৱীত তই কৰিব নোৱাৰা একো কাম নাই। ঠিক, ঠিকেই-তই কৰিব নোৱাৰা বেয়া কাম এই পৃথিৱীত একো নাই-। তোৰ ছলাহি কথাত ভোল গৈ মই এয়া ভিকহু হ'লো। মই মুৰুখে নুবুজিলো-তই-মোৰ একেখন গাঁৱৰ ল'ৰা হৈ, মোক 'দদাই' বুলি মাতিও তই বৰুৱাক ভালৰি বোলাবলৈ মোক লাওলোৱা কৰিলি। সাৰি যাব নোৱাৰিবি ঘনশ্যাম, তয়ো সাৰি যাব নোৱাৰিবি। মোৰ দৰে সকলোৱে তহঁতৰ মাৰ খাবলৈ সদায় পিঠি পাতি নাথাকে অ' বোপাই- সদায় পিঠি পাতি নাথাকে, ক, ঘনশ্যাম- বৃকোদৰে তহঁতৰ কি অন্যায় কৰিছিল? বৰুৱাৰ মাটিত সি খেতি কৰিছিল আৰু তাৰ বাবে - শস্যৰ আটাইখিনি তই নিজেই উঠাই লৈ গৈছিলি। সিবাৰ অসুখত পৰি বেচেৰাই খেতি কৰিব নোৱাৰিলে। তই কিন্তু টেকেলা-একেবাৰে যমৰ টেকেলা হৈ আহি তাক ধৰিলিহি, তই তাক কাপুৰুষ বুলি গালি পাৰিলি-খেতি কৰিব নোৱাৰাৰ কাৰণে! ঠিকেই ঠিকেই অ' অ' ঘনশ্যাম, আমি কাপুৰুষৰ দলেই-, নহ'লে তহঁতৰ টিঘিল- ঘিলনি থাকিলেহেঁতেন জানো, বৃকোদৰে খঙতে তোক খেদা মাৰি গ'ল-তই দৌৰ মাৰিলি। বচ, কিন্তু সিমানতে সকলো শেষ নহ'ল-তইতো চেষ্টা কৰিলি তাৰ পৰা মাটিডৰা নিবলৈ- নোৱাৰা যেন দেখি কেছাৰীত মান হানিৰ কেছ কৰিলি- আৰু সাক্ষী ধৰিলি মোক। মই কিয় সাক্ষী দিবলৈ যাম? বৃকোদৰে যদি তোক দুচৰ মাৰিলেওহেঁতেন মই চুপ থাকিলোহেঁতেন। বৃকোদৰৰ বিপক্ষে কেছাৰীত সাক্ষী দিবলৈ নোৱাৰাৰ বাবেই তহঁতৰ মোৰ ওপৰত চকু। আৰু দুদিন

বৰুবাৰ ঘৰত হাজিৰা কাম কৰিছিলো বাবে বৰুবাৰ হাত ঘড়ীটো হেৰালত মোক চোভা কৰি পুলিচ লগালি, হাত কেৰেয়া মাৰি এইজোপা - এইজোপা গছৰ তলত থিয় কৰাই থৈ ৰাইজক দেখুৱালি, বুঢ়া বয়সত পুলিচৰ হাতকেৰেয়া পালো। তাৰ পিছত আকৌ মোক তয়ে জামিন ল'বলৈ আহ। কুকুৰ, সাপ হৈ খুটিবি, বেজ হৈ জাৰিবলৈ আহিবি। মোৰ দোষ নাই তথাপি মোক হাতকেৰেয়া লগোৱালি, আকৌ তইঁতেই জামিন আনিবি। খং উঠি মই বৰুবাৰ মুখতে থু পেলাই দিলো। তাৰ পিচত পাঁচ বছৰ কেছ্বাৰীশে, অহা- যোৱা। মই লাও-লোৱা হ'লো। মোৰ মাটি টি বন্ধকত গ'ল। কেছাৰীত মই খালচ পালো সঁচা, কিন্তু ঋমৰ যন্ত্ৰণা ভুঞ্জিলো। বাহিৰত থকাতকৈ জেলৰ ভিতৰত যদি মই সোমাই থাকিলোহেঁতেন ভাল আছিল। সেই হাতকেৰেয়া লগাই এই গছজোপাৰ তলত মোক মানুহে দেখিবলৈ, দেখি লাজ দিবলৈ মোক ৰখাই থৈছিলি। মোৰ ছোৱালীজনী, মোৰ একেজনী ছোৱালী লাৱণ্যক বিয়া দিবলৈ ভাল ঘৰৰ ল'ৰা ঠিক কৰিছিলো-, কিন্তু মোক তইঁতে চোৰ পাতিলি, তাইক তইঁতে চোৰৰ ছোৱালী কৰি বিয়া ভাঙিলি ঘনশ্যাম- বৰুবাৰ লগ হৈ তই মোৰ দৰে বহুতক খাইছ, তই কৰিব নোৱাৰা কাম কি আছে - ঘনশ্যাম!

*(ক্ৰমাৎ পোহৰ কমি যায়। পোহৰ গৈ ঘনশ্যামৰ মুখত কেন্দ্ৰীভূত হয়। "কি কাম আছে, কি কাম আছে" off voice ত প্ৰতিধ্বনিত হয়। সঙ্গীত তীব্ৰতৰ, বৃদ্ধ মঞ্চৰ পৰা আঁতৰি যায়। ঘনশ্যামৰ মুখৰ অভিব্যক্তি উদ্বেগপূৰ্ণ)*

ঘ ঃ *(বিহ্বল হৈ চিৎকাৰ কৰে)*। একো কাম নাই, একো কাম নাই , একো নাই-

কেঃ মেঃ ঘনশ্যাম!

*( ঘনশ্যামে ক্লান্তৰ দৰে বহি পৰে, গাত ধৰি জোকাৰি দিয়ে)* ঘনশ্যাম!

ঘ ঃ একো কাম নাই- মই কৰিব নোৱাৰা- মই কৰিব নোৱাৰা- একো কাম নাই, একো কাম নাই- এই পেটটোৰ কাৰণে,এই পেটটোৰ কাৰণে, মোৰ পৰিয়ালটোৰ কাৰণে- মই কৰিব নোৱাৰা একো কাম নাই- চাকৰ- চাকৰ-চাকৰ মই, মই বৰুবাৰ গোলাম। বৰুবাই বিচৰা মই সকলো কাম, সকলোবোৰ কাম কৰি দিব পাৰো।

মেঃকে ঃ তোৰ হ'ল কি ঘনশ্যাম?

ঘ : অমলা, সেই অমলা বোলা ছোৱালীজনীৰ সৰ্বনাশ কৰোঁতে মই আছিলো, মই সহায় কৰিছিলো - আৰু বৃকোদৰ খুড়াৰ বিপক্ষে সাক্ষী নিদিয়াৰ বাবে মোৰ নিজৰ গাঁৱৰ হৰেশ্বৰ ককাইদেউৰ সৰ্বনাশ কৰিলোঁ- মই গোলাম, মই নিজৰ বিবেক- বুদ্ধি বেচি দিব পৰা গোলাম-

মেঃ কে : ঘ-নশ্যাম তই-

ঘ : *(খঙেৰে)* আপোনালোক কি? আপোনালোক কি? মই গোলাম, বৰুৱাৰ দৰমহা খোৱা গোলাম, বৰুৱাই সূৰ্যক চন্দ্ৰ বুলিলে ময়ো বুলিম, বৰুৱাই গাহৰিক এন্দুৰ বুলি ক'লে ম'য়ো কম- কিন্তু আপোনালোক কি, কি আপোনালোক ?

মেঃ কে : তইনো এইখন কি কৰিছ অ' ঘনশ্যাম।

ঘ : কি ক'লে?

কে : তোৰ গাটো বৰ ভাল নহয় নেকি অ'?

মে : ব'ল তোক ঘৰতে থৈ আহোগৈ।

ঘ : *(হোহোকৈ হাঁহি)* ঘৰলৈ যাম? মই ? এই গছজোপা- বৰুৱাৰ প্ৰয়োজন থকা এই গছজোপাৰ কোন ৰখীয়া হ'ব? বৰুৱাই মোক দায়িত্ব দি গৈছে, আনন্দহঁতে আহি জধে- মধে কাটি পেলাবহি পাৰে - সিহঁতে বাট চাফা কৰে! কিন্তু আপোনালোকে ইয়াত কি কৰিছে?

কে : মানে ঘনশ্যাম...,

ঘ : মেম্বৰ দাইতি, বৰুৱাই আপোনাক পাঁচশ টকা দি গৈছে!

মে : পূজা পাতিবলৈ অ'-

কে : কিন্তু পাঁচশ টকা পূজাত কেলেই, ত্ৰিশ টকা মানতে দেখোন-

মে : এই ৰ'বাচোন মিতিৰ, হ'ব নহয় কিবা এটা!

কে : অ' ভালেটিহে তুমি গহীন হৈ আছা, সমান ভাগ হ'ব লাগিব কিন্তু কৈ দিছো, চা ঘনশ্যাম..

মে : এই ভাগ- চাগ পিচত হ'ব নহয, পূজা ভাগ আগতে -

কে : পূজাত তুমি কিমান খৰচ কৰিবা মোৰ জনা আছে, তুমি আগে পিচেও মোক ঠগিছা। ঘনশ্যামে নোকোৱা হ'লে মইতো তোমাক বৰুৱাই কিমান টকা দিছে নাজানিলোহেঁতেনেই।

মে : হেৰা মিতিৰ!

কে : পূজাৰ বজাৰ মই কৰিম।

মে : ঠিক আছে, ওলাবা মোৰ লগত।

কে : মই অকলে কৰিম। পইচা দিয়া।

মে : তুমি মিতিৰ-

কে : সেইবোৰ টাংটিঙালি নাখাটিব। নেভ্টো পানীৰ অন্ত নাই, তোমাৰ টাংটিঙালিৰো আদি- অন্ত নাই। কোৱা কিমান দিবা পইচা?

মে : ছিঃ ছিঃ মিতিৰ, তুমি এনেকুৱা বুলি মই-

কে : 'এনেকুৱা' মানে? কি 'এনেকুৱা' দেখিলা? পইচাৰ নাম শুনিলেই তুমি যে গেলা ঘাঁত ভেনামাখি পৰাদি-

মে : মিতিৰ, আৰু সহ্য নকৰো কিন্তু, কৈ দিছো? বৰুৱাই মোৰ হাতত [illegible]ছে, তুমি নপতাফুকন ও[illegible]ই দপদপনি মাৰিছা। নিদিওঁ, এক পইচাও নিদিওঁ, যাব পাৰা।

কে : নিদিয়া, ঠিক নিদিয়া?

ঘ : ছেঃ বৰ বেয়া কথা হ'ল নহয়, দাইতি, অ মোৰ দাইতি?

কে : শুন শুন ঘনশ্যাম, মই ভাবিছিলো বিশ-ত্রিশ টকা বৰুৱাই পূজাৰ কাৰণে দিছে, পিচে পৰে আৰু উলিয়াম। একেবাৰে পাঁচশ টকা লৈ চুপ- চাপ জেপত থৈছে।

মে : বৰুৱাই মোক দিছে, পূজাৰ বাবে।

কে : তাত মোৰো ভাগ আছে।

মে : কাৰো ভাগ নাই।

কে : মেম্বৰ হৈ থাকোঁতে গোটেইখনকে লুটিলি। ল'ৰা,- ছোৱালী, ঘৰ-সংসাৰ আমাৰ নাই নেকি? দুপইচা আমাকো-

মে : মই কৈছো তুমি চুপ থাকা।

মে : মই কৈছো তুমি চুপ থাকা।

কে : নাথাকো।

মে : মই কৈছো, তুমি ইয়াৰ পৰা গুচি যোৱা।

কে : নাযাওঁ।

ঘ : মই কৈছো দাইতি, বৰ্তা আপোনালোক দুয়োজন শান্ত হওক। পইচাকেইটা মোক দিয়ক। মই সমানে ভাগ কৰি দিওঁ।

মে : সমানে? মোৰ স'তে সমানে তেওঁ কিয় পাব?

কে : কিয় নাপাম?

মে : কিয় পাবা?

কে : কিয় নাপাম?

মে : কিয় পাবা?

কে : কিয় নাপাম?

মে : নোপোৱা।

কে : পাম।

মে : পাব নোৱাৰা!

কে : পাব লাগিব।

*(দুয়োৰে মাজত চিএ্ৰৱ- বাখৰ হয়। দুয়ো উত্তেজিত। বহু মানুহৰ গুঞ্জন। ঘনশ্যামে ইফালে সিফালে চায়। মেম্বৰ, কেৰেণীয়ে নেপথ্যৰ গুঞ্জনলৈ কাণ নকৰি নিজৰ ভিতৰতে হুলস্থুল কৰি থাকে। নেপথ্যৰ কোলাহল ক্ৰমাৎ ওচৰ চাপি আহে। ঘনশ্যাম উদ্বিগ্ন হয়)*

ঘ : অ' অ' দাইতি, অ' বৰ্তা সৌৱা, সৌগাল সৌ আনন্দহঁত দলবান্ধি আহিছে। গছজোপা এতিয়া সিহঁতে কাটিব! বৰুৱাই আমাক ৰখীয়া কৰি গ'ল। অথচ আমি অ' দাইতি অ' বৰ্তা শুনকচোন, অ' দাইতি, অ, বৰ্তা ধৰক, বাট ভেটি ধৰক, অ' দাইতি, অ' বৰ্তা, বাট ভেটি-

*(ভিতৰৰ পৰা শুনা যায় ঃ আমাক বাট এৰি দিয়ক, বাট এৰি দিয়ক!' মেম্বৰ আৰু কেৰেণীয়ে হঠাৎ চকখাই উঠে। দুয়ো দূৰলৈ চায়। কোৰ্হাল আৰু ওচৰ চাপি আহে। কেৰেণী আৰু দাইতিয়ে পৰস্পৰে পৰস্পৰৰ মুখলৈ চাই থৰ লাগে। ঘনশ্যাম বিব্ৰত। হাতত দা-কুঠাৰ লৈ গছ কাটিবলৈ বুলি আনন্দহঁত দল আহে। এইবাৰ দলত মানুহৰ সংখ্যা বেছি। নাৰী আৰু বৃদ্ধও থাকে।)*

ঘ : *(বিব্ৰত হৈ)* আ-আনন্দ তহঁত, তহঁত মানে... আহিছ? আহ আহ! আহক নহয় জানো বৰ্তা, দাইতি, আহক, কাটক। *(জাকৰ মাজৰ পৰা আগুৱাই আহি ঘনশ্যামে মুখামুখিকৈ থিয় দিয়েহি)* আ...অ' তুমি হৰেশ্বৰ ককাইদেউ, তু-তুমি মানে-

বৃ : ল'ৰাহঁতে নিজৰ বাট নিজে চাফা কৰি ল'ব খুজিছে।

ঘ : তাকেতো! মিছাকৈয়ে সিহঁত নলগা জেঙত লাগিছে। বৰুৱাই-

বৃ : *(ব্যঙ্গ কৰি)* বৰুৱাই?

ঘ : ও, বৰুৱাই-

বৃ : চাফা কৰি দিব?

ঘ : চাফা কৰি দিব!

বৃ : ঘনশ্যাম-

ঘ : হ-হৰেশ্বৰ ককাইদেউ।

বৃ : ক বুলিলি? ককাইদেউ? হৰেশ্বৰ ককাইদেউ? ককাইদেউ? চা চাচোন, মোৰ চকু দুটালৈ চা, মোৰ বুকুখন চা, চা-এইজোপা গছৰ তলত মোক হাতত হাতকেৰেয়া দি ৰখাই থৈ ৰং চাইছিলি নহয়, *(হঠাৎ উন্মাদৰ দৰে)* কাটিম, মই কাটিম, গছজোপাত, এই পৰি যোৱা গছজোপাতে পেলাই লৈ মই বৰুৱাক দুচেও কৰিম, তোক দুচেও কৰিম, কাটিম-

ধ : *(ভয়ত)* ক-ক-কাইদেউ।

না : *(মানুহৰ মাজৰ পৰা চিঞৰি চিঞৰি আহে)* মেয়ো কাটিম, ময়ো কাটিম *(মেশ্বৰৰ সমুখত নিৰ্ভীক ভঙ্গীৰে থিয় হয়হি। লেনিয়াই কয়)* দাইতি, অ' দাইতি, দাইতি অ' *খিলখিলকৈ হাঁহি)*

মে : অ' আই, অ- মলা-

না : *(লেনিয়াই)* মোৰ সহোদৰ দা-ই-তি! আৰু আমাৰ ঘনশ্যাম ককাইদেউ? কি হ'ল, তলমূৰ কিয় কৰিছে? মোৰ চকুলৈ চাওক, চাওকচোন, চাওক, কওক মই কাপোৰ কানিও খুলি দিব পাৰো। চাই লওক, চাওক বৰুৱাকো মাতি আনক, অ' দাইতি, মোৰ দেউতাৰ ভায়েকটো! মোৰ পিতৃসম ৰক্ষক! ৰাক্ষস! মোৰ জীৱনৰ সৰ্বস্ব লুটি নিয়া ৰাক্ষস, মোৰ স্বামীৰ তেজখোৱা ৰাক্ষস! *(কান্দে)।*

*(মঞ্চৰ সকলোবিলাক থৰ হৈ ৰয়)*

*(কোমল মাতেৰে)* মেশ্বৰ দাইতি, কেৰেণী বৰ্তা, ঘনশ্যাম ককাইদেউ- তোমালোকে চিৰদিন কিয় বাৰু বাট ভেটি ধৰা? কিয়, তোমালোকে হেণ্ডাৰ ৰখি ভালপোৱা? কিয়, কিয় তোমালোকে এই সৰ্বনাশী গছজোপাক নিৰাপদ বুলি ভাবা?

আ : জানা, এই গছজোপাত ফেঁটী সাপৰ বাহ আছে?

বা : জানা, এই গছজোপাৰ কাৰণে আলিবাটটোত ৰ'দ নপৰে?

ক : মিছাকৈয়ে ভূতৰ ভয়ত সন্ধিয়াতে মানুহ ঘৰ সোমায়?

ই : চোৰে ইয়াৰ আঁৰত বাগি দি ফুৰে।

ঘ : জানো, জানো অ' আনন্দ- ইয়াত সাপ আছে, ভূত আছে, ইয়াত চোৰেও বাগি দিয়ে- কিন্তু এতিয়া এই জোপা বৰগছ তইঁতক দিলে আমি আৰু এজোপা বৰগছ হেৰুৱাব লাগিব।

আ : বৰুৱাক?

বা : সেই সাপটোক?

কে : সেই ভূতটোক?

ই : সেই চোৰটোক?

বৃ : তইঁতৰ বাট তইঁতে উলিয়াই ল'!

না : আঁত ৰা, আঁতৰা আনন্দ,- এই সৰ্বনাশী গছ আঁতৰাই দে!

আ : ব'লইঁক, বাবুলাল, আমাৰ বাট-

সকলোৱে : আমি উলিয়াম।

*(যাবলৈ উদ্যাত হয়। ঘনশ্যাম, কেৰেণী আৰু মেম্বৰক একাষৰীয়াকৈ ঠেলি গৈ থাকে। মঞ্চত পোহৰৰ ৰং সলনি হয়। সংগীতত উল্লাস। মঞ্চ আন্ধাৰ হৈ আহে। আঁৰ কাপোৰ)*

**(আঁৰ কাপোৰ পৰে)**

*(গঙ্গাধৰ মাষ্টৰৰ ঘৰ। মাষ্টৰে পুৰণা, প্ৰায় উৰঁলি যোৱা চাইকেল এখন পৰিস্কাৰ কৰি থাকে। মাষ্টৰৰ পিন্ধনত এটা খদ্দৰৰ হাত-কটা বনিয়ন আৰু ঘৰত সাধাৰণভাৱে পিন্ধা এখন ধুতি।*
*ঘৰৰ আগফালৰ বাৰাণ্ডাৰ আভাস।)*

মাষ্টৰ : *(চিঁয়ৰি)* হেৰ' ৰাতুল, অ' ৰাতুল, হেৰা বোৱাৰী, ই ৰাতুলনো কেনি গ'লহে?

*(বোৱাৰীয়েক ওলাই আহে)*

বোৱাৰী : ৰাতুল এঘণ্টামানৰ আগতেই ওলাই গ'ল দেউতা।

মাষ্টৰ : ই, বৰ মইনা গ'ল হ'ব পায়?

বোৱাৰী : গ'ল।

মাষ্টৰ : এৰা, ইয়াক ৰাতুলক কৈছিলোঁ- বোলো মইন্দ দোকানীৰ পৰা ৰেঞ্চদাল খুজি আনিবি। বস্তু নিলে আৰু উপযাচি দিবলৈ মনত নপৰে বুজিছা, চাইকেলৰ দোকান দিছে, অথচ গঙ্গাধৰ মাষ্টৰৰ ঘৰৰ পৰা ৰেঞ্চদাল নিলেহে তাৰ হয়। ৰেঞ্চ এদাল বাৰু যোগাৰ কৰি ল'ব নোৱাৰেনে ইহঁতি ? ছেঃ, ফ্ৰি হুইলটোত আকৌ কি লাগিল জানো, চেইনদাল দেখোন খহি খহিয়েই যায়। চোৱাচোন বোৱাৰী, ক্ৰেঙ্কটো বেঁকা যেন লাগিছে নেকি ?

*(বোৱাৰীয়ে চোৱাৰ ভাও ধৰে)*

বোৱাৰী : মই একো ধৰিব পৰা নাই।

মাষ্টৰ : ময়ো সঠিক ধৰিব পৰা নাইহে। ছিঃ বৰ মস্কিলখন হ'ল। চশমাযোৰো কালি আক' স্কুলত এৰি থৈ আহিলোঁ।

বোৱাৰী : আপুনিনো এইখনত কিয় লাগি আছে দেউতা? মইনা মিস্ত্ৰিক এবাৰ দেখুৱাই ল'লেই হয় দেখোন।

মাষ্টৰ : *(হাঁহি)* মইনা মিস্ত্ৰয়ে মোৰ চাইকেলৰ কিতিপ-কাতাপ ক'ত বুজিবহে বোৱাৰী। তুমিও ভাল দিয়া! মোৰ চাইকেলৰ কথা মোতকৈ আন কোনোবাই ভালকৈ বুজি পাব পাৰেনে? আৰু ইহঁত— এই মিস্ত্ৰি-চিস্ত্ৰিবোৰে ক্ৰেঙ্কটো খুলিবৰ কাৰণে, এই তোমাৰ জোৰাটোত যেনেকৈ ঘেটেং ঘেটেং মাৰে, মোৰ কিবা বুকুত মাৰি দিয়াৰ নিচিনা লাগে বুজিছা। *(চাইকেলখন খুটা এটাত আওঁজাই থয়)*। বাৰু, এতিয়া সময়ো হৈছেহি, পিচে-পৰে চাব লাগিব। গা ধুবলৈ পানী দিলা নেকি বোৱাৰী?

বোৱাৰী : এতিয়াই গা ধোৱে যদি যোগাৰ কৰি দিওঁগৈ দেউতা।

মাষ্টৰ : এতিয়াই মানে? বেলিটো আৰু কিবা বৈ আছে বুলি ভাবিছা নেকি?

যোৱা যোৱা, তুমি গা ধোৱাৰ যোগাৰটো কৰি দিয়াগৈ।

*(বোৱাৰীয়েক সোমাই যায়। ৰাতুল, বাবুলাল আৰু আনন্দ সোমাই আহে।)*

মাষ্টৰ : *হেৰ' তোক মই...... (হঠাৎ বাবুলাল আৰু আনন্দলৈ চকু পৰি)* এওঁলোক...... অ' জামালৰ পুতেক........

বাবুলাল : বাবুলাল।

মাষ্টৰ : অ' বাবুলাল। মই ঘপ্ কৰি ধৰিবই পৰা নাই বুজিছা। আৰু এওঁ—

আনন্দ : মই আনন্দ।

মাষ্টৰ : আনন্দ? আনন্দ মানে...... অ' আমাৰ বাপুৰ ল'ৰা। ইস্ ৰাম ৰাম। আচলতে বয়সো হৈছে দিয়াচোন— ৰাতিপুৱা গধূলি দেখি থকা মানুহটোকে ঘপ্‌কৈ ধৰিব নোৱাৰোঁ। তাতে তোমালোক কাচিৎহে আহাঁ। ৰাতুল, এওঁলোকক বহিবলৈ দে।

আনন্দ : বহিম চাৰ, বহিম। বাবুলাল

ৰাতুল : ইয়াত বহিবিনে ভিতৰলৈ যাবি?

মাষ্টৰ : তোমালোক আহিছা, বহা. মই ওলাই লওঁ, মোৰো সময় হ'লহি নহয়।

*(মাষ্টৰ ভিতৰলৈ যায়)*

বাবুলাল : ঐ ভিতৰলৈ নাযাওঁ, ইয়ালৈকে মূঢ়া, বেঞ্চ কি আছে উলিয়াই আন।

আনন্দ : বুঢ়া ঘৰত আছে বুলি আগতে নকলি কিয়?

ৰাতুল : দেউতাই আমাৰ কথাৰ ভাগ ল'বলৈ নাহে যা।

*(ৰাতুল ভিতৰলৈ যায়। সৰু বেঞ্চ এখন উলিয়াই আনে)*

তহঁত বহ. মই নবৌক কৈ আহোঁগৈ— দেউতাই জনাকৈ যেন আমালৈ চাহ-তাহ নকৰে।

*(ৰাতুল সোমাই যায়)*

আনন্দ : শুনিলি?

বাবুলাল : সোনকালে চাহ নিদিয়ে।

আনন্দ : বুঢ়া ওলাই যাবলৈ বা কিমান দেৰি আছে।

বাবুলাল : আচ্ছা, এইখন চাইকেল চাফা কৰিবলৈ কিটোনো আছে। বুঢ়াতকৈয়ো চাইকেলখন বেছি বুঢ়া হ'ল।

*(ৰাতুল ওলাই আহে)*

ৰাতুল : দেউতাই শুনিলে খাব দেই কৈ দিছোঁ।

মাষ্টৰ : *(ভিতৰৰ পৰা)* হেৰি নহয় ৰাতুল *(ওলাই আহে)* মইনাই ৰেঞ্চদাল নিলে। ঘূৰাই দিবলৈ তাৰ সময় হোৱা নাই। তই লৈ আহিবিগৈ চোন।

*(চাইকেলখনৰ ওচৰলৈ আহে)*

*(বাবুলাললৈ চাই)* মানে বুজিছা....... কি নামটো আছিল বুলিছিলা?

বাবুলাল ঃ বাবুলাল।

আনন্দ ঃ আৰু মই আনন্দ।

মাষ্টৰ ঃ ৰ'বা, কি কৈছিলোঁ— অ' এই চাইকেলখন, ক্ৰেঙ্কটোতে গণ্ডগোল নে ফ্ৰি হুইলতে গণ্ডগোল ধৰিব পৰা নাই।

বাবুলাল ঃ গোটেই চাইকেলখনতে গণ্ডগোল যেন লাগিছে চাৰ। *(আনন্দই বাবুলালক চিকুট মাৰি কথা নক'বলৈ ইঙ্গিত দিয়ে)।*

মাষ্টৰ ঃ (হাঁহি) চাইকেলখনৰ বয়স কিমান হ'ল জানা? এইখন আছিল দেউতাৰ চাইকেল, মই ল'লোঁ। এইখনত উঠি উঠিয়েই দেউতাই স্বৰাজ আন্দোলনত ভলণ্টীয়াৰ হৈ গাঁৱে গাঁৱে ঘূৰিছিল। তাৰ পিচত মই ল'লো। বয়স হ'ল বাবে মাজে মাজে ইটো-সিটো বেয়া হয় আৰু!

*(কথা কৈ কৈ মাষ্টৰ সোমাই যায়)*

ৰাতুল ঃ অ'ই গৰু, গোটেই চাইকেলখনতে গণ্ডগোল বুলি কৈ দেউতাক জোকাই লৈছিলি কেলেই? ভাগ্য ভাল দেউতাৰ মুড আজি বেয়া নহয়। দেউতাৰ মতে— এই চাইকেলখনে স্বৰাজৰ কামতো কৰিছিলেই- তাৰ উপৰিও এইখন নথকা হ'লে বোলে গাঁৱত ল'ৰাৰ হাইস্কুল, ছোৱালীৰ হাইস্কুল বুলি দুখনকৈ স্কুলো নহ'লহেঁতেন; আনকি অ'লিটোত কালভাৰ্ট চাৰিটাও নহ'লহেঁতেন।

আনন্দ ঃ ফ্ৰেমটো ইংলিছ যেন পাওঁ।

ৰাতুল ঃ ফ্ৰেমটো ইংলিছেই, পিছে পাৰ্টচ সমস্ত ইণ্ডিয়ান। আধা ইংলিচ, আধা ইণ্ডিয়ান হোৱাৰ বাবেই যত মানে বিপদ।

বাবুলাল ঃ হয় দেশী হ'ব লাগে, নহয় বিদেশী হ'ব লাগে।

আনন্দ ঃ অ'ই চাৰৰ আজি ফেয়াৰ ওৱেল নাই জানো?

ৰাতুল ঃ তাকেতো ভাবিছোঁ— কাইলৈৰ পৰা দেউতাই যে কি কৰিব!

বাবুলাল ঃ আমাৰো বহা ঠাইবোৰ লাহে লাহে নাইকিয়া হৈ আহিছে দেখোন অ'। মইনা দাইতিৰ দোকানত বহিছিলোঁ, তেওঁ লাহে লাহে বেয়া পাই আহিবলৈ ধৰিলে। বুঢ়া কাইলৈৰ পৰা ঘৰত থাকিব যেতিয়া ইয়াত বহি লেক্‌চাৰ মৰাটো মুদা মৰিল। আচ্ছা ৰাতুল— আমি বাৰু ফাল্টু ফাল্টু ঘূৰি ফুৰোঁ, তইতো আমাৰ লগত থকা বেয়া হৈছে। তইতো বি.এ. পাছ কৰিলি নহয় জানো? নে বি.কম?

ৰাতুল ঃ বি.এচ.চি., বি. এ.।

বাবুলাল ঃ বাপৰে, সেইটো আৰু ডাঙৰ। মোৰ মেট্ৰিকেই নহ'লগৈ। আনন্দই বাৰু

নকল-চকল মাৰি পাছ্ কৰিলে।

আনন্দ : ঐ, নকল কৰিছিলোঁ বুলি তোক কোনে ক'লে?

বাবুলাল : নহ'লে তই কি নিজৰ মগজেৰে পাছ্ কৰিব পাৰ? আৰে পৰীক্ষা হলত সেই টিকিৰা গাৰ্ডটো নথকা হ'লে ময়ো চেকেণ্ড ডিভিজনত পাছ কৰি গ'লোহেঁতেন। যিমান চব জেপত নিছিলোঁ— বিলকুল আহি গৈছিল। চাঞ্চ নাপালোঁ।

আনন্দ : তইতো এক নম্বৰ বুৰ্বক বুলি সকলোৱে জানে। পৰীক্ষাত পাছ্ কৰিবলৈ বুদ্ধি লাগে বুজিছ, বুদ্ধি। মগজ-চগজ সেইচব অলপ অলপ থাকিলেই হ'ব। তিনিবছৰৰ প্ৰশ্ন লৈ কেইটামান বাছি উলিয়া। মুখস্থ কৰ। পাছ। পাঁচটা জ্যামিতি মুখস্থ কৰিলোঁ, তিনিটা পৰি গ'ল।

বাবুলাল : বাদ দে, ৰাতুল বি.এচ.চি. আৰু কি বুলিলি?

আনন্দ : বি.এ.

বাবুলাল : হাঁ, বি.এচ.চি., বি.এ. পঢ়িও বেকাৰ, তই মেট্ৰিক পাছ্ কৰিও বেকাৰ আৰু মই ফেল মাৰিও বেকাৰ। ঠিকেই আছে দে।
*(আনন্দই বাহিৰৰ ফাললৈ চাই)*

আনন্দ : দাদা আহিছে হ'ব পায়।
*(বৰ মইনা সোমাই আহে।)*

বৰমইনা : অ' তোমালোক। (জেপৰ পৰা খোলা খাম এটা উলিয়াই ৰাতুলক দিয়ে) Interview লৈ মাতিছে।
*(ৰাতুলে চিঠিখন লয়। বৰমইনা সোমাই যায়)*

বাবুলাল : কিহৰ Interview ৰে?

আনন্দ : চাকৰি? ক'ত?

ৰাতুল : *(ব্যঙ্গ হাঁহিৰে)* ডেৰাডুনত ৰেইঞ্জাৰ ট্ৰেইনিং, তাৰ পিছত ফৰেষ্ট ডিপাৰ্টমেণ্টত এপইণ্টমেণ্ট।

আনন্দ : টকা আছে।

ৰাতুল : চুপ।

বাবুলাল : তোক Interview কি ল'ব? পঢ়াৰ কথা সুধিব নহয় জানো?

আনন্দ : সুধিব চাগে'— চাইঞ্চৰ কথা সুধিব, কমাৰ্চৰ কথা সুধিব।

বাবুলাল : তাৰ মানে এই ইউনিভাৰচিটিৰ পৰীক্ষাৰ ওপৰত তোৰ ইণ্টাৰভিউ লোৱা চবৰ বিশ্বাস নাই, নহয়? চাৰকো মই এটা কথা সুধিবলৈ আহিছোঁ।

ৰাতুল : দেউতাক? কি কথা?
*(বৰমইনা ওলাই আহে)*

বৰমইনা ঃ তোৰ ইণ্টাৰভিউ তেৰ তাৰিখে নহয় জানো? আজি আঠ তাৰিখ হ'লেই, বাবুলাল, তোমালোকেই তাক অলপ সহায় কৰি দিব লাগিব— এই মানে হন্ডঅল এটা, তোচক আৰু আঠুৱা এখন যোগাৰ কৰি দিলেই হ'ব।

আনন্দ ঃ হৈ যাব দাদা, সেইবোৰৰ কাৰণে আপুনি নাভাবিলেও হ'ব।

বৰমইনা ঃ দেউতাই চিঠিখন চাব খুজিছে। যাচোন দেউতাক চিঠিখন দেখুৱাই আহগৈ। নবৌৱেৰেও চাব খুজিছে।

*(ৰাতুল সোমাই যায়)*

আনন্দ ঃ আজি স্কুললৈ যোৱায় নেকি দাদা?

বৰমইনা ঃ যাম যাম। অলপ দেৰিকে যাম। শুনা বাবুলাল-আনন্দ, ৰাতুলে হয়তো ইণ্টাৰভিউলৈ নাযাওঁ-নথওঁ কৰিব। Application কে সি কৰিব খোজা নাছিল। সেইবোৰ মই নিজেই কৰিসোঁ। এতিয়া সি কি কয় ক'ব নোৱাৰো। তোমালোকে তাক বুজাবা। ঘৰখনৰ কাৰণেই তাক চাকৰি এটা লাগে। তোমালোকেতো জানাই সকলোবোৰ কথা।

বাবুলাল ঃ ভয় নকৰিব দাদা, থপৰিয়াই হ'লেও তাক ইণ্টাৰভিউলৈ পঠিয়াম।

*(ৰাতুল ওলাই আহে)*

বৰমইনা ঃ ৰাতুল, তোক সৰু-সুৰা বস্তু কি লাগে এওঁলোকৰ পৰাই যোগাৰ কৰি ল'বি। মাত্র দুৰাতিৰ কাৰণেহে লাগিব। হৈ যাব বুজিছ।

*(মাষ্টৰ আহে। মুখ গম্ভীৰ)*

মাষ্টৰ ঃ বৰমইনা, আজিৰ পৰা মোৰ চাকৰি শেষ। Retired। তাৰ কিবা এটা হ'লে ভাল হয়।

*(মাষ্টৰ চাইকেলখনৰ ওচৰলৈ যায়। চেইনদাল পৰি থাকে। মাষ্টৰে চেইনদাল তুলিব খোজা দেখি বাবুলাল আগবাঢ়ি যায়।)*

বাবুলাল ঃ মোক দিয়ক চাৰ।

মাষ্টৰ ঃ মিছাকৈয়ে হাতখন লেতেৰা কৰিব নালাগে বোপাই। অ'ৰ এটা পাৰ্টচ, ত'ৰ এটা পাৰ্টচ লৈ ক'ত চাইকেল চলিব। মইনাৰ তাতে দি থৈ যাওঁগৈ। সি যি কৰে কৰক।

বাবুলাল ঃ মই কথা এটা সুধিবলৈ আহিছিলোঁ চাৰ। আব্বাজানে আপোনাক সুধি যাবলৈ কৈছিল।

মাষ্টৰ ঃ সোধা কি সুধিবা।

বাবুলাল ঃ আমাৰ এইখন স্কুলৰ পৰা যে ট্রেন্সফাৰ লৈ গৈছে মোৰ ভাগিন আবু।

মাষ্টৰ ঃ বুজিছোঁ, ভিনিহিয়েৰে গুৱাহাটীত চাকৰি পাইছে নহয় হ'ব পায়?

বাবুলাল ঃ হয় চাৰ। গুৱাহাটীত তাক বোলে পৰীক্ষা লৈহে নাম লগাব।

মাষ্টৰ : সেইটো কৰেই।

বাবুলাল : চাৰ, এই স্কুলৰ ফাইভ আৰু গুৱাহাটীৰ স্কুলৰ ফাইভ একে নহয় নেকি চাৰ? আব্বাজানে সুধিছে— ইয়াত প্ৰমোচন পাই গৈছে যেতিয়া সকলোতে প্ৰমোচন পোৱা বুলি নধৰে নেকি?

মাষ্টৰ : বাৰু মই তোমাৰ আব্বাজানক বুজাই দিম। হ'ব? এতিয়া মোৰ দেৰি হৈছে।

*(চাইকেল চোঁচোৰাই চোঁচোৰাই মাষ্টৰ যায়)*

বৰমইনা : তুমিও ভাল প্ৰশ্নকে কৰিলা বাবুলাল। সঁচাতোন— এখন স্কুলৰ পৰা আন এখন স্কুললৈ নাম লগাবলৈ যাওঁতে যদি চিট পৰীক্ষা দিবই লাগে, তেনেহ'লে আগত পঢ়া স্কুলখনৰ পৰা চাৰ্টিফিকেটখন নিনিলেও হয়। নিয়ম দিয়া, নিয়ম। *(বৰমইনা হাঁহি হাঁহি সোমাই যায়)*

বাবুলাল : মিষ্টাৰ ৰাতুল ৰেইঞ্জাৰ, আমিও যাওঁ। তোক কি লাগিব, হল্ডঅল? হল্ডঅল....... ঠিক, গেৰেলা ঠিকাদাৰৰ ঘৰত এটা হল্ডঅল আছে, মই তোচক দিব পাৰিম।

আনন্দ : ঠিক আছে— মই আঠুৱা আৰু গাৰু দিম, হ'ব? খালি দুই ৰাতিহে? হৈ যাব।

*(ৰাতুলক নিৰ্বিকাৰ দেখা যায়। এইবোৰ কথাৰ প্ৰতি যেন তাৰ কোনো আগ্ৰহ নাই।)*

অ'ই, এতিয়াৰ পৰাই গহীন হ'লি নেকি? এ.চি.এফ., ডি.এফ.অ' নে ৰেইঞ্জাৰৰ ইণ্টাৰভিউ? যিহকেই নহওক— ফৰেষ্টৰ চাকৰিত পইচা আছে। দুই বছৰত তোৰ ঘৰ হৈ যাব পাৰে।

ৰাতুল : *(খঙেৰে)* লাজ নালাগিল তহঁতৰ?

বাবুলাল : আৰে, গৰম হৈ গৈছ দেখোন।

আনন্দ : চোৰাং চিকাৰী, চোৰাং কাঠ বেপাৰীক প্ৰথমে কেনেকৈ চকু পকাই ধৰিবি তাৰ ৰিহাৰ্চল কৰিছ নেকি?

ৰাতুল : তহঁতৰ মূৰ কৰিছোঁ।

বাবুলাল : চাপ্লাই-তাপ্লাইত পিয়নৰ চাকৰি এটা মই বাৰু পাব নোৱাৰিমনে?

ৰাতুল : তহঁতৰ এই মনোবৃত্তিৰ বাবে মোৰ নিজৰ লাজ লাগিছে, বাবুলাল।

বাবুলাল : কথাটো সেইটোৱেই। লাজ-চাজ এতিয়াই কৰি ল, পিছত সময় নাপাবি। কাউৰীয়ে চকুমুদি হেনো বস্তু লুকুৱায়। তহঁতিও কাউৰী হৈ যাবি এদিন। তাৰ আগতে লাজ-চাজ কৰি ল।

আচ্ছা আমি আহোঁ। গধূলি দেখা হ'ব।

আনন্দ : তই বৰ চিৰিয়াছ হৈ গৈছ। ধেৎ, ধেমালিও নুবুজ। গধূলি লগ পাম দেই। তই কেতিয়া যাবি?

বাবুলাল : তেৰ তাৰিখে ইণ্টাৰভিউ, আজি এঘাৰ তাৰিখ, কাইলৈ যাব লাগিব।

আনন্দ : ঠিক আছে। গধূলি দেখা হ'ব। এতিয়া যাওঁ।

*(আনন্দ আৰু বাবুলাল ওলাই যায়। ৰাতুলে চিন্তিত মনেৰে ইফাল-সিফাল কৰে। বোৱাৰী (নবৌয়েক) ওলাই আহে।)*

বোৱাৰী : এওঁলোক গ'ল নেকি ৰাতুল?

ৰাতুল : গ'ল নবৌ। দাদা আজি নাযায় নেকি?

বোৱাৰী : ওলাইছে। দাদাৰৰ আজি বৰ স্ফুৰ্তি। Interview ৰ চিঠি দেখিয়েই দাদাৰে ধৰি লৈছে— তোমাৰ চাকৰি হ'বই। তোমাৰ Interview যাতে ভাল হয়— তাৰ বাবে গোঁসাই সেৱা এভাগলৈকো আগ কৰিছে।

ৰাতুল : তোমালোকৰ গোঁসায়েও দেখিছোঁ লোভ দেখুৱালেহে দয়া কৰে।

বোৱাৰী : ইচ্, তেনেকৈ কয়নে বাৰু? নাপায় নহয়। ঘৰখনৰ কাৰণেই তোমাক ভাল চাকৰি এটা লাগে। কাইলৈৰ পৰাতো দেউতাৰো চাকৰি নাই।

*(ৰাতুলক মাতি মাতি বৰমইনা ওলাই আহে।)*

বৰমইনা : হেৰি নহয় ৰাতুল, তোৰ পিন্ধি যাবলৈ কাপোৰ-কানি আছে নে নাই? Interview Board ৰ আগলৈ ভাল কাপোৰ এসাজ পিন্ধি নগ'লে কেনেকৈ হ'ব?

ৰাতুল : যি আছে সেয়ে হ'ব দাদা।

বৰমইনা : *(ঘৈণীয়েকক)* হে'ৰা, তাৰ কাপোৰ-কানি কেইটা চাই-চিতি দিবাহে। এতিয়াই ধুই-মেলি নিদিলে পাছবেলা বা বতৰ কি হয় কোনে জানে?

বোৱাৰী : সেইবোৰৰ চিন্তানো আপুনি কৰিব লাগিছে কিয়? সেইবোৰ মই কৰি দিম। ল'ৰাটোৰ পিন্ধিবলৈ জোতা এযোৰ আছেনে নাই— সেইটোকে সোধকচোন। সেই চেণ্ডেল জোৰৰেই Interview দিবলৈ যাব নে?

ৰাতুল : তোমালোকে বৰ অমূলক চিন্তা কৰা নবৌ। সুন্দৰ জোতা-মোজা, চুট-টাই নিপিন্ধাৰ বাবে যদি মই চাকৰি নাপাও নালাগে। পাৰিবা? সকলোবোৰ বস্তু যোগাৰ কৰি দিব পাৰিবা? কমেও সাত শ টকা লাগিব জানা। যি আছে, সেয়ে হ'ব।

বৰমইনা : ৰাতুল, সেইখিনি তই কি কৰ কৰিবি। অহা-যোৱা আৰু দুৰাতি হোটেলত থকাৰ বাবে বাৰু কিমান টকা লাগিব?

ৰাতুল : মই ক'ব নোৱাৰোঁ।

বৰমইনা : দুশমান টকা লাগিব চাগে।

বাতুল : দেউতাই মইনাদাইতিৰ দোকানৰ পৰা বেঞ্চদাল আনিবলৈ কৈছিল। মই সেইদাল লৈ আহোঁগৈ।
*(বাতুল ওলাই যায়।)*

বৰমইনা : তাৰ দেখোন অকণো উৎসাহ দেখা নাই।

বোৱাৰী : আপোনাৰ মূৰত বোজাটো পৰা দেখি তেওঁ হয়তো বেয়া পাইছে। হেৰি নহয়, দুশ টকাকেনো এতিয়া ক'ত যোগাৰ কৰে?

বৰমইনা : একো ভাবি পোৱা নাই। কাৰোবাৰ পৰা ধাৰলৈ আনো বুলিবলৈকো ৰাণুৰ বিয়াৰ সময়ত অনা ধাৰেই মৰাগৈ নাই। দেউতাৰ দৰমহাৰ গোটেইখিনি সেই বিয়াৰ ধাৰতেই শেষ। দেউতাকনো কোন স'তেৰে পইচাৰ কথা কওঁ?

বোৱাৰী : কিবা এটাতো কৰিবই লাগিব।

বৰমইনা : কিবা এটাতো কৰিবই লাগিব। এটা কাম কৰো নেকি?

বোৱাৰী : কিনো?

বৰমইনা : ৰামস্বৰূপকেই কওঁগে। চাকৰিটো যদি পাই যায়, সিয়েই ধাৰ-চাৰ মাৰিব আৰু নহয় জানো?

বোৱাৰী : দিয়ে যদিতো ভালেই। কিন্তু ৰাণুৰ বিয়াৰ ধাৰেই ৰামস্বৰূপৰ গোলাত এহেজাৰমান আছে দেখোন। ইয়াৰ উপৰি মাহে মাহে বস্তু খোৱাৰ ধাৰ আছেই। আক' নগদ টকা ধাৰে দিব জানো!

বৰমইনা : ৰামস্বৰূপক মই বহুত সহায় কৰি দিছোঁ জানা? অন্ততঃ পঁচিশ-ত্ৰিশ হেজাৰ টকাৰ Income Tax ৰ পৰা তাক মই বচাই দিছোঁ। বিয়াত বস্তু অনা টকাখিনি সি মোক এৰি দিম বুলি কৈছে। আৰু দুশ টকা ধাৰে নিদিবনে?

বোৱাৰী : তেনেহ'লে এবাৰ গৈ চাওকগৈচোন।
*(মঞ্চ ক্ৰমে এন্ধাৰ হৈ আহে।)*

## দ্বিতীয় দৃশ্য :

*(মঞ্চ আগৰ দৰেই। মাষ্টৰে হেণ্ড পাম্প এটাৰে চাইকেলৰ পিচৰ চকাত পাম্প কৰি থাকে। বাবুলাল আৰু আনন্দ আহে। বাবুলালৰ মূৰত হুন্ডঅল এটা। সোমায়েই হুন্ডঅলটো নমায়। মাষ্টৰে ঘুৰি চায়।)*

মাষ্টৰ : উৰা, বিচনা-পত্ৰ লৈ ওলালিহি দেখোন?

বাবুলাল : ৰাতুলৰ বাবে চাৰ।

মাষ্টৰ : হয় নেকি? সিনো কেনি ওলাই গ'ল জানো! গাড়ীখন দুটাত যায়েই নহয়

হ'ব পায়?

আনন্দ : হয় চাৰ, ইয়াৰ পৰা ডেৰ বজা মানতে ওলাই যাব লাগিব।

মাষ্টৰ : অ', ভাল কথা এষাৰ মনত পৰিল। তাক হাতঘড়ী এটাও লাগিছিল নেকি!

*(আক' চাইকেলত পাম্প কৰিবলৈ ধৰে)*

আজি-কালি ভল্‌টিউববোৰ বৰ বেয়া হ'ল বুজিছা, ছিগি ছিগি যায়।

*(থু অকন আনি ভল্‌টিউবৰ মুখত থয়)*

বাবুলাল : এইখন চাইকেল বেছি দিয়ক নহ'লে চাৰ। আন এখন লওক।

মাষ্টৰ : *(ক্ষুণ্ণ হোৱাৰ দৰে)* কি ক'লা? বেচি দিম? তোমালোক ডেৰ ... ৰা। মায়া-মোহ তোমালোকৰ কম। এইখন চাইকেল মোৰ দেউতাই চলাইছিল। মই ভলণ্টীয়াৰ হৈ থাকোতে দেউতাই মোৰ বিয়া পাতিলে। তেতিয়াৰ দিনত আই-বোপাইৰ কথা মুশুনাতো ভাবিবই নোৱাৰি। বিয়া কৰাবলৈ গ'লো আৰু— এইখন চাইকেলকে লৈ। মই অৱশ্যে সেইদিনা চাইকেল চলোৱা নাছিলোঁ, বেকত বহি গৈছিলোঁ। দৰাধৰা হৈছিল মুকুন্দৰ দেউতাক, তেৱেঁই চলাইছিল। ডেৰকুৰিখন চাইকেলেৰে দৰা গৈছোঁ। বাহি বিয়াৰ দিনা কইনাঘৰৰ পৰা বাহিৰে বাহিৰে ভলণ্টীয়াৰৰ কাম কৰিবলৈ গাঁৱলৈ গ'লোঁ। ৪২ চনৰ ৯ আগষ্টৰ দিনা— আঢ়ৈ মাইল জোৰা শোভাযাত্ৰা উলিয়ালোঁ। এইখন চাইকেল মাৰি মাৰিয়েই মানুহ গোটালোঁ। তাৰ পিছত এইখন চাইকেলেৰে কিমান কাম কৰিলোঁ গাঁৱৰ মানুহে জানেই। তোমালোকৰ ৰাতুলৰ মাক যেতিয়া বেমাৰত পৰিল— হাতত ফুটা কড়ি এটা নাই। চিকিৎসা কৰাবলৈ বুলি টকা দুটামান জোগাৰ কৰিব নোৱাৰিলোঁ। তথাপি চাইকেল বেচিবলৈ নহ'ল। মানুহজনী মৰিল, কিন্তু চাইকেলখন থাকিল। ৰাতুলক বি.এচ.চি. পঢ়ুৱাবলৈ এই ঘৰ-মাটি বন্ধকত দিলোঁ। তথাপি চাইকেল নেবেচিলোঁ।

*(মাষ্টৰৰ মাত যেন ক্ৰমে ক্ৰমে কঁপি উঠে)*

এতিয়া নচলে যদি নালাগে চলিব, এনেয়ে পৰি থাওক। তথাপি এইখন মই এৰি দিব নোৱাৰোঁ বোপাই।

*(কথা কৈ কৈ মাষ্টৰ সোমাই যায়। বাবুলাল আৰু আনন্দ বজ্ৰাহতৰ দৰে ৰৈ থাকে)*

আনন্দ : তোৰ মুখখনত অকণো যদি লাগ-বান্ধ আছে?

বাবুলাল : *(ঠোকাঠুকি কৈ)* এনেকুৱা হ'ব বুলিতো জনা নাছিলোঁ।

*(বৰমইনা ওলাই আহে)*

বৰমইনা ঃ অ', তোমালোক আহিছা। ই, ৰাতুলনো ক'লৈ গ'ল? কানি-কাপোৰ কি ক'ত লাগে নিজে সামৰি-সুতৰি নল'লে কেনেকৈ হ'ব?

আনন্দ ঃ কিবা কামতহে গৈছে চাগে। অ' সৌটো আহিছেই।

*(ৰাতুল আহে)*

বৰমইনা ঃ হেৰ', ক'ত ঘূৰি ফুৰিছ। তোৰ দেখিছোঁ অকণো উৎসাহেই নাই।

ৰাতুল ঃ মোৰ বাবে তুমি ৰামস্বৰূপৰ পৰা দুশ টকা আনিছা দাদা?

বৰমইনা ঃ তোক সেইবোৰ কেলেই?

ৰাতুল ঃ সঁচা আনিছা?

বৰমইনা ঃ ৰামস্বৰূপৰ পৰা কেৱল আজিয়েইহে টকা আনিছোনে? ৰাণুৰ বিয়াত ৰামস্বৰূপে সহায় নকৰা হ'লে বিয়াকে দিব নোৱাৰিলো- হেঁতেন।

ৰাতুল ঃ কিন্তু ৰাণুৰ বিয়া ইমান ডাঙৰকৈ নপতা হ'লেও হ'লহেঁতেন।

বৰমইনা ঃ তই অনৰ্থক তৰ্ক কৰিব খুজিছ কিয় ৰাতুল? ৰাণু আমাৰ একেজনী ভনী। তাইৰ বিয়াৰ লগত ঘৰখনৰ মান-সন্মানৰ কথাও জড়িত নাই জানো?

ৰাতুল ঃ ডিঙিলৈকে ধাৰ চপাই মান-সন্মান ৰখাৰ দিন নাই দাদা।

বাবুলাল ঃ ঐ ৰাতুল, তোৰ মাথা ঠিক আছেতো? এতিয়া তই দূৰলৈ যাব লাগে, ইণ্টাৰভিউ দিবগৈ লাগে, ফাল্টু কথা উলিয়াই......

ৰাতুল ঃ ৰামস্বৰূপৰ টকা লৈ মই Interview দিবলৈ নাযাওঁ।

বৰমইনা ঃ ভালকথা, নিজে জোগাৰ কৰি ল।

ৰাতু ঃ শুনা দাদা, ৰামস্বৰূপৰ অনুগ্ৰহ বিচাৰি তুমি তাক Income Tax ফাঁকি দিয়াৰ বাট দেখুৱাই দিছা। ৰামস্বৰূপে লাগ বুলিলে তোমাক-মোক কেইবাহেজাৰো টকা হয়তো এনেয়ে দিব। কাৰণ সি গম পাইছে যে আমি গাঁৱৰ একুৰি পাঁচোটা ডেকা ল'ৰাই লগ লাগি এখন দোকান পাতিব খুজিছোঁ। এই কথাই তাৰ মূৰ গৰম কৰিছে। আমি গাঁৱৰ প্ৰতিঘৰ মানুহলৈ যাম, সহযোগ বিচাৰিম।

বৰমইনা ঃ বলিয়ালি পিচতো কৰিবি ৰাতুল। এতিয়া তোৰ সময় হ'ল, ওলাগৈ।

ৰাতুল ঃ ৰামস্বৰূপৰ পইচাৰে মই চাকৰি বিচাৰি নাযাওঁ।

বৰমইনা ঃ যি কৰ কৰি থাক, মই আহিলোঁ।

*(বৰমইনা সোমাই যায়)*

বাবুলাল ঃ ঐ পাগ্‌লা, তই ওলা, ষ্টেচনত তোক লগ ধৰিম। টকা আমি লৈ যাম। ব'ল আনন্দ।

*(আনন্দ আৰু বাবুলাল ওলাই যায়। ৰাতুল কিংকৰ্তব্য বিমূঢ় হোৱাৰ দৰে হয়। বোৱাৰী ওলাই আহে)*

ভোবাৰী : তুমি এইবোৰ কি কৈছা ৰাতুল?

ৰাতুল : নবৌ!

ভোবাৰী : দাদাৰে দুখ পাইছে। ৰামস্বৰূপৰ ওচৰলৈ নগ'লে যে দাদাৰৰ কোনো উপায় নাই।

ৰাতুল : জানো।

ভোবাৰী : তেনেহ'লে তুমি এইবোৰ কথা কিয় কৈছা?

ৰাতুল : দাদাক ৰামস্বৰূপে কিনিব খোজাটো মই সহ্য কৰিব নোৱাৰোঁ।

ভোবাৰী : তুমি এটা কথা জানা যে এই ঘৰ-মাটি তোমাক পঢ়ুৱাবৰ বাবেই [illegible] গত দিয়া হৈছিল। বন্ধকৰ ম্যাদ উকলি গ'ল। ভোলা ঠিকাদাৰে আমাৰ ওপৰত কেছ কৰিলে।

ৰাতুল : কেছত আমি জিকিলোঁ।

ভোবাৰী : এতিয়া হাইকৰ্ট কৰিছে। দাদাৰৰ গোটেই দৰমহা কেছত গৈছে। দেউতাৰ পইচাৰে মাহটোৰ পোন্ধৰ দিনমান চলোঁ। এতিয়া দেউতাৰো চাকৰি নাই। হাইকৰ্টলৈ অহা-যোৱা কৰিবলৈ হ'লে আমি জোলোঙা লৈ দুৱাৰে দুৱাৰে ভিক্ষা খুজিবগৈ লাগিব। *(মাত ঠোকাঠুকি)*

ৰাতুল : নবৌ!

ভোবাৰী : ৰাণুৰ বিয়াৰ ধাৰ শেষ হোৱাই নাই। এই সময়ত তুমি সুস্থিৰ হৈ কাম নকৰিলে কেনেকৈ হ'ব? যোৱা, গা-পা ধোৱাগৈ।

ৰাতুল : তথাপি ৰামস্বৰূপৰ পইচা মোক নালাগে নবৌ। প্ৰয়োজন হ'লে মই গাঁৱৰ প্ৰতিঘৰতে ভিক্ষা খুজিম গৈ, কিন্তু ৰামস্বৰূপৰ দয়া মোক নালাগে।

ভোবাৰী : কিন্তু ৰামস্বৰূপৰ লগত ফেৰ পাতি ল'লে আমাৰেই বিপদ।

ৰাতুল : জানো! কিন্তু ৰামস্বৰূপৰ শোষণৰ চেপাত জানি-বুজি মূৰ সুমুৱাই দিবলৈ কাকোৱেই মই এৰি দিব নোৱাৰোঁ। মই এইটোও জানো নবৌ মোৰ গাঁৱৰ মানুহেই ৰামস্বৰূপৰ হৈ মাত মাতিব, কাৰণ ৰামস্বৰূপৰ দয়াক তেওঁলোকে সোলাৰ মুখৰ মাখি বুলিয়েই ভাবে।

*(মাষ্টৰ ওলাই আহে)*

মাষ্টৰ : কি হে ভোবাৰী, ই ৰাতুলে............ অ', তই আহিলি। তোৰ যোৱাৰ সময় হোৱা নাই জানো?

ৰাতুল : হৈছে দেউতা, ওলাওঁগৈ। ব'লা নবৌ, কিবা এটা খাই যাওঁ নহয় জানো? *(ৰাতুল আৰু ভোবাৰী সোমাই যায়। মাষ্টৰে চাইকেলখন নিৰীক্ষণ কৰে। ৰৰমইনা ওলাই আহে।)*

মাষ্টৰ : তই কেনিবা যাব নেকি বৰমইনা?

বৰমইনা : দোকানৰ পৰা আহোঁ দেউতা।

মাষ্টৰ : *(চাইকেলখনৰ ওচৰলৈ যায় আৰু চেডেলখন পিটিকি চায়)* এইখিনিতে বহি গৈছে। দুখ পায়। মই আক' চকুৰে নমনো, অকণমান ধৰচোন টানি দিওঁ।

বৰমইনা : সেইখন আৰু টানি চিধা কৰিব নোৱাৰি দেউতা।

মাষ্টৰ : তেনেহ'লে মইনা মিস্ত্রিকে দেগৈচোন।

বৰমইনা : মইনা নালাগে, কোনো মিস্ত্রিয়েই সেইখন আৰু ভাল কৰিব নোৱাৰে দেউতা।

*(বৰমইনা ওলাই যায়। মাষ্টৰে যেন ক্ষুণ্ণ আৰু হতাশ হয়। নিজে চেডেলৰ স্প্ৰিংদাল টানি পোনাব খোজে। মঞ্চ আন্ধাৰ হয়।)*

## তৃতীয় দৃশ্য

*(মঞ্চসজ্জা আগৰ দৰেই। চাইকেলখন অন্য একাষে আওজাই থোৱা থাকে। চিন্তাক্লিষ্ট ভাবে বৰমইনা বহি থাকে। আঁৰ কাপোৰ উঠাৰ অলপ পিচতে ৰাতুল ভিতৰৰ পৰা আহে।)*

ৰাতুল : তুমি ইমানকৈ চিন্তা কৰি আছা কিয় দাদা! হাইক'ৰ্ট কৰিছে কৰক। চমন পাবা, যাবা।

বৰমইনা : কথাবোৰ ইমান সহজ হোৱা হ'লে চিন্তা নাছিল ৰাতুল। চেচন ক'ৰ্টত জিকিলোঁ, হাইক'ৰ্ট পালেগৈ, ইচ্ছা কৰিলে ভোলা ঠিকাদাৰে চুপ্রিম ক'ৰ্টো পাবগৈ পাৰে। তয়ো দৌৰিব লাগিব। উকীল-মুক্তিয়াৰৰ পৰা চকীদাৰ-পিয়নলৈকে তোষামোদ কৰিব লাগিব। মই নোৱাৰোঁ ৰাতুল, স্কুলত কেৰেণীৰ চাকৰি এটা কৰি এইবোৰ খেলা খেলিব নোৱাৰোঁ। মাটি বন্ধকত দিছিলোঁ। পাঁচ হেজাৰ টকাৰ বন্ধক। দেউতা-মই— দুয়ো তেজ পানী কৰি তিনি হেজাৰ টকাৰ ধাৰ মাৰিলোঁ। দুহেজাৰ মাৰিব নোৱাৰিলোঁ। সময় পাৰ হৈ গ'ল। সি কেছ কৰিলে। তাক মাটি-ঘৰ চমজাই দিব লাগে।

ৰাতুল : সেইবোৰ কথা মই জানো দাদা। এইটোও জানো যে মোক হোষ্টেলত থৈ পঢ়ুৱাবৰ কাৰণেই এইখিনি কৰা হ'ল।

বৰমইনা : সেই ধাৰত আমাৰ দুখ নাই ৰাতুল, কাৰণ তই ভালদৰে পাছ কৰিলি। আজি কালিতেই হয়তো তই চাকৰিও পাই যাবি, কাৰণ তোৰ ইণ্টাৰভিউ ভাল হৈছে।

ৰাতুল ঃ মই চাকৰিৰ কথা ভবা নাই দাদা। মই ভাবিছোঁ ঘৰ আৰু মাটি যেতিয়ালৈকে ব্যক্তিগত সম্পত্তি বুলি গণ্য হৈ থাকিব তেতিয়ালৈকে আমাৰ নিচিনাবোৰৰ অৱস্থা এনেকুৱাই হৈ থাকিব। দণ্ডিত বান্দৰ নচাৰ দৰেই আমি কেৱল এমুঠি ভোলা ঠিকাদাৰৰ ইচ্ছাত নাচি থাকিব লাগিব।

বৰমইনা ঃ মই সেইবোৰ কথা নুবুজো ৰাতুল।

*(এনেতে দূৰৈত শুনা যায়— থ্রি চিয়েৰ্চ ফৰ ৰাতুল বৰুৱা— হিপ্ হিপ্ হুৰে। চিঞৰ ওচৰ চাপি আহে। বৰমইনা বহাৰ পৰা উঠে। ৰাতুল কিছু আগুৱাই যায়। বাবুলাল, আনন্দ আৰু অন্য দুই-চাৰিজন ল'ৰা আহে আনন্দ আৰু বাবুলালে ৰাতুলক প্ৰায় দাঙি দি আকৌ চিঞৰে।)*

ৰাতুল ঃ কি হ'ল, কি হ'ল তহঁতৰ?

*(বোৱাৰী আৰু মাষ্টৰো ভিতৰৰ পৰা ওলাই আহে)*

*(পুনৰ হৰ্ষধ্বনি)*

*(বাবুলালে দীঘলীয়া খাম এটা উলিয়াই দিয়ে)*

বাবুলাল ঃ তোৰ চিঠি, মই খুলিলোঁ।

*(চিঠিখন ৰাতুলক দিয়ে। ৰাতুলে বৰমইনাক দিয়ে। বৰমইনাই মেলি লয়)*

মাষ্টৰ ঃ হেৰ', কি কথা? কিহৰ চিঠি?

আনন্দ ঃ ৰাতুলে চাকৰি পাইছে। নবৌ, বেইজ্ঞাৰ চাহাৰ, ডেৰাডুনৰ ট্ৰেইনিঙত যোৱাৰ আগতেই পাৰ্টি হ'ব লাগিব।

*(আকৌ থ্রি চিয়েৰ্চ.....)*

ৰাতুল ঃ কিন্তু তহঁতি ইমান স্ফূৰ্তি কৰিছ কিয় বাবুলাল?

বাবুলাল ঃ কি? আমাৰ স্ফূৰ্তি? অ'ই আনন্দ, ঠিকেইতো, চাকৰি পাইছে ই, আৰু আমাৰ স্ফূৰ্তি লাগিছে কিয়? সিতো আমাক ফৰেষ্ট গাৰ্ডো নল'ব চাগে'।

মাষ্টৰ ঃ তঁহতৰ স্ফূৰ্তি নালাগিব কিয়? কানি-কাপোৰৰ পৰা আদি কৰি পইচা পাতিলৈকে জোগাৰ কৰি দিছে ইহঁতিয়েই। তহঁতি যেন সদায় এনেদৰে থাকিব পাৰ বোপাই।

বোৱাৰী ঃ তোমালোক বহা দেই, মই চাহ কৰোঁগৈ।

আনন্দ ঃ জৰুল নবৌ, জৰুল।

বৰমইনা ঃ ঠিক আছে আনন্দ, বাবুলাল— তোমালোক কেউজন বহা, ময়ো কিবা এটা তোমালোকলৈ বিচাৰি-খোচাৰি আনোঁগৈ।

*(বৰমইনা বাহিৰলৈ যাব খোজে। বোৱাৰী ভিতৰ সোমায়)*

মাষ্টৰ ঃ হেৰ' বৰমইনা। চাইকেলখনকে লৈ যা।

বৰমইনা ঃ নালাগে দেউতা, সেইখন লৈ গ'লে সোনকালে হওঁক চাবি দেবি হে

হ'ব।

মাষ্টৰ : *(উদাসভাবে)* হয় নেকি। খোজ কাঢ়িয়েই যা তেনেহ'লে। *(কিবা ভাবি ভাবি মাষ্টৰো ভিতৰ সোমায়)*

আনন্দ : ঐ ৰেইঞ্জাৰ। দুই-তিনিবছৰতে গাড়ী কিনাৰ কথা নাভাবিবি কিন্তু!

বাবুলাল : ভবাত বেছি আপত্তি নাই। ভবা কামচব কৰাতহে আপত্তি।

ৰাতুল : তইঁতি মোক কি ভাবিছ বাবুলাল? এই চাকৰি মই কৰোঁনে নকৰোঁ এতিয়াও ক'ব নোৱাৰোঁ....

বাবুলাল : কি ক'লি?

ৰাতুল : শুন, যি চাকৰিয়েই মই নকৰোঁ কিয়, সিয়েই হ'ব মোৰ এই মাটিক, এই মানুহক সেৱা কৰাৰ উপায় মাত্ৰ।

আনন্দ : তবে তোৰ প্ৰমোচন নহ'ব।

বাবুলাল : এই, তইঁত ডিগ্ৰীলোৱা চবে ইমান টান টান কথা কিয় কৱ? মাটিক সেৱা, মানুহক সেৱা— তাতকৈ ষ্ট্ৰেট ক'— চাফচাফ কাম কৰিম, চাফচাফ দৰমহা লম। ফাংফুং চবক পাত্তা নিদিওঁ। এইতো?

আনন্দ : কলোৱেই দেখোন তাৰ প্ৰমোচন নহ'ব বুলি।

ৰাতুল : প্ৰমোচন হোৱা নোহোৱাটো আচল কথা নহয়। নতুন শস্য এডৰা কৰি তোলাৰ আগতে মাটিখিনিত কোৰ মৰা হয়, হালবোৱা হয়। বহুত গছ এনেয়ে মৰি যায়। হাবিৰ মাজত সোমাই থকা ভাল শইচৰ পুলিও কেতিয়াবা কটা যায়। কিন্তু নতুন শইচৰ কাৰণে সেইখিনিৰ প্ৰয়োজন আছে।

বাবুলাল : অ'ই ৰাতুল, ইমান ওল্টা-পাল্টা কথা কৈ জঞ্জালত পেলাইছ কেলেই? চাফ ক— নতুন ফচল লগাবলৈ মাটি চাহ হৈছে। সেই কাৰণে ভাল শইচ হৈয়ো তই যদি কটা যাব যাবি। তাত তোৰ দোষ নাই।

আনন্দ : তই হ'বলা চোজা কথাত বুজাই দিলি?

বাবুলাল : আৰে বি.এচ.চি., বি.এ. পাছৰ কথা আণ্ডাৰ মেট্ৰিকে বুজাই দিছে, সি চোজা নহৈ কি হ'ব?

ৰাতুল : চা বাবুলাল, আমি এটা ডাঙৰ কামত আগ বাঢ়িছোঁ। ৰামস্বৰূপৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ওলাইছোঁ। আমি বিক্ষোভ কৰি সুতখোৰ, ভেজালকাৰী মহাজন ৰামস্বৰূপৰ কাৰ্যৰ প্ৰতিবাদ কৰিবলৈ নাযাওঁ। আমি আমাৰ গাঁৱৰ ডেকাসকলে তাৰ সৰ্বগ্ৰাসৰ বাট বন্ধ কৰিব লাগিব হাতে-কামে। কষ্ট আমাৰ হ'ব। ৰামস্বৰূপৰ অনুকম্পাত থকাসকলে আমাক বাধা দিব। কিন্তু আমি কাৰ্যেৰে আমাৰ সৎ উদ্দেশ্যৰ কথা প্ৰতিপন্ন কৰিব

লাগিব।

আনন্দ ঃ তইতো চাকৰি লৈ যাবিগৈয়েই। বাকী যিবিলাক আছে দহ-বিশ টকা দিলেই ঠাণ্ডা হৈ যাব।

বাবুলাল ঃ 'বাকী চববিলাক'ৰ লগত মোকো ধৰিছ নেকি?

ৰাতুল ঃ আমি নিজৰ ওচৰত সৎ হ'ব নোৱাৰিলে সময়ৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিব নোৱাৰিম।

আনন্দ ঃ ডেৰাডুনৰ ট্ৰেইনিঙ স্কুল নে কলেজত বাঘ, ভালুক আৰু চোৰাং ঠিকাদাৰৰ প্ৰত্যাহ্বানৰ সন্মুখীন হোৱাৰ ট্ৰেইনিঙেৰে ৰামস্বৰূপক বলে নোৱাৰিবি। সি সেই বিলাকতকৈ জয়াল।

ৰাতুল ঃ পাৰিম।

বাবুলাল ঃ তবে তই যোৱাৰ আগতে কিবা কৰি যাবি।

ৰাতুল ঃ আজিয়েই আমি গোট খাম।

*(বোৱাৰী ওলাই আহে। আৰু বাৰাণ্ডাৰ পৰাই মাতে)*

বোৱাৰী ঃ আহাচোন, তোমালোক ভিতৰলৈ আহা।

বাবুলাল ঃ চাহ, নবৌ?

বোৱাৰী ঃ আহাচোন।

*(কেউটা উঠি ভিতৰলৈ যায়। কেনিবা যাব খোজা পোচাকেৰে মাষ্টৰ ওলাই আহে। চাইকেলখনলৈ কিছু সময় চায়। হেণ্ডেলদাল অলপ পোন কৰে। বোৱাৰী আহে)*

বোৱাৰী ঃ কেনি যায় দেউতা?

মাষ্টৰ ঃ চাইকেলখনৰ কথা বৰমইনাই কি ক'লে জানা বোৱাৰী? এইখন লৈ গ'লে বোলে সোনকাল হওক চাৰি দেৰিহে হয়। মই চলালে দেখোন ঠিকেই চলে বোৱাৰী। ইহঁতি চুলেই গণ্ডগোল লাগে। বৰমইনাই এইখনতে চাইকেল চলাবলৈ শিকিলে, ৰাতুলেও ইয়াতেই শিকিলে। কৈছোঁ নহয় স্কুলৰ পৰা আহি চাইকেলখন থবই নোৱাৰোঁ। সাউত কৰে কেনিবা লৈ গুচি যায়। চাইকেল লৈ যোৱাৰ বাবতে বৰমইনাই মোৰ পৰা কম মাৰ খোৱা নাই। এতিয়া আকৌ উপযাচি দিলেও নিনিয়ে।

বোৱাৰী ঃ আপুনিও চাহ একাপ খাব নেকি দেউতা?

মাষ্টৰ ঃ চাহ? অকণমান দিব পাৰা হওঁতে। ইহঁতজাকে খাইছে হ'ব পায়? কিনো দিলা খাবলৈ?

বোৱাৰী ঃ পিঠাগুৰি দুটামানকে দিছোঁ।

মাষ্টৰ ঃ দিয়া তেনেহ'লে, মোকো চাহ অকণমান দিয়া।

*(মাষ্টৰ সোমাই যায়। বোৱাৰীও সোমাই যায়)*

## (বিৰতি)

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য

*(মঞ্চ সজ্জাৰ কোনো পৰিবৰ্তন নহয়। একাষে চাইকেলখন উভতি থাকে। অৰ্থাৎ চকা দুটা ওপৰলৈ কৰি অলপ আগতে যেন কিবা মেৰামতি কৰিছিল। আঁৰ কাপোৰ উঠাৰ লগে লগে মঞ্চত কাকো দেখা নাযায়। অলপ পাচত বৰমইনা খঙেৰে ওলাই আহে। পিচে পিচে বোৱাৰী (ঘৈণীয়েক)*

বৰমইনা ঃ মিছামিছিকৈ মোক জুলুম কৰি নাথাকিবা। নাখাওঁ নাখাওঁ নাখাওঁ। মোৰ পেট ভৰি গৈছে।

বোৱাৰী ঃ কিন্তু নাখাই খং কৰি থাকিলে কি লাভ?

বৰমইনা ঃ মোক অকলশৰে থাকিবলৈ দিয়া।

বোৱাৰী ঃ আপুনি যদি নাখায়— ময়ো একো নাখাওঁ।

বৰমইনা ঃ দেউতাই তাৰ ওপৰত দোষ দিবলৈ নিদিয়ে। দেউতাই ভাবে সি যি কৰে ভালকে কৰে। অথচ তাৰ বাবেই— এই ঘৰ-মাটি বন্ধক দিব লগা হ'ল। তাৰ বাবেই সমস্ত পইচা খৰচ কৰিব লগা হ'ল, তাৰ বাবেই দিনৰ পিচত দিন ধৰি ক'টলৈ দৌৰিছোঁ। সি চাকৰি নকৰে! সি ৰামস্বৰূপৰ লগত ফেৰ মাৰিবলৈ ডেকা ল'ৰা উচতায়!

বোৱাৰী ঃ এইবোৰ যিহকে-তিহকে গাইছে কেলেই? সিতো জনা-বুজা ল'ৰা। সি জানো ঘৰখনৰ অৱস্থা দেখা নাই?

*(ৰাতুল ভিতৰৰ পৰা ওলাই আহে)*

ৰাতুল ঃ দাদাক তেওঁৰ মনৰ কথা ক'বলৈ দিয়া নবৌ। মই সকলো শুনিছোঁ। কৈ যোৱা দাদা, সকলো কথা খুলি কোৱাঁ। মই অকণো বেয়া নাপাওঁ।

*(বৰমইনাই অস্থিৰভাবে ইফালে-সিফালে যায়। এবাৰ গৈ মুঢ়া এটাত বহেগৈ। বোৱাৰীৰ চকুত আতঙ্ক)*

বোৱাৰী ঃ তুমি দাদাৰৰ কথাত নালাগিবা ৰাতুল।

ৰাতুল ঃ দাদাৰ কথাত মই কিয় লাগিম নবৌ? দাদাই উচিত কথাই কৈছে— যি সময়ত হেজাৰ হেজাৰ শিক্ষিত ডেকা চাকৰিৰ বাবদ অফিচে অফিচে দৌৰিছে, সেই সময়ত মই— এটি প্ৰাচুৰ্যৰ সম্ভাৱনা থকা চাকৰিক নেওচা

দিছোঁ। অথচ— এইখন ঘৰ ঘৰহে থাকিবলৈ টকা লাগে। হাইকৰ্টত মাটি-ভেটি লৈ কেচ চলিছে, ৰাণুৰ বিয়াৰ ধাৰ টুটাব পৰা নাই, ৰামস্বৰূপে আৰু দুদিনমানতে বহুত পুৰণা ধাৰ উলিয়াবহি পাৰে, এই ঘৰলৈ পুলিচ আনিব পাৰে, দাদাক আকৌ ক'ৰ্টলৈ নিব পাৰে।

বৰমইনা : *(হঠাৎ খঙেৰে ঘূৰি)* সেই দৃশ্য চাবলৈকে তই বৰ আশাৰে বৈ আছ নহয়? কৈ যা, আৰু কি চাবলৈ আশা কৰ? বুঢ়া বয়সত দেউতাই ঘৰে ঘৰে ভাত বিচাৰি যাওক, নবৌৰেৰৰ কাণৰ-ডিঙিৰ যৌতুকৰ অলঙ্কাৰ নাইকিয়া হওক— তাকো চাই তোৰ ভাল লাগিব পাৰে।

ৰাতুল : মোক লৈ ইমান নিষ্ঠুৰ কল্পনা তুমি কেনেকৈ কৰিলা দাদা? ... ছোঁ তোমাৰ খং উঠিছে। তোমাৰ আচলতে খং উঠিছে— ৰামস্বৰূপক জোকাই লোৱাৰ কাৰণে। তোমালোকে ভাবা সিহঁতৰ অনুকম্পাৰ অবিহনে তোমালোকৰ অস্তিত্বই কঁপি উঠিব।

বৰমইনা : তোৰ অহংকাৰ কিমান দিন টিকিব সেই কথা মই জানো।

বোৱাৰী : ৰাতুল, মই কাবৌ কৰিছোঁ ৰাতুল, তুমি মনে মনে থাকা।

ৰাতুল : তুমি মোৰ খং উঠিছে বুলি ভাবিছা নহয় নবৌ? দাদাৰ ওপৰত মোৰ কিয় খং উঠিব?

বৰমইনা : শুন ৰাতুল, ইয়াৰ পিচৰ পৰা যেন ভোলা ঠিকাদাৰ, হাইকৰ্ট আৰু ৰামস্বৰূপৰ তয়েই মুখামুখি হব।

বোৱাৰী : ৰাতুল, তুমি ভিতৰলৈ ব'লা। দেউতা গা ধোৱা ঘৰৰ পৰা ওলাই আহি এইখন চিঞৰ-বাখৰ শুনিলে বৰ দুখ পাব।

*(বৰমইনা বহেগৈ। ৰাতুলে আহি চাইকেলখন তোলেহি। একাষে আওজাই থয়। নবৌৱেকৰ পিচে পিচে ভিতৰলৈ সোমাই যায়।*

*ৰাতুল-নবৌৱেক সোমাই যোৱাৰ কিছু সময় পিচত আনন্দ আৰু বাবুলাল আহে। বাবুলালে দূৰৰ পৰাই ৰাতুলক চিঞৰি আহে।)*

বৰমইনা : কাক লাগে?

বাবুলাল : ই ৰাতুলক.....

বৰমইনা : ৰাতুলে তোমালোকক আৰু কি কৰি দিব লাগে?

বাবুলাল : মানে.... ই...... মানে..... *(আনন্দক)* কচোন আনন্দ।

বৰমইনা : শুনা, বন্ধু হিচাপে ৰাতুলৰ মঙ্গল তোমালোকে কামনা কৰানে নকৰা?

আনন্দ : আপুনি কি কৈছে দাদা?

বৰমইনা : ৰাতুলৰ মূৰত কি সোমাইছে? কিয় সি চাকৰি নকৰাৰ কথা কৈছে? কিয় তোমালোকে তাক ৰামস্বৰূপৰ বিৰুদ্ধে যুঁজিবলৈ আগবঢ়াই দিছা? এইখন

ঘৰ ধ্বংস হৈ গ'লে, এমুঠি ভাতৰ কাৰণে হাঁহাকাৰ কৰি থাকিব লগা হ'লে তোমালোকৰ কি লাভ হ'ব? তোমালোকে জানানে তাক কিমান দুখৰ পইচাৰে হোষ্টেলত ৰাখি পঢ়ুৱালোঁ? তাক এৰি দিয়া বাবুলাল, তাক মানুহ হ'বলৈ এৰি দিয়া। ইয়াত থাকি সি কি কৰিব? সি নহ'লে কি এইখন গাঁৱৰ মানুহ নাখাই মৰিব?

আনন্দ : আমি ৰাতুলৰ বেয়া হোৱাটো বিচৰা নাই দাদা।

বৰমইনা : কিন্তু সি কৰিব খোজা প্ৰতিটো কামতেই তোমালোকৰ সহযোগ আছে আৰু সি কৰা প্ৰতিটো কামেই অন্ততঃ ঘৰখনৰ মঙ্গল নকৰে।

*(বৰমইনা সোমাই যায়। আনন্দ আৰু বাবুলাল নিশ্চল হৈ ৰৈ থাকে)*

বাবুলাল : মাথাটো কিবা গোলমাল লাগি গৈছে!

আনন্দ : ব'ল যাওঁ।

বাবুলাল : কিন্তু ৰাতুলক চাফ চাফ কৈ থওঁ যে এই ৰকম গালি-গালাজ খাবলৈ আমাৰ কোনো দৰকাৰ নাই।

আনন্দ : দৰকাৰ নাই। ব'ল।

বাবুলাল : গালি খাবি আৰু চুপ-চাপ গুচি যাবি? ধুইত্ *(ডাওৰকৈ)* ঐ ৰাতুল, ৰাতুল *(আনন্দক)* তয়ো চিঞৰ না।

*(ৰাতুল ওলাই আহে)*

ৰাতুল : ঐ, কেতিয়া আহিলি? ঠিয় হৈ আছ কিয়, বহ্ বহ্।

*(দুয়োটা ৰৈ থাকে। মুখেৰে একো নামাতে)*

কি হ'ল তহঁতৰ? বহচোন। দোকানৰ বস্তুবোৰ আহিল নে নাই? আৰে, তহঁতি দেখোন হাঁ কৰি মোৰ মুখলৈ চাই আছ? কিবা গণ্ডগোল লাগিছে নেকি? *(আনন্দক হেচুকি)* এই আনন্দ, কথা কি কচোন? ৰামস্বৰূপৰ মানুহে.....

বাবুলাল : ৰামস্বৰূপৰ মানুহে জুলুম কৰা নাই, কৰিব নোৱাৰেও। জুলুম কৰিছে তোৰ মানুহে। চাফ চাফ ক'বলৈ হ'লে তোৰ দাদাই আমাক গালি দিছে। বুজিলি?

আনন্দ : ৰাতুল, তই চাকৰি কৰ, ধন-পইচা উপাৰ্জন কৰ, ঘৰ চম্ভাল। আমাতকৈ বেছি পঢ়া-শুনা কৰিলি। এতিয়া তই এইবিলাকত লাগি থাকিলে নহ'ব।

ৰাতুল : দাদাই তহঁতক কি কৈছে বাবুলাল?

বাবুলাল : চাফ চাফ ক'বলৈ হ'লে— তোৰ দাদাই কৈছে আমি নেকি তোৰ মাথা গোলমাল লগাই দিছোঁ।

ৰাতুল : *(হাঁহি)* তহঁতি বেয়া পাইছ?

*(দুয়ো নিমাত)*

ক, বাবুলাল, তহঁতি বেয়া পাইছ?

বাবুলাল : গালি খাই মানুহে কি ভাল পায় নেকি?

ৰাতুল : দেউতায়ো ভাবে— মই ইয়াতে থাকি এই মানুহখিনিৰ কাৰণে কিবা এটা কৰোঁ। কাৰণ দেউতাই নিজে এনে এটা আদৰ্শকে বাছি লৈছিল। দাদাই ভাবে মই এনে এটা কাম কৰোঁ যাৰ দ্বাৰা ঘৰখনৰ সকলোৰে মুখলৈ হাঁহি আহে। দাদাৰ কথাত তহঁতি বেয়া নাপাবি আনন্দ-বাবুলাল। আচ⁻ তে তেওঁ মোক বৰ ভাল পায়।

বাবুলাল : চাফ চাফ ক— আমি তোৰ মাথা খাৰাপ কৰিছোঁ নেকি?

ৰাতুল : শুন, দেউতাই নিজে অত্যন্ত আদৰ্শ জীৱন-যাপন কৰি আহিছে। তথাপি তেওঁ প্ৰাচীন মোহত আবদ্ধ। চাইকেলখন, এই চাইকেলখন দেখিছ নহয়, এসময়ত এইখন চাইকেল লৈ বহুত কাম কৰিছে। গতিকে এতিয়া প্ৰায় অচল হৈ যোৱাতো দেউতাই ইয়াৰ মোহ এৰিব নোখোজে। তেওঁলোক আবেগৰ দ্বাৰাই অধিক পৰিচালিত।

বাবুলাল : চোজাকৈ কচোন।

ৰাতুল : সহজকৈয়ে কৈছোঁ বাবুলাল— এসময়ত এই চাইকেলখনে ভাল কাম কৰিছিল, গতিকে আজিও তাক ৰাখি থ'ব লাগে, পাৰ্টচ চেইঞ্জ কৰি কৰি অৰ্থাৎ টাপলি মাৰি মাৰি হ'লেও তাক চালু কৰি ৰাখিব লাগিব। এয়া দেউতাহঁতৰ কথা। দাদাহঁত বিভ্ৰান্ত। ৰামস্বৰূপহঁতে আমাৰ সৰ্বনাশ কৰিছে বুলি তেওঁলোকেও জানে। কিন্তু সিহঁতৰ ফাঁকি দিয়াৰ বাটো দাদাহঁতেই ঠিক কৰি দিয়ে। এওঁলোকৰ কথাত খং কৰিলে, দুখ পালে কেনেকৈ হ'ব বাবুলাল?

আনন্দ : *(হুমুনিয়াহ কাঢ়ি)* তইতো বৰ লম্বা কথা কৈ দিলি ৰাতুল। কি বাবুলাল, ইয়াৰ সকলো কথা বুজি পাইছ?

বাবুলাল : চাফ চাফ ক'বলৈ হ'লে— চাইকেল পুৰণা হৈছে, বন্দি হৈছে, বদলি কৰিব লাগে। খালি পাৰ্টচ বদলি কৰি থাকি লাভ নাই। এইতো? কিন্তু দাদাৰ গালি কিয় খাব লাগে সেইটো ভালদৰে নুবুজিলোঁ।

আনন্দ : ঐ বুৰ্বক, ৰামস্বৰূপে ভেজাল কৰিছে, ৰামস্বৰূপে সুদ খাইছে, ৰামস্বৰূপে গৰীবৰ পইচা লুটিছে— এইবিলাক যে চিএৰি থাক, এতিয়া ৰামস্বৰূপক নাপাত্তা কৰিবলৈ তই-মই-আমি সকলোৱেই চিজিলমতে কাম কৰিব লাগে আৰু এনেকৈ কাম কৰোঁতে গালি-গালাজ খালেও তাত খং কৰিব নালাগে। চাৰহঁত দুখ কৰি থকা মানুহ, দাদাহঁত গালি-গালাজ কৰা মানুহ

আৰু আমি হক কাম কৰি যোৱা মানুহ।

বাবুলাল ঃ নাই বুজা বুলি ক'লেতো আক' মোক বুৰ্বক বুলি কবি। বুজিলোঁ দে।

ৰাতুল ঃ আমি ব'ল যাওঁ আনন্দ। হেডমাষ্টৰে মোক এবাৰ দেখা কৰিবলৈ কৈছিল। তেখেতৰো সহায় আমাক লাগে।

আনন্দ ঃ ব'ল তেতিয়াহ'লে।

*(তিনিও ওলাই যায়। অলপ পাচত মাষ্টৰ সোমাই আহে। পৰিপাটি পোচাক। মাষ্টৰে আহি চাইকেলখন চাইহি। পিচ চকাত পাম্প নাই)*

মাষ্টৰ ঃ হেৰ' মোৰ চাইকেলৰ পৰা পাম্পটো কোনে নিলি? ছেঃ দেও, থোৱা ঠাইত বস্তু নাপালে টিঙিচকৈ খং উঠে। হেৰা বোৱাৰী, বোলো শুনিছানে? *(বোৱাৰীয়েক ওলাই আহে)*

বোৱাৰী ঃ কি হ'ল দেউতা?

মাষ্টৰ ঃ পাম্পটো নাই দেখোন ইয়াত। ছেঃ বেলিয়েই হ'ল এতিয়া। মই মানে বুজিছা পাংচুৱেলিটিৰ ওপৰত বৰ জোৰ দিওঁ। ল'ৰাক পাংচুৱেলিটিৰ কথা কওঁ, বানান লিখিবলৈ দিওঁ, তেনেস্থলত মই নিজেই যদি পাংচুৱেল নহওঁ কেনেকৈ হ'ব? ই ৰাতুল ক'লৈ গ'ল?

বোৱাৰী ঃ ভিতৰৰ পৰা দেখোন কেতিয়াবাই ওলাই আহিল।

মাষ্টৰ ঃ কেতিয়াবাই ওলোৱাটোও পাংচুৱেলিটি নহয় বুজিছা বোৱাৰী? সময়ত সময়ৰ কাম কৰিবলৈ শিকিব লাগে।

বোৱাৰী ঃ ডাক্তৰে দেখোন আপোনাক চাইকেল চলাবলৈ মানা কৰিছে।

মাষ্টৰ ঃ হে'ৰা, ডাক্তৰে বহুত কাম কৰিবলৈকে মানা কৰে। ডাক্তৰক ক'বা— চাইকেল নচলালেহে মোৰ বেমাৰ বেছি হ'ব।

বোৱাৰী ঃ এতিয়ানো কেনি যায় দেউতা?

মাষ্টৰ ঃ তুমি কি কথা সুধিছাহে? স্কুললৈ যাওঁ আক'।

বোৱাৰী ঃ আজি আক' স্কুললৈ কিয় যায় দেউতা?

মাষ্টৰ ঃ কি? তুমি..... তুমি..... *(হঠাৎ মনত পৰি)* অ' এৰা, এতিয়াতো মই স্কুলৰ মাষ্টৰ নহয়, এতিয়া মই ৰিটায়াৰ্ড। হঠাৎ আজি মোৰ স্কুললৈ ওলাবলৈ কিয় মন গ'ল বোৱাৰী? একুৰি উনৈশ বছৰ.... একুৰি উনৈশ বছৰ মই স্কুললৈ অহা-যোৱা কৰিলোঁ। জানা বোৱাৰী, মোৰ বিদায় সভাৰ দিনা ল'ৰাবোৰে খুব কান্দিছিল। মই..... মই কিন্তু ঠিক কন্দা নাছিলো..... কিন্তু মোৰো কিবা এটা হৈছিল।

*(মাষ্টৰ লাহে লাহে মুঢ়া এটাত বহে)*

একুৰি উনৈশ বছৰ বোৱাৰী....... মোৰ দেউতাও মাষ্টৰ আছিল....... ময়ো

মাষ্টৰ আছিলোঁ.......

*(বৰমইনা ভিতৰৰ পৰা ওলাই আহে)*

আৰু ই বৰমইনা, মাষ্টৰ নহ'লেও মাষ্টৰেই। এইখন ঘৰত এক পৰম্পৰা গঢ়ি উঠিছে।

বৰমইনা : আৰু সেই পৰম্পৰাই হয়তো এই ভেটিৰ শেষ চিনকণো নাইকিয়া কৰিব।

মাষ্টৰ : তই কি কৈছ বৰমইনা!

বৰমইনা : ঠিকেই কৈছোঁ দেউতা, মাষ্টৰী কৰি জীৱনত আপুনি কি কৰিব পাৰিলে? মেট্ৰিক পাছ কৰাৰ পিচত মোক আপুনি পঢ়ুৱাব নোৱাৰিলে, মই [illegible] ত কেৰাণীৰ চাকৰি ল'ব লগা হ'ল। ৰাতুলক পঢ়ুৱাবলৈ গৈ [illegible]ছাৰীত উঠিব লগা হ'ল।

বোৱাৰী : দেউতাক আপুনি কি কৈছে!

মাষ্টৰ : ক'বলৈ দিয়া বোৱাৰী— তাক ক'বলৈ দিয়া। ক বৰমইনা, তই কি ক'ব খুজিছ - কৈ যা।

বৰমইনা : চাওক দেউতা, আপোনাৰ লগতে স্বৰাজৰ কাম কৰি ধৰ্মেশ্বৰ বৰুৱা আজি লাখপতি, আলি হাইদৰ, বিজয় চাংমাই— আপোনাৰ মোৰ দৰেই মাহেকীয়া দৰমহাৰ চৰকাৰী চাকৰি কৰিও কেইবা পুৰুষৰ বাবে সম্পত্তি সাঁচি থ'ব পাৰিছে। তেওঁলোকে চাকৰিৰ পৰা অৱসৰ লৈয়ো নিজৰ ভৱিত থিয় দি আছে, অথচ আপুনি চাই থাকিব লাগিব.........

মাষ্টৰ : কিন্তু মই সেই জীৱন বিচৰা নাছিলোঁ। সেই জীৱনক মই ঘিণ কৰোঁ।

বোৱাৰী : দেউতা, আপুনি ভিতৰলৈ ব'লক দেউতা। ডাক্তৰে আপোনাক বৰকৈ ঘূৰি ফুৰিবলৈ মানা কৰিছে নহয়।

মাষ্টৰ : ঠিকেই বোৱাৰী, মোৰ দেহাটো এতিয়া সৌ চাইকেলখনৰ পাম্প যোৱা চকাটো। চকা আছে ঠিকেই, কামত নাহে। বৰমইনা, তই ঠিকেই কৈছ— এতিয়াৰ পৰা মই তহঁতৰ মুখলৈকে চাই থাকিব লাগিব। দৰমহাতো আৰু নাপাওঁ! অথচ তহঁতৰ হাতত মই একো সম্পত্তিকে তুলি দিব নোৱাৰিলোঁ।

বৰমইনা : আপোনাৰ সম্পত্তিৰে, আপোনাৰ অৰ্জনেৰে ময়ো আৰামৰ জীৱন বিচৰা নাই দেউতা, মই মাথোন ক'ব খুজিছোঁ— এই চাকৰিৰে আপুনি কাৰ বাবে কি কৰিব পাৰিলে?

মাষ্টৰ : বৰমইনা, মই মানুহ হৈ জীয়াই আছোঁ, তাতকৈ আৰু একোৱেই মোক নালাগে।

বৰমইনা : মাৰ মৃত্যু হৈছিল চিকিৎসাৰ অভাৱত। সময়মতে ডাক্তৰ আনিব নোৱাৰা,

দৰব খুৱাব নোৱাৰাৰ কাৰণেই মাক আমি সময়ৰ আগতেই হেৰুৱালোঁ। আমাৰ অতীত নাছিল, বৰ্তমান নাই, ভৱিষ্যতো নহ'ব।

মাষ্টৰ : বৰমইনা!

বোৱাৰী : *(বৰমইনাক)* কিহে পাইছে আপোনাক এইবোৰ ক'বলৈ? কি হৈছে আপোনাৰ?

বৰমইনা : তুমি মনে মনে থাকা।

মাষ্টৰ : ক'বলৈ দিয়া বোৱাৰী, ক'বলৈ দিয়া। মই জানো তাৰ মনত বহুত দুখ জমা হৈ আছে। সি ভাবিছে মোৰ অসমৰ্থতাৰ বাবে তাৰ মাক অকালতে মৰিল, মোৰ অসমৰ্থতাৰ বাবে তাক পঢ়াই-শুনাই, ভাল চাকৰি এটাৰ বাবে উপযুক্ত কৰি গঢ়ি তুলিব নোৱাৰিলোঁ। আৰু ক বৰমইনা, আৰু ক। ইমান দিনে মই ভাবিছিলোঁ— মোৰ যৌৱনৰ প্ৰতিটো ক্ষণ দেশৰ স্বাধীনতাৰ বাবে উছৰ্গা কৰি জীৱনক মই ধন্য কৰিছিলোঁ, মই ভাবিছিলোঁ— মোৰ চাৰিওফালৰ মানুহবোৰে ভোগ-বিলাস-অৰ্থলিপ্সাৰ বোকাত লুতুৰি-পুতুৰি হৈ থকাৰ সময়তো মই নিজকে তাৰ পৰা মুক্ত ৰাখি গৌৰৱৰ পাত্ৰ হৈছিলোঁ। কিন্তু বৰমইনাই মোক বুজাই দিছে— মই আচলতে একোৱেই কৰিব নোৱাৰিলোঁ।

বোৱাৰী : আপুনি ভিতৰলৈ আহক দেউতা।

মাষ্টৰ : বৰমইনা, তই হয়তো ভাবিচ ৰাতুলক ময়েই চাকৰিটো ল'বলৈ উৎসাহ নিদিলোঁ। মই তাক চাকৰি ল'বলৈ মানা কৰা নাছিলোঁ বৰমইনা, মই মাথোন তাক কৈছিলোঁ— সি যেন তাৰ বিবেকৰ বিৰুদ্ধে কাম নকৰে।

বৰমইনা : কিন্তু যি বিবেকৰ যুক্তিৰে সি কাম কৰিলে তাৰ দ্বাৰা তাৰ নিজৰ লগতে গোটেই ঘৰখনৰ ভৱিষ্যতেই শেষ হৈ যাব।

বোৱাৰী : মই কাবৌ কৰিছোঁ, আপুনি মনে মনে থাকক। দেউতাক এইবোৰ কথা কৈ দুখ দিছে কিয়?

মাষ্টৰ : নাই, নাই বোৱাৰী, মই দুখ পোৱা নাই। বৰমইনাই ক'ব খুজিছে— টকা, টকা লাগে। টকা নহ'লে একো কৰিব নোৱাৰি। কাৰোবাক বিজ্ঞানী কৰি গঢ়ি তুলিবলৈকো টকা লাগে, ডাক্তৰ কৰিবলৈকো টকা লাগে, ভদ্ৰলোক কৰিবলৈকো টকা লাগে। আদৰ্শ খাই কোনো জীয়াই থাকিব নোৱাৰে। মাষ্টৰৰ পুতেক বিজ্ঞানী হ'ব নোৱাৰে, ডাক্তৰ-ইঞ্জিনীয়াৰ হ'ব নোৱাৰে, একো হ'বগৈ নোৱাৰে, নহয়নে বৰমইনা? এইবোৰ কথা, এইবোৰ কথা কিন্তু মই নাজানিছিলোঁ। পৃথিৱীখন ইমান কঠিন হৈ গ'ল.........

*(মাষ্টৰ ক্লান্ত হৈ বহি পৰে। বোৱাৰীৰ চকুত চকুপানী। বৰমইনা অন্যফালে*

*ঠিয় হৈ থাকে। কিছু সময় নিবব)*

বোৱাৰী,

*(বোৱাৰীৰ চকুৰ পৰা ধাৰাসাৰে চকুপানী পৰে। ববমইনা লাহে লাহে ভিতৰ সোমাই যায়।)*

বোৱাৰী : ভিতৰলৈ বলক দেউতা।

মাষ্টৰ : ৰাতুলৰ ওপৰত ববমইনাৰ খং উঠিছে। তুমি, মানে তোমাৰ আক' কি হ'ল?

বোৱাৰী : আপুনি দুখ পাইছে দেউতা? আচলতে তেখেত বিবুদ্ধিত পৰিছে। ৰ তাৰিখে হেনো কেছৰ দিন। কালি চমন আহিছে।

মাষ্টৰ : তাৰ কথা মই জানো বোৱাৰী। তাৰ মনৰ দুখ ময়ো বুজি পাওঁ। কিন্তু তাক তুমি বুজাবা বোৱাৰী, টকাই সকলো নহয়। ধনী সহজেই হ'ব পাৰি, মানুহ হোৱা বৰ টান। আমাক মানুহ লাগে বোৱাৰী, দুখ-সুখৰ ভাগ ল'ব পৰা মানুহ লাগে।

*(মাষ্টৰ লাহে লাহে উঠে আৰু বাহিৰলৈ যাব খোজে।)*

বোৱাৰী : কেনি যায় দেউতা? এই ৰ'দখনত এতিয়া ওলাই গ'লে আক' গা অসুখ কৰিব। ডাক্তৰে.....

মাষ্টৰ : ডাক্তৰে কি কৈছে বোৱাৰী? ডাক্তৰে কি কয় সেইটো মই জানো— complete rest ল'ব লাগে, মাগুৰ মাছৰ জোল খাব লাগে, দিনে এক লিটাৰমান গাখীৰ খাব লাগে, দৰব নিয়মিতৰূপে খাই থাকিব লাগে— এয়েতো? *(হাঁহি)* হ'ব বোৱাৰী, হ'ব, কিন্তু মই এবাৰ স্কুলৰ পৰা আহিবঁগে লাগিব।

বোৱাৰী : স্কুললৈ কিয় দেউতা?

মাষ্টৰ : আজি বুধবাৰ নহয় জানো? আজি ক্লাছ এইটত ইংৰাজী গ্ৰামাৰ আছে। এৰা, এতিয়া সেইটো ক্লাছ বা কোন মাষ্টৰে কৰিছে? কেনেকৈনো বুজাইছে মই অলপ চাই আহিব লাগিব। একুৰি উনৈশ বছৰ ল'ৰাৰ লগত থাকিলোঁ— সিহঁতৰ মনটো খুব ভালদৰে বুজি পাওঁ। ল'ৰাৰ মন নুবুজিলে মাষ্টৰী কৰিবা কেনেকৈ? আচল কথা কি ক'ব পাৰা বোৱাৰী— আমি গুৰিৰ পৰাই দেশখন গঢ়িব লাগিব আৰু তাৰ বাবে শিক্ষা পদ্ধতিৰ পৰিবৰ্তন লাগিব। গণ্ডগোল কি জানা? ভাল মেৰিটবোৰ ডাক্তৰ, ইঞ্জিনীয়াৰ বা কিবা-কিবি পৰীক্ষা দি চৰকাৰী চাকৰিত সোমাইছে, মজলীয়া বিধ আহি সোমাইছেহি স্কুলত। এইটো এটা বেয়া কথা হোৱা নাই জানো কোৱাচোন?

ই বৰমইনা ক'লৈ গ'ল?

বোৱাৰী : ভিতৰতে আছে।

মাষ্টৰ : তাক চিন্তা কৰিবলৈ মানা কৰিবা।

*(ভিতৰত বৰমইনাক দেখা যায়)*

হেৰ' বৰমইনা?

*(বৰমইনা ওলাই আহে)*

অকণমান স্কুলৰ পৰা আহোঁ বুলিছিলোঁ। চাইকেলখনত আক' 'পম' নাই। 'পম'টো মাৰিলে বুকুখনত দেখোন গেজেংকৈ মাৰে।

বৰমইনা : এইখন চাইকেল এইটো গাৰে আপুনি চলাব নোৱাৰে। স্কুললৈনো কিয় যায়?

মাষ্টৰ : নহয় অ', মোৰ প্ৰিয়ড কেইটা কাক দিলে জানো— এবাৰ চাই আহোঁ। ক্লাছ এইটত মই verb ৰ বেলেগ বেলেগ ব্যৱহাৰ বুজাই দিয়াৰ কথা আছিল। সময়েই নহ'লগৈ। সিহঁতক কৈছিলোঁ যেতিয়া......

বৰমইনা : হেড মাষ্টৰে আপোনাক যদি ক্লাছ ল'বলৈ নিদিয়ে?

মাষ্টৰ : ক্লাছ ল'বলৈ নিদিয়ে? (আবেগ জড়িত *হৈ)* হয়তো, মোকতো হেডমাষ্টৰে ক্লাছ ল'বলৈ নিদিব পাৰে? এতিয়াতো ক্লাছত সোমোৱাৰ অধিকাৰ মোৰ নাই। মই ৰিটায়াৰ্ড। হেডমাষ্টৰে মোক কি অধিকাৰত ক্লাছত সোমাবলৈ দিব? কোনোবা শিক্ষকে, কোনোবা ছাত্ৰই, কোনোবা অভিভাৱকে অথবা কোনোবা ৰাইজৰ প্ৰতিনিধিয়ে যদি ইন্সপেক্টৰ অফিচলৈ ৰিপ'ৰ্ট কৰে। নাই নাই, মোৰ কোনো অধিকাৰ নাই, একুৰি উনৈশ বছৰ চাকৰি কৰা স্কুলখনতে এতিয়া মোৰ কোনো অধিকাৰ নাই। অথচ এইখন স্কুল মই নিজ হাতেৰে গঢ়িছিলোঁ, মই নিজে বাঁহ কটিয়াইছিলোঁ, মই ঘৰে ঘৰে ছাত্ৰ বিচাৰি গৈছিলোঁ।

*(মাষ্টৰক বৰ ক্লান্ত যেন দেখা যায়)*

বোৱাৰী : *(অলপ ওচৰ চাপি গৈ)* দেউতা!

বৰমইনা : *(কাষ চাপি গৈ)* আপোনাৰ ভাগৰ লাগিছে দেউতা, আপুনি অকণমান শুই থাওকগৈ।

মাষ্টৰ : নাই, নাই, মোৰ একো হোৱা নাই। নতুনৰ বাবে পুৰণিয়ে বাট এৰি দিব লাগিব নহয় বৰমইনা। তাত বেজাৰ কৰিবলৈ কি আছে? *(বিষণ্ণভাবে হঁহাৰ চেষ্টা কৰে)* এই চাইকেলখনেৰে, বুজিছা বোৱাৰী এইখন চাইকেলেৰে এদিন মই চল্লিছ-পঞ্চাশ মাইল দূৰলৈকে গৈছিলোঁ, এতিয়া এইখন চাইকেল লৈ বৰমইনাক সিমান দূৰলৈ যা বুলি কেনেকৈ কম? চাইকেলখনতো সিমান দূৰলৈ নচলে!

*(কোবাকুবিকৈ ৰাতুল সোমাই আহে)*

ৰাতুল : নবৌ!

বোৱাৰী : কি হ'ল ৰাতুল, উধাতু খাই আহিছা দেখোন।

ৰাতুল : কি হ'ল, দেউতা, দাদা......

মাষ্টৰ : তই কেনি গৈছিলি ৰাতুল?

ৰাতুল : দেউতা, আপোনাৰ ঠাইত কাইলৈৰ পৰা মোৰ এপইণ্টমেণ্ট।
*(বৰমইনাই মূৰ তুলি চাই)*

মাষ্টৰ : মানে?

ৰাতুল : কাইলৈৰ পৰা ময়ো মাষ্টৰ দেউতা। হেডমাষ্টৰে মোক কাইলৈ পৰা স্কুলত কাম কৰিবলৈ কৈছে।

মাষ্টৰ : *(উৎফুল্লিত হৈ)* ৰাতুল!
(বৰমইনা ভিতৰলৈ যাব খোজে)

ৰাতুল : দাদা, গাঁৱত থাকিয়েই মই চাকৰি কৰিম। তুমি বেয়া পাইছা?

বৰমইনা : মোৰ ভালপোৱা বেয়াপোৱাৰে একো নহয় ৰাতুল। কপালত যেতিয়া ভোগ নাথাকে— চকুৰ আগত্ত এনে বাটকেই পৰি থকা দেখে।

মাষ্টৰ : *(ক্ষোভেৰে)* নাই নাই, বৰমইনাই বেয়া পোৱা কাম তই নকৰিবি ৰাতুল, তোৰ ভৱিষ্যত তই ধ্বংস নকৰিবি। বৰমইনাই ঠিকেই কৈছিল— কি কৈছিল জান?

বোৱাৰী : দেউতা!

মাষ্টৰ : বৰমইনাই কৈছিল— তহঁতৰ মাৰক মই সময়মতে চিকিৎসা কৰাব নোৱাৰি মাৰিলোঁ। ঠিক কৈছিল, ঠিক কৈছিল বুজিছ, শিক্ষকতাৰ পৰম্পৰা শেষ হওক, শেষ হওক ৰাতুল, তোৰ ককায়েৰে বেয়া পাইছে।

ৰাতুল : কিন্তু দেউতা......

মাষ্টৰ : হয় ৰাতুল, ময়ো ভাবিছোঁ— তোৰ জন্মৰ পিছত আত্মীয়-কুটুম্ব সকলোৱেই আহি তোক হাকিম হ'বলৈ আশীৰ্বাদ দিছিল, ডাক্তৰ-ইঞ্জিনীয়াৰ হ'বলৈ আশীৰ্বাদ দিছিল, কিন্তু মাষ্টৰ হ'বলৈ কোনেও আশীৰ্বাদ দিয়া নাছিল।

ৰাতুল : কিন্তু শিক্ষকৰ সেই দুৰ্দশা এতিয়া আৰু নাই দেউতা। সেৱা আৰু জীৱিকাৰ এই......

বৰমইনা : বক্তৃতা তই মুখস্থ কৰিয়েই থৈছ।

ৰাতুল : দাদা, তুমি ইমান খং কৰিছা কিয়?

বৰমইনা : খং? তোক মই খং কৰিম কিয়? তই আজিৰ ল'ৰা, তোক মই খং কৰিব পাৰোনে?

ৰাতুল : কিন্তু মই তোমাৰ ভাই—

বৰমইনা : ককায়েকৰ দুখ বঢ়াই আনন্দ পোৱা ভাই!

মাষ্টৰ : বৰমইনা! তহঁত....... তহঁতে এইবোৰ....

ৰাতুল : দেউতা, দাদাই ভাবিছিল মই এনে এটা চাকৰি লওঁ যিটোৰ দ্বাৰা মাহেকীয়া দৰমহাৰ বাহিৰেও অন্যান্য উপায় অবলম্বন কৰি ধৰ্মেশ্বৰ বৰুৱা, বিজয় চাংমাই, আলি হাইদৰৰ দৰে প্ৰচুৰ সম্পদ গোটাব পাৰোঁ।

বৰমইনা : কোনো 'অন্যান্য উপায়'ৰ কথা মই তোক কোৱা নাই। সেইবোৰ তোৰ নিজৰ কল্পনা।

ৰাতুল : কথা প্ৰসঙ্গত তুমি মোক এই কথা বহুতবাৰ কৈছা। যদি সেইটোৱেই নহয়, তেনেহ'লে শিক্ষকতাৰ চাকৰি গ্ৰহণ কৰাত তোমাৰ আপত্তি কিয়?

বোৱাৰী : ৰাতুল, নাপাই ৰাতুল। দাদাৰৰ লগত তৰ্ক কৰিছা কিয়?

মাষ্টৰ : ককায়েৰক দুখ নিদিবি ৰাতুল, সি বিচৰাটোকে কৰ।

ৰাতুল : চাওক দেউতা, মোৰ জীৱনৰ লক্ষ্য আছে, উদ্দেশ্য আছে, কামৰ পৰিকল্পনা আছে।

বৰমইনা : গাঁৱৰ কেইটামান অৰ্ধশিক্ষিত ল'ৰা লৈ তই ৰামস্বৰূপৰ লগত ফেৰ মাৰিব খুজিছ— এয়েতো তোৰ পৰিকল্পনা?

ৰাতুল : এৰা সেয়ে। কিন্তু অৰ্ধশিক্ষিত বুলি তুমি যাৰ যাৰ কথা কৈছা— সিহঁত তোমাৰ এইখন গাঁৱৰে ল'ৰা, সিহঁতক ভাল কৰাৰ দায়িত্বও তোমাৰ। সেই দায়িত্ব তুমি গ্ৰহণ নকৰিলা, গতিকে মই কৰিছোঁ।

মাষ্টৰ : নাই নাই, তহঁতে কাজিয়া নকৰিবি ৰাতুল, তহঁতে নিজৰ ভিতৰতে........

ৰাতুল : *(শান্তস্বৰে)* আপুনি মিছাই চিন্তা কৰিছে দেউতা, দাদাৰ লগত মই কাজিয়া কৰিবলৈ যাম কিয়? কিন্তু মই স্পষ্টভাবে ক'ব খোজোঁ যে— ভৱিষ্যত মানে ধৰ্মেশ্বৰ বৰুৱা, বিজয় চাংমাই অথবা আলি হাইদৰ নহয়, ভৱিষ্যত মানে আমি— আনন্দ, বাবুলাল— এইবিলাক।

মাষ্টৰ : *(উৎফুল্লিত তথা আবেগজড়িত হৈ)* কি ক'লি, কি ক'লি ৰাতুল, ভৱিষ্যত মানে— ধৰ্মেশ্বৰ বৰুৱা, বিজয় চাংমাই, আলি হাইদৰ নহয়, ভৱিষ্যত মানে তহঁত.... তহঁত— বোৱাৰী, শুনিলা বোৱাৰী, শুনিলি বৰমইনা— ভৱিষ্যত মানে ইহঁত, বৰ্তমানৰ প্ৰত্যাহ্বান ইহঁতি গ্ৰহণ কৰিব, ভৱিষ্যত ইহঁতি গঢ়িব। ৰাতুল..... ৰাতুল...

*(ৰাতুলে দেউতাকৰ ভৰিত গবা মাৰি ধৰে)*

**(আঁৰ কাপোৰ পৰে)**

## প্ৰথম দৃশ্য

অৱসৰ প্ৰাপ্ত ন্যায়াধীশ অজয় বৰুৱাৰ প্ৰকাণ্ড ঘৰ, বৰুৱাৰ বয়স প্ৰায় ৮০ অথবা তাৰ ওচৰা-ওচৰি। মঞ্চত পোহৰ পৰাত দেখা যাব বৰুৱাই কিবা ডাঙৰ কিতাপ এখন লৈ একান্ত মনেৰে আৰামী চকী এখনত বহি পঢ়ি আছে। কেই মুহূৰ্তমান পিছত সোমাই আহিব নাতিয়েক নয়ন।

নয়ন : এয়া ককা,তুমি আহি এইটো কোঠাত বহি আছাহি! মই সিফালে বিচাৰি ফুৰিছোঁ, কি পঢ়িছা ককা?

বৰুৱা : তোক ইয়াত কি লাগে?

নয়ন : তোমাক আক'!

বৰুৱা : এতিয়া মই পঢ়ি আছোঁ দেখা নাই?

নয়ন : সেই কাৰণেইতো সুধিছোঁ — কি পঢ়িছা বুলি।

বৰুৱা : গীতা।

নয়ন : অ' বাপৰে! সংস্কৃত!

বৰুৱা : শুন "অন্নাদ্ভবন্তি ভূতানি পৰ্জ্জন্যাদন্ন সম্ভবঃ যজ্ঞাদ্ভবতি পৰ্জ্জন্যো যজ্ঞঃ কৰ্ম্মসমুদ্ভবঃ

নয়ন : মাথা মুণ্ড একো বুজা নাই কিন্তু ককা। এই বিলাক নাগাবা না, কিবা বুকুখন টিপ টিপ মাৰে -

বৰুৱা : ইয়াৰ অৰ্থ হৈছে আমাৰ 'স্থূল শৰীৰ অন্নৰ পৰা, অন্ন মেঘৰ পৰা, মেঘ যজ্ঞৰ পৰা,যজ্ঞ আকৌ আমাৰ কৰ্মৰ পৰা উৎপন্ন হয়'।

নয়ন : হ'ব পাৰে, ক'ব নোৱাৰোঁ। পিছে ককা, ৰ'বা দেই, *(ফটকৈ ককাকৰ ওচৰত, ভৰিৰ মাজত বহি দিয়ে আৰু ককাকৰ ভৰি কেইটা পিটিকিবলৈ আৰম্ভ কৰে।)*

বৰুৱা : মতলব কি?

নয়ন : তুমি বৰ ভাল ককা।

বৰুৱা : মই সুধিছোঁ মতলব কি?

নয়ন : পাপাই যে কালি ফোনত- - - - - -

বৰুৱা : তোক তৎক্ষণাত পঠিয়াই দিবলৈ কৈছে। এয়াৰপৰ্টলৈ টেলিফোন এটা কৰি টিকট এটা বুক কৰ।

নয়ন ঃ অ' ককা *(ভৰি জোৰেৰে পিটিকে)*

বৰুৱা ঃ হে'ৰ মোৰ ভৰি ভাঙিবি নেকি?

নয়ন ঃ তোমাৰ ভৰি কেইটালৈ ইমান মৰম লাগে।

বৰুৱা ঃ তই কি ক'ব খুজিছ, সেইটো ক।

নয়ন ঃ ই, তুমি ইমান খং কৰি কথা কৈছা, মই তোমাক বেয়া পাইছোঁ।

বৰুৱা ঃ *(হাঁহি)* ক, কি ক'ব খুজিছ ক!

নয়ন ঃ এক নম্বৰ কথা মোৰ ইউনিভাৰচিটিৰ বন্ধ খুলিবলৈ এতিয়াও পূৰা দহ দিন বাকী।

বৰুৱা ঃ বুজিলোঁ।

নয়ন ঃ আৰু তিনি মাহৰ আগতে মোৰ কোনো পৰীক্ষা হ'বলগীয়া নাই।

বৰুৱা ঃ পঢ়াটো অকল পৰীক্ষাৰ বাবেই নহয়।

নয়ন ঃ তিনি নম্বৰ, দিল্লীত থাকি মোৰ ভাল লগা নাই।

বৰুৱা ঃ কিন্তু তাত তোৰ মাৰ-দেউতাৰ আছে।

নয়ন ঃ চাৰি নম্বৰ — ইয়াত তুমি অকল গুণাকৰৰ ওপৰত নিৰ্ভৰ কৰি অকলে আছা। তোমাৰ বৰপুত্ৰ-বোৱাৰী দিল্লীত, সৰু-পুত্ৰ বোৱাৰী কানাডাত, টৰেনটোত *(Toronto)*

বৰুৱা ঃ অকলে অৱশ্যে মনটো বেয়া লাগে যদিও থকা- খোৱাত অসুবিধা পোৱা নাই। পাঁচ নম্বৰ কি?

নয়ন ঃ তোমাৰ তিনিটা নাতি আৰু এজনী নাতিনীৰ ভিতৰত ময়েই ডাঙৰ।

বৰুৱা ঃ সেইটো মোক 'তই' জনাব লগীয়া কথা নহয়।

নয়ন ঃ তাৰে দুটা নাতি একেবাৰে সুদূৰত। সাগৰৰ সিপাৰত! কানাডাত,

বৰুৱা ঃ কি কব খুজিছ চিধাচিধি ক,

নয়ন ঃ এজনী নাতিনী দিল্লীত। তোমাৰ ডাঙৰ পুত্ৰৰ লগত।

বৰুৱা ঃ নতুন কথা তই মোক একো কোৱা নাই।

নয়ন ঃ এই চাৰিওটা নাতি - নাতিনীৰ ভিতৰত তুমি মোক বেছি ভাল পোৱা।

বৰুৱা ঃ সেই হিচাব মই কাকো কৰিবলৈ দিয়া নাই।

নয়ন ঃ তুমি জানা ককা, তুমি অকলে, এই প্ৰকাণ্ড ঘৰখনত থকাটো মোৰ সহ্য হোৱা নাই।

বৰুৱা ঃ *(Changed Mood)* কিন্তু উপাই নাই। আইতাৰে মোক দৰকাৰী সময়তে লগ এৰা দিলে। ঈশ্বৰে লৈ গ'ল। দেউতাৰৰ, খুৰাৰৰ চাকৰি হ'ল দূৰত। অথচ আমি আটাইবোৰ একেলগে থাকিম বুলিয়েই এই প্ৰকাণ্ড

ঘৰটো সজাইছিলোঁ। শূন্য কোঠাবোৰ পৰি আছে। এইবাৰ তই আহি তিনি মাহ থাকিলি। ময়ো যেন কিবা এটা শান্তি পাইছিলো। তই আক' দিল্লীলৈ গুছি যোৱাৰ পিছত মই কিজানি তোৰ মাতটোকে শুনি থাকিম।

নয়ন : ককা, মই ফোনটো লগাই দিওঁ, তুমি পাপাক কোৱা মই আৰু দুদিন মান ইয়াত থাকোঁ। আচলতে ককা, মইতো দিল্লীত নপঢ়ি ইয়াতো পঢ়িব পাৰিলোহেঁতেন।

বৰুৱা : কিন্তু তাৰ পৰা পাছ কৰি অহা মানে এটা সুকীয়া মৰ্যাদা পোৱা। *(বৰুৱা মানুহ গুণাকৰ সোমাই আহে)*

গুণাকৰ : বাপুটি, আইটি যাওঁ বুলিছে।

বৰুৱা : আইটি! আইটি কোন?

নয়ন : নহয় ককা মানে *(গুণাকৰক)* তুমি যোৱা, যোৱা তুমি,তেনে-হ'লে সেইটোৱেই হ'ব নহয়নে ককা তুমি পাপাক কৈ দিবা যে-

বৰুৱা : আইটি কোন?

গুণাকৰ : সেই যে দেউতা, বাপুৰ লগত দেখোন প্ৰায়েই ইয়ালৈ আহে, গাড়ীত উঠি কেনিবা যায়।

নয়ন : *(হঠাৎ মুখৰ পৰা ওলাই যোৱাৰ দৰে)* খালে -ইটোৱে! মানে ককা -

বৰুৱা : *(গুণাকৰক)* ইয়ালৈ মাতি আন,

নয়ন : মানে ককা, *(গুণাকৰ যাব খোজা দেখি)* গুণাকৰ কাই *(গুণাকৰক প্ৰায় আগচি ধৰে)*

বৰুৱা : মই মাতি আনিবলৈ কৈছোঁ। *(গুণাকৰ যায়)*

নয়ন : মানে কি জানা ককা – *(যাব খোজে)*

বৰুৱা : বহি থাক।

নয়ন : ককা-

বৰুৱা : মই কৈছোঁ মোৰ ওচৰত বহি থাক।

নয়ন : *(যাব খুজি)* মানে ককা,

বৰুৱা : বহি থাক বুলিছোঁ। *(চন্দা সোমাই আহে, বৰুৱা তাত বহি আছিল বুলি চন্দা প্ৰস্তুত নাছিল। গতিকে আহোঁতেই কৈ কৈ আহি হঠাৎ বৰুৱাক দেখি বৈ দিয়ে)*

চন্দা : তুমি যে কি সাংঘাতিক নয়ন, মোক বাহিৰত - - - - -
*(বৰুৱাক দেখি বিব্ৰত হৈ বৈ যায়)*

নয়ন : আমাৰ ককা,

চন্দা : *(মুৰ দোৱাঁই)* নমস্কাৰ।

বৰুৱা : কি নাম?

নয়ন : তেওঁৰ নাম-

বৰুৱা : মই তোক সোধা নাই। *(চন্দাক)* কি নাম?

চন্দা : চন্দা-

বৰুৱা : আগে পিছে আৰু একো নাই?

নয়ন : এওঁ ককা - - - -

বৰুৱা : মই এতিয়া তোৰ লগত কথা পতা নাই। *(চন্দাক)* দেউতাৰৰ নাম?

নয়ন : গংগাধৰ পাটোৱাৰী।

বৰুৱা : চুপ, *(চন্দাক)* দেউতাৰৰ নাম কি?

চন্দা : ডাঃ গংগাধৰ পাটোৱাৰী।

বৰুৱা : কি কৰে ? ডাক্তৰ? মেডিকেলত?

নয়ন : নহয় ককা, নিজা নাৰ্চিংহোম আছে, উলুবাৰীত।

বৰুৱা : তই মুখ বন্ধ কৰিবিনে নকৰ? *(চন্দাক)* নাৰ্চিংহোমৰ নাম কি?

চন্দা : 'সেৱাধাম'।

বৰুৱা : কি বুলিলা?

নয়ন : নাৰ্চিংহোমখনৰ নাম 'সেৱাধাম,' অসমীয়া নাম ককা।

বৰুৱা : নামটো অসমীয়া নে ইংৰাজী মই বুজি পাইছোঁ। *(নয়নক)* বদমাছ! যা, এইমাত্ৰ যা আৰু চিটি অফিচলৈ ফোন কৰি কাইলৈৰ বাবে দিল্লীলৈ টিকট কৰাগৈ।

নয়ন : ককা!

বৰুৱা : তই মোৰ মৰমত আৰু দুদিন মান থাকিব খুজিছ নহয়?

নয়ন : তোমাক অকলে এৰি থৈ যাবলৈ - - - - -

বৰুৱা : তোৰ বেয়া লাগিছে? ফাঁকি দিবলৈ আহিলি? তই কাক এৰি থৈ যাবলৈ বেয়া লাগিছে, ইয়াৰ পিছতো মোক বুজাব খোজ? *(চন্দাক)* কি নাম বুলিলা?

চন্দা : চন্দা।

বৰুৱা : ডাঃ গংগাধৰ পাটোৱাৰী। *(নয়নক)* ফোন নম্বৰ চাগৈ তোৰ মুখস্তই আছে? *(চন্দাক)* তুমি জানানে সি এই বাৰ দিল্লী ইউনিভাৰ চিটিৰ পৰা ইংৰাজী সাহিত্যত এম, এ দিব? আৰু চাৰি মাহৰ পিছত তাৰ পৰীক্ষা? তাক তুমি থাকিবলৈ দিয়া উচিত হ'ব?

নয়ন : তেওঁ ককা - - -

বৰুৱা : তোক মই মুখ বন্ধ কৰি থাকিবলৈ কৈছোঁনে নাই? *(চিঞৰি)* গুণাকৰ, গুণাকৰ *(চন্দাক)*পঢ়াশুনা?

চন্দা : ইংৰাজী সাহিত্যত ময়ো এইবাৰ এম, এ প্ৰিভিয়াছ দিম। মই অৱশ্যে গুৱাহাটী ইউনিভাৰচিটিৰ পৰাই দিম।

নয়ন : এওঁ ককা মেট্ৰিকত ষ্টাৰ পাইছিল, বি,এ,ত ইংৰাজী মেজৰ লৈ ফাৰ্ষ্টক্লাছ চেকেণ্ড। (গুণাকৰ সোমাই আহে)

গুণাকৰ : দেউতা - -

বৰুৱা : এটা কাম কৰ গুণাকৰ, নাই নালাগে, ময়েই যাওঁ (নয়ন-চন্দাক) এই নহালৈকে দুয়োটা ইয়াত বহি থাক। *(গুণাকৰক)* চাওঁ এইফালে আহ। *(আগে আগে বৰুৱা আৰু পিছে পিছে গুণাকৰ ভিতৰলৈ যায়)*

চন্দা : তোমালোকৰ গুণাকৰটো ইমান দুষ্ট চোৰাচোন। তোমাৰ ককা যে ইয়াত বহি আছে ,মোকতো কোৱা নাই। কৈছে বোলে বাপুটিয়ে তোমাক সিটো কোঠালৈ মাতিছে। মই কি জানো। আহি গ'লো।

নয়ন : ভালেই হ'ল। ককাই জানি গ'ল।

চন্দা : মোৰ কিন্তু ভয় লাগিছে ভাই।

নয়ন : ককাক তুমি নাজানা চন্দা। মই জানো, ককাক মই বুজি পাওঁ, এক বিশাল মনৰ মানুহ আমাৰ ককা। তেওঁৰ মৰম প্ৰকাশৰ কায়দাটো অৱশ্যে বেলেগ।

চন্দা : মোৰ ভয় লাগিছে।

নয়ন : মই ভাবিছোঁ গুণাকৰে মোৰ বহুত কাম সহজ কৰি দিলে।

চন্দা : তেখেত বাৰু এতিয়া কেনি গ'ল?

নয়ন : মই কেনেকৈ কম।

চন্দা : চাই আহাঁ না।

নয়ন : কিন্তু ইয়াৰ পৰা, এই কোঠাটোৰ পৰা ওলাবলৈ যে মানা কৰি গৈছে।

চন্দা : আমি কি ইয়াত বহি থাকিম?

নয়ন : মইতো আপত্তিৰ কাৰণ বিচাৰি পোৱা নাই।

চন্দা : ন, নয়ন, তুমিও ধেমালি আৰম্ভ কৰিছা।

নয়ন : ককাৰ লগত ধেমালি কৰি আছিলোঁতো!

চন্দা : ককাৰ তাৰ মানে খং উঠা নাই।

নয়ন : মোৰ ওপৰত ককাৰ যে খং নুঠে, সেইটো মই জানো।

চন্দা : কিন্তু মোৰ ওপৰত যদি উঠিছে?

নয়ন : যেতিয়া বুজি পাইছে যে তুমি মোৰ মানে উদ বি হেৰি *(থুতৰিত ধৰে)*

চন্দা : যাঃ

নয়ন : ককাই আমাক অকলে থকাৰ সুবিধা দিছে জানা?

চন্দা : সেই বুলি মই কিন্তু ইয়াত বহি থাকিব নোৱাৰোঁ। মোক ঘৰত কি ভাবিব? এই দুমাহত আমাৰ ঘৰখনেই বা তোমাক কিমান বুজি পাইছে।

নয়ন : তোমালোকৰ ঘৰখনে কিন্তু মোক সহজ ভাবে নাই লোৱা যেন লাগে।

চন্দা : তুমি বিখ্যাত বিচাৰ পতি, I should say Judge অজয় বৰুৱাৰ নাতি। সেই বাবেই হয়তো আমাৰ ঘৰখনে তোমাক -

নয়ন : আকাশৰ তৰা বুলি ভাবিছে নে চুৰনিৰ চুৰা বুলি ভাবিছে?

চন্দা : হে'ৰা, তুমিতো সাহিত্যও কৰিব জানা, মই ভাবিছিলোঁ দিল্লীত আছা, ইংৰাজী পঢ়িছা, বাহিৰত হিন্দী কৈছা, অসমীয়া ভাষাটো চাগৈ পাহৰিয়েই গ'লা।

নয়ন : পাপা ইয়াৰ পৰা দিল্লীলৈ যোৱা মাথোন তিনি বছৰ হৈছে। এই তিনি বছৰত মই ন-মাহ ইয়াতেই আছোঁ, ইচ্ছাকৃত নহ'লে মাতৃভাষা পাহৰিবৰ বাবে সেইকণ সময় একে বাৰে নগণ্য সময়। *(গুণাকৰ আহে)*

গুণাকৰ : দুয়ো যেতিয়া বন্দীয়েই হ'ল চাহ একাপমান কৰোঁগৈ নেকি?

নয়ন : ককা ক'ত?

গুণাকৰ : নিজৰ কোঠাত। দুৱাৰ খন বন্ধ কৰি লৈছে।

নয়ন : দুৱাৰ বন্ধ কৰি লৈছে? কিয়?

গুণাকৰ : কোঠাৰ দুৱাৰ মুখৰ ওচৰ পাওঁতেই মোক ক'লে, তই যা। দেউতা কোঠাত সোমাল। দুৱাৰ বন্ধ কৰিলে, মই গুচি আহিলোঁ।

চন্দা : এই নয়ন,কথা কি?

নয়ন : কথা হ'ল গুণাকৰ ককাইটিয়ে চাহ কৰক, আমি খাম। যোৱা গুণাকৰ ককাইটি একদম গৰম গৰম দুকাপ। *(গুণাকৰ যায়)*

চন্দা : মোৰ দেৰি হৈছে ভাই। ঘৰত - - - -

নয়ন : এই চুপ। *(চন্দাৰ কথাখিনি শেষ হোৱাৰ আগতে নয়নৰ চকুত পৰিল যে ককাক আহি আছে। গতিকে চন্দাক চুপ হ'বলৈ ক'লে, চন্দা বৈ গ'ল। গম্ভীৰভাবে সোমাই আহিল বৰুৱা। হাতত এখন পুৰণি ডায়েৰি। আহিয়ে তেওঁ কালৈকে- নোচোৱাকৈ আৰামী চকীখনত বহিলাহি। বহাৰ লগে লগেই নয়নে ককাকৰ ভৰি দুটা মালিচ কৰিবলৈ ওচৰতে বহি দিলে-)*

বৰুবা : *(চন্দাক)* ইউনিভাৰ্চিটিলৈ তুমি কাৰ লগত অহা যোৱা কৰা?

চন্দা : অকলেই, বাছত যাওঁ।

বৰুবা : বাছ ষ্টেণ্ডত কোনোবাই আগবঢ়াই থয়হি নেকি?

চন্দা : নথয়।

নয়ন : কিয় সুধিছা ককা?

বৰুবা : তই চুপ চাপ বহি থাক। তেওঁৰ লগত মই পোনপটীয়াকৈ কথা পাতিছোঁ। *(চন্দাক)* তুমি বাছ ষ্টেণ্ডলৈ অকলে আহাঁ আক' ইউনিভাৰ্চিটিৰ পৰা বাছেৰে আহি ঘৰলৈ অকলে যোৱা?

চন্দা : হয়-

বৰুবা : এইখন তোমাৰ চিনাকি ঠাই?

চন্দা : মই ক্লাচ টেনৰ পৰা ইয়াত আছোঁ, দেউতাই ইয়াত নাৰ্চিংহোম খোলাৰ পৰা।

নয়ন : এওঁৰ ঘৰো ককা- - -

বৰুবা : খবৰদাৰ,তোক মই একো সোধা নাই যেতিয়া তয়ো অদৰকাৰীৰ দৰে মাত নামাতিবি।

নয়ন : খং কৰিছা ককা? মোক?

বৰুবা : *(চন্দাক)* তুমি এতিয়া ঘৰলৈ যোৱা মা, নয়নৰ লগত মোৰ কথা আছে।

নয়ন : অকণ মান আগবাঢ়াই দিওঁ?

বৰুবা : কৈছোঁ নহয়, তোৰ লগত মোৰ কথা আছে।

নয়ন : এক মিনিটত মই ঘূৰি আহিম।

বৰুবা : *(চন্দাক)* তুমি যোৱা। *(একো নেমাতি চন্দা ঘপকৈ ওলাই যায়)*

নয়ন : আৰে চন্দা, শুনা - *(উঠিব খোজে)*

বৰুবা : বহি থাক।

নয়ন : গুণাকৰ কাইটিয়ে চাহ কৰিছে।

বৰুবা : চাহ খাই যাবলৈ ক।

নয়ন : চন্দা, এই চন্দা *(চন্দা যোৱাৰ ফালে যায়)*

*(বৰুবাই ডায়েৰীখনৰ বিশেষ পৃষ্ঠা এটা, আগতেই চিন দি অনা, মেলি লয়। সময় অতিবাহিত হোৱা বুজাবলৈ মঞ্চৰ পোহৰ সঘন সালসলনি হয়। আৱহ সংগীত তীব্ৰ হয়। সোমাই আহে গুণাকৰ, হাতত চাহৰ ট্ৰে।)*

গুণাকৰ : অ' বাপু আক' কেনি গ'ল? আইটিও নাইচোন। *(সংগীতত জাৰ্ক)*

দেউতা, বাপু আইটিয়ে চাহৰ কথা কৈছিল।

*(নয়ন সোমাই আহে)*

নয়ন : চন্দা গ'লগৈ।

গুণাকৰ : চাহ কৰিবলৈ বুলি কৈ আক' পঠিয়াই দিব লাগেনে? হোৱা, তুমিয়েই লোৱা।

নয়ন : থৈ দিয়াগৈ। মই পিছত খাম।

গুণাকৰ : অ, এতিয়া সেইটোহে হ'লগৈ।

বৰুৱা : চাহ খা।

নয়ন : নাখাওঁ।

বৰুৱা : মই কৈছোঁ চাহ খা।

নয়ন : চন্দাই তোমাক বেয়া পাইছে।

বৰুৱা : মই তোক চাহ খাবলৈ কৈছোঁ।

নয়ন : তাইক অকণমান আগবঢ়াই থৈ আহিবলৈকো তুমি মোক নিদিলা।

বৰুৱা : তই তাৰ মানে চাহ নাখাৱ?

নয়ন : মই তোমাক বেয়া পাইছোঁ।

বৰুৱা : গুণাকৰ—

গুণাকৰ : চাহ চেঁচাই হ'ব এতিয়া-

বৰুৱা : চাহখিনি পেলাই দেগৈ।

গুণাকৰ : ভালক বুলি ভালকৈ বনাই শেষত - - - - -

বৰুৱা : পেলাই দেগৈ। *(গুণাকৰ ভিতৰ সোমাব খোজে)*

নয়ন : *(খঙেৰে)* মোৰ কাপ দি যোৱা। *(গুণাকৰে ট্ৰেখন আগবঢ়াই দিয়ে। নয়নে চাহ কাপ লয়। হাঁহি এটা মাৰি গুণাকৰ সোমাই যায়)*

বৰুৱা : গংগাধৰ পাটোৱাৰী!

নয়ন : *(উৎসাহেৰে)* চন্দাৰ দেউতাক। ডাক্তৰ।

বৰুৱা : মোৰ চিনাকি নাম।

নয়ন : *(একে উৎসাহেৰে)* মানুহজন ভাল। তোমাক চিনি পায়।

বৰুৱা : মোৰ এই ডায়েৰীখন দেখিছ?

নয়ন : তোমাৰ দেখোন এগাল পুৰণি ডায়েৰি আছে।

বৰুৱা : তই জাননে যে মই প্ৰথমে উকিল আছিলোঁ, advocate, অধিবক্তা।

নয়ন : তাৰ পিছত মেজিষ্ট্ৰেট হ'লা, বিচাৰক, 'জাজ' *(judge)* আৰু গৈ গৈ হ'লাগৈ 'চিফ জাষ্টিজ'। তাৰ পাচত ৰিটায়াৰ।

বৰুৱা : উকিল হিচাবে মই যিবোৰ কেচ কৰিছিলোঁ মোৰ মক্কেলৰ কেছৰ সংক্ষিপ্ত বিবৰণ কেছৰ ফলাফল মই লেখি ৰাখিছিলোঁ। বিচাৰক হৈয়ো মই কাক কি দোষত কি দণ্ড দিলোঁ। সেইটোও লেখি ৰাখিছিলোঁ। এই খন তেনেকুৱা কথা থকা ডায়েৰী।

নয়ন : দিবা না পঢ়িম, Interesting হ'ব।

বৰুৱা : গংগাধৰ পাটোৱাৰীৰ নামটো ইয়াত লেখা আছে। প্ৰায় পঁচিশ বছৰৰ আগতেই, সম্ভৱ মই ৰিটায়াৰ হোৱাৰ আগে আগে গংগাধৰ পাটোৱাৰীৰ নামটো এই ডায়েৰীত সুমুৱাব লগা হৈছিল।

নয়ন : *(কিছু বিব্ৰত)* ককা।

বৰুৱা : আচলতে এই বয়সত মোৰ স্মৰণ শক্তি হেৰাই যাব লাগিছিল,কিন্তু কিয় জানো, নামটো শুনাৰ লগে লগে মোৰ মনলৈ আহিল এইটো মোৰ চিনাকি নাম - - - - যাওক দে

নয়ন : কথা যেতিয়া উলিয়ালা, মোক সকলো কথা খুলি ক'ব লাগিব।

বৰুৱা : তই কাইলৈকে দিল্লীলৈ গুচি যা গৈ।

নয়ন : তুমি সকলো কথা মোক খুলি ক'ব লাগিব। কোৱা ককা, কৈ দিয়া।

বৰুৱা : গংগাধৰ পাটোৱাৰীৰ লগত কোনো সম্পৰ্ক হ'ব নোৱাৰে।

নয়ন : কিন্তু কিয় ?

বৰুৱা : মই নিবিচাৰোঁ।

নয়ন : তুমি কথাবোৰ খোলাখুলিকৈ কোৱানা ককা।

বৰুৱা : মই নিবিচাৰোঁ যে তই গংগাধৰ পাটোৱাৰীৰ ঘৰলৈ দ্বিতীয় এবাৰ যাব। ইয়াতকৈ এতিয়া তই মোক একো নুসুধিবি, কাইলৈ তই দিল্লীলৈ যাব লাগিব। টিকটৰ বাবে মই টেলিফোন কৰি দিম।

*(কথাষাৰ কৈ বৰুৱা আঁতৰি যায়, অবাক হৈ নয়নে চাই ৰয়। লাহে লাহে সি বহে)*

নয়ন : চন্দাক তুমি এনেকৈ পঠিয়ালা কিয় ?

বৰুৱা : সেই কথা তোক জনোৱাৰ প্ৰয়োজন বোধ কৰা নাই।

নয়ন : কিন্তু মই জানিব খোজোঁ।

বৰুৱা : আৰু মই জনাব নোখোজোঁ।

নয়ন : চন্দাক আমাৰ এইখন ঘৰলৈ মই মতাই আনিছোঁ।

বৰুৱা : আৰু এইখন ঘৰৰ পৰা চন্দাক গুচি যাবলৈ মই কৈছোঁ।

নয়ন : *(খঙেৰেপ্ৰায় চিএৰি)* কিন্তু কিয় ?

বৰুৱা : সময়ত সেই কথা কোৱা হ'ব। মাথোন জানি থবি গংগাধৰ পাটোৱাৰীৰ ঘৰৰ গুৰি পৰুৱা এটাও মই এইখন ঘৰত সোমাবলৈ নিদিওঁ। ইয়াতকৈ বেছি কথা জনোৱাৰ প্ৰয়োজন এতিয়া হোৱা নাই। তই দিল্লীলৈ যাবলৈ সাজু হ।

নয়ন : যদি চন্দাও মোৰ লগত দিল্লীলৈ যায়?

বৰুৱা : কি কলি?

নয়ন : চন্দাও মোৰ লগত যাব।

বৰুৱা : যাব নোৱাৰে। যাবলৈ দিয়া নহয়।

নয়ন : চন্দাৰ দোষ?

বৰুৱা : *(খঙেৰে)* কৈফিয়ৎ লাগে? মোৰ পৰা? যেতিয়া সময় হ'ব কৈফিয়ৎ মই নিজেই দিম।

*(কোবেৰে সোমাই যায়)*

নয়ন : ককা, শুনা, শুনা ককা। *(ভিতৰৰ পৰা গুণাকৰ সোমাই আহে)*

গুণাকৰ : কি হ'ল বাপুটি?

নয়ন : *(ভীষণ খঙেৰে)* তোমাক কিয় লাগে? কিয় লাগে তোমাক? তোমাৰ কাম কি? আমাৰ কথাৰ ভাগ বিচাৰিবলৈ তুমি কোন?

গুণাকৰ : *(অবাক বিস্ময়ত)* বাপু!

*(গুণাকৰে বিস্ময়ৰে মাথোন নয়নলৈ চায়। নয়ন যেন খুবেই ভাগৰি পৰে, বহে, গুণাকৰ লাহে লাহে কাষ চাপি যায়)*

গুণাকৰ : *(বৰ মৰম লগাকৈ)* তুমি মোক খং কৰিছা বাপু?

নয়ন : চন্দাক ককাই অপমান কৰিব কিয়?

গুণাকৰ : বাপু!

নয়ন : মই সুধিম, ককাই মোক ক'ব লাগিব। মোক ক'বই লাগিব। মই আন একো কথাই নুশুনো, একো নুশুনো। *(কোবেৰে সোমাই যায়। পিছে পিছে গুণাকৰ)*

## দ্বিতীয় দৃশ্য

দৃশ্যসজ্জা ১ নম্বৰটোৱেই

*দেখা যায় গুণাকৰে চিলিং ব্ৰাছ লৈ কোঠাৰ মকৰা গুছাই আছে। বৰুৱা সোমাই আহে।*

গুণাকৰ : এ দেউতা এতিয়া নোসোমাব। গোটেইখন খেচেং মেচেং হৈ আছে। মূৰত ঘূগুলা পৰিব।

বৰুৱা : তই ব্ৰাছ্ থ-

গুণাকৰ : ওপৰখন চাফা কৰিলোঁ। ঘৰটো সাৰি পেলালেই হৈ যায় আৰু অকণ মান ৰ'ব দেউতা, সাৰি লওঁ।

বৰুৱা : নয়ন এয়াৰপৰ্টলৈ গ'ল নে?

গুণাকৰ : সেই কোঠাতে সোমাই আছিল। এই ঘন্টা চেৰেক আগতে গাড়ী লৈ গ'ল। হাঁহি তামোচা দেখোন নোহোৱা হ'ল?

বৰুৱা : খোৱা-বোৱা কৰিছে নে নাই?

গুণাকৰ : খোৱা মুঠি খাওঁতে খাইছে, কিন্তু কি দিছোঁ, কি কি খাইছে, নিজেই যেন একো ক'ব নোৱাৰে। কথা বতৰাকে নকয়, ক'ত কি হ'ল? পৰহিৰে পৰা গোঙোঠা মাৰি আছে। কালি সেয়া দিল্লীলৈ যাবলৈ ঠিক ঠাক কৰি ফটকৈ দেখোন ক'ৰবালৈ ওলাই গ'ল?

বৰুৱা : কালি সি দিল্লীলৈ যোৱাৰ কথা আছিল। টিকট কৰাৰ পিছতহে দিল্লীৰ পৰা টেলিফোন পালোঁ।

গুণাকৰ : ডাঙৰ দাদাইঁত অহাৰ খবৰটো?

বৰুৱা : এৰা, কোম্পানীৰ কামত সিহঁত আহিবলগীয়া হৈছে।

গুণাকৰ : বাপুৱে আনিবলৈ গৈছে হ'ব পায়? কিমান সময়ত বা পাবহি?

বৰুৱা : তই বেগেতে কোঠাটো সাৰি ল। *(বৰুৱা আক' ওলাই যায়। গুণাকৰে ঘৰখন সাৰিবলৈ ধৰে, কেই মুহূৰ্তমান পিচত বৰুৱা আক' সোমাই আহে)*

গুণাকৰ : হৈ গ'ল দেউতা, বহক *(চকীখন জাৰি-জোকাৰি দিয়ে)*

*(বৰুৱাই খবৰ কাগজখনমেলি লয়। গুণাকৰে জাবৰবোৰ লৈ ওলাই যায়। কেই মুহূৰ্তমান পিছতে গুণাকৰে কৰ্ডলেছ ফোনৰ ৰিচিভাৰটো বৰুৱাৰ কাষৰ মেজখনত থয়। বৰুৱাই ৰিচিভাৰটো তুলি এয়াৰপৰ্টলৈ ফোন কৰে, গুণাকৰ আকৌ সোমাই যায়)*

বৰুৱা : *(ফোনত)* দিল্লীৰ ফ্লাইট - - - - হে'ৰা তোমালোকৰ এৰোপ্লেন, ৰেল, বাছ এইবোৰৰ সময়বোৰ ঠিক নাই কেলেই হে? সকলোবোৰ দেখিছোঁ স্বাধীন হৈ গ'লা! তাকেতো, ইমান দেৰি পাবহি লাগিছিল। *(ৰিচিভাৰ থয়)* *(চিঞৰি)* গুণাকৰ, গুণাকৰ *(গুণাকৰ কোবা-কুবিকৈ আহে)* প্লেন এঘন্টা দেৰিকৈ পাইছেহি।

গুণাকৰ : তাৰ মানে ডাঙৰ দাদাইঁত পাবহি হ'ল?

বৰুৱা : এইকণ আঁহোতে যিখিনি সময় লাগে, ঠিক মতে অহা হ'লে ইমান সময়ে পায়েই গ'লহিহেঁতেন। হেৰি অ, গুণাকৰ -

গুণাকৰ : দেউতা।

বৰুৱা : ইহঁত আহিলে ঘৰখন অলপ ঘৰ যেন হ'ব নহয়নে?
ই নয়নটো থকাৰ বাবে এই দুটামাহ যেনিবা ঘৰখন কিছু গৰম হৈ আছিল। নহ'লে চা-চোন মোৰতো কথা এষাৰ পাতিবলৈ লগেই নোহোৱাৰ নিচিনা। তোৰো দেখিছোঁ মোৰ ওচৰত এখন্তেক বহিবলৈ সময় নাই।

গুণাকৰ : হয় দেউতা! দাদাইঁত যোৱাৰ পৰা, মইনাইঁত নথকাৰ পৰা ঘৰখন একেবাৰেই উদং হ'ল। পিছে দেউতা, ময়ে আপোনাক কথা এষাৰ কওঁ কওঁ বুলি আছোঁ, এইবাৰ বিহুটোত ময়ো হ'লে ঘৰলৈ যাম। ভালেদিন হ'ল। আপোনাক এৰি যাবও পৰা নাই নহয়।

বৰুৱা : এৰা অ' গুণাকৰ, তোৰ প্ৰতিও মই অন্যায়েই কৰিছোঁ নেকি!

গুণাকৰ : হেৰি নহয়, দাদাইঁতনো কিমান দিন থাকিব?

বৰুৱা : দুৰাতিহে থাকিব।

গুণাকৰ : মাত্ৰ?

বৰুৱা : কোম্পানীৰ চাকৰি তেনেকুৱাই। চৰকাৰী চাকৰিতহে ফাং ফুং।
*(বাহিৰত মাৰুতিৰ হৰ্ণ)*

গুণাকৰ : বাপুৱে গাড়ী লৈ আহিল কিজানি দেউতা।

বৰুৱা : যা যা, ইহঁত আহিব পায় চাগৈ যা *(নিজে বহাৰ পৰা উঠিব খোজে)*

গুণাকৰ : আপুনিনো দেউতা ঘটং মটং কৰি ফুৰিব লাগিছে কিয়,বহক, বহি থাওক। হেনেও পো-বোৱাৰী চিধাই এইখিনিলৈকে আহিব। আপুনি বহি থাওক।
*(কথাখিনি কৈ গুণাকৰ ভিতৰ সোমাই যায়। বৰুৱা আক' বহে। কেই মুহূৰ্তমানৰ পিছত বৰুৱাৰ বৰ পুতেক সুশান্ত আৰু বোৱাৰীয়েক অনুপমা সোমাই আহে। 'দেউতা' বুলি দুয়ো ভৰি চোৱেহি।)*

বৰুৱা : এৰোপ্লেনখন হ'ব পায় এঘণ্টা লেট? এয়াৰপৰ্টত মই খবৰ কৰিছিলোঁ, এই ক'লৈ গ'ল, মাজনী?

সুশান্ত : তাইক অনা নহ'ল দেউতা, থৈ আহিলোঁ।

বৰুৱা : হেৰ, কাৰ লগত থৈ আহিলি?

সুশান্ত : বৰুণ খুড়াৰ ঘৰত।

বৰুৱা : বৰুণ খুড়া - - - -

সুশান্ত ঃ এম, পি যে

বৰুৱা ঃ অ' আমাৰ বৰুণৰ ঘৰত।

অনুপমা ঃ তাই আহোঁ আহোঁ কৰিছিল। আগত পৰীক্ষা। খুড়াৰ ঘৰতে সেই বাবে থৈ আহিলোঁ।

বৰুৱা ঃ বৰুণহঁতৰ ভাল?

অনুপমা ঃ খুড়াৰ ডাঙৰ ল'ৰাটো আমেৰিকালৈ গ'ল নহয়। পঢ়িবলৈ।

বৰুৱা ঃ এম, পি, চেমপি হ'লে কিছুমান সুবিধাও থাকে নহয়। মই ভাবিছিলোঁ মা- জনীকো লৈ আহিবি। বাৰু যা, তহতে মুখ হাত ধো গৈ, বোৱাৰী,

অনুপমা ঃ দেউতা -

বৰুৱা ঃ তোমালোক আহিবা বুলি গুণাকৰে সকলো গোটাই পিতাই থৈছে। চাই চিতি লোৱাগৈ। আজি-কালি আৰু' মানুহজনী নাই - - — -

সুশান্ত ঃ আপুনি দেখোন ফোনতে খবৰটো দিছিল। আন মানুহ এজনীকে - -

বৰুৱা ঃ নালাগে। ঘৰখনত এই কেইদিন নয়ন আছে। নহ'লে আমি দুটা মানুহহে —মই আৰু গুণাকৰ, মানুহজনী মিছাকৈ কিয় লাগে। তাইৰো ঘৰত লেঠা পিঠা ঢেৰ। পঠিয়াই দিলোঁ। গুণাকৰ থাকিলে সি চলাই নিয়ে। অ ই কেনি গ'ল নয়ন? যোৱা, যোৱা, তোমালোকে হাত মুখ ধুই কিবা এটা মুখত দিয়াগৈ। *(চিঞৰি)* গুণাকৰ ঐ গুণাকৰ —

সুশান্ত ঃ গুণাকৰে গাড়ীৰ পৰা বয় বস্তুবোৰ নমাই কমলৈ আনিছে।

বৰুৱা ঃ *(হাঁহি)* সি কালি তোৰ টেলিফোন পোৱাৰ পিছৰে পৰা তহঁতৰ কম চাফা কৰাত লাগি গ'ল। গোটেইখন ফু মাৰি ভাত খাব পৰা কৰি থৈছে। যা এতিয়া, যা, ই নয়নক মাত চোন।

*(সুশান্ত আৰু অনুপমা সোমাই যায়। বৰুৱাই অবসভাবে চকীখনত হেলান দিয়ে। গুণাকৰ সোমাই আহে)*

গুণাকৰ ঃ চাহ এটোক আপুনিও খাব নেকি দেউতা?

বৰুৱা ঃ ই কেনি গ'ল অ', নয়ন?

গুণাকৰ ঃ আছে ইয়াতেই আছে। বাপুটি বাপুটি -

*(গুণাকৰ, নয়ন ওলাই আহে। গম্ভীৰ -গুণাকৰ যায়)*

নয়ন ঃ কিয় মাতিছিলা?

বৰুৱা ঃ বহ।

নয়ন ঃ মোৰ কাম আছে।

বৰুৱা ঃ বহ বুলিছোঁ নহয়। *(নয়ন বহে)*

নয়ন : কি হ'ল কোৱা।

বৰুৱা : মূঢ়াটো ওচৰলৈ আন। *(ওচৰ চাপি বহে)*

নয়ন : কি হ'ল সেইটো কোৱা।

বৰুৱা : তই মোক খং কৰিছ?

নয়ন : কোৱানা কি হ'ল।

বৰুৱা : ককাৰৰ ওপৰত তোৰ খং?

নয়ন : আহ, কোৱানা কি হ'ল?

বৰুৱা : গংগাধৰ পাটোৱাৰীৰ ছোৱালীজনীৰ লগত তোৰ চিনাকি কিমান দিনৰ? *(pause)* কি হ'ল, উত্তৰ দিয়া নাই দেখোন।

নয়ন : ইয়াৰ আগৰ বাৰ যেতিয়া আহিছিলোঁ, তেতিয়াৰে পৰা, দিল্লীৰ পৰা আমি একেখন ট্ৰেইনতে আহিছিলোঁ। চিনাকি ট্ৰেইনতেই। তেওঁলোকৰ পৰিয়ালটো ফুৰিবলৈ গৈছিল।

বৰুৱা : তই মোক খুব ভাল পাৱ নহয়?

নয়ন : তুমি মোক ভাল নোপোৱা? মই বিচৰা মতে তুমি মোক - - -

বৰুৱা : ৰৈ গ'লি যে বাক্যটো শেষ কৰ।

নয়ন : মই চন্দাক বিয়া কৰাম।

বৰুৱা : আৰু মই সেই ঘৰৰ লগত কোনো ধৰণৰ সম্পৰ্ক হ'বলৈ নিদিওঁ।

নয়ন : ককা, তোমাক মই সকলোতকৈ বেছি ভাল পাওঁ আৰু সেই সুবিধাতে তুমি মোৰ ভাল পোৱা, বেয়া পোৱা সকলো ধৰণৰ স্বাধীনতাত হাত দিব খুজিছা কিয়?

বৰুৱা : (*খং*) কি কলি? কি কলি তই? কাৰ আগত কেনেকুৱা কথা কৈছ জান?

নয়ন : (*শান্ত ভাবে*) চোৱা ককা, তোমাৰ লগত তৰ্ক কৰাৰ কোনো ইচ্ছা মোৰ নাই। মই স্বীকাৰ কৰোঁ যুক্তিযুক্ততাৰ তুলাচনীৰেবহুত বাদ-বিবাদ, বহুত দোষী-নিৰ্দোষীৰ তুমি ৰায় দিলা। কিন্তু তোমাৰ সকলো ৰায় শুদ্ধ বুলি তুমি ভাবিলেও সেই ৰায় সকলো ক্ষেত্ৰতে শুদ্ধ নহ'বও পাৰে। কাৰণ হাইকৰ্টৰ ওপৰত চুপ্ৰিম কৰ্টো থাকে।

বৰুৱা : (*প্ৰায় চিঞৰি কোৱাৰ দৰে খণ্ডত*) তই গংগাধৰ পাটোৱাৰীৰ লগত সম্বন্ধ কৰিব নোৱাৰ। মই নিদিওঁ। এই অজয় বৰুৱাই নিদিয়ে।

নয়ন : তেনেহ'লে স্পষ্ট কৰি কোৱা কিয় মই চন্দাক বিয়া কৰাব নোৱাৰোঁ? কিয় নোৱাৰোঁ? কৈ দিয়া মোক, স্পষ্টভাবে কৈ দিয়া।
*(হুলস্থুল শুনি সুশান্ত আৰু অনুপমা কোবাকুবিকৈ ওলাই আহে।)*

সুশান্ত : দেউতা-

অনুপমা : আপোনাৰ কি হৈছে দেউতা। *(নয়ন উঠি ওলাই যাব খোজে)*

বৰুৱা : মাতাবোৱাৰী, নয়নক মাতা —
*(নয়ন কিন্তু ওলাই যায়)*

সুশান্ত : নয়ন, নয়ন — —

বৰুৱা : এই ফালে আহ! বহ, তইঁত বহ, বহাঁ বোৱাৰী-

অনুপমা : মই একো বুজা নাই দেউতা, *(সকলো বহে, বৰুৱা যেন খুবেই ক্লান্ত। দীঘল হুমুনিয়াহ কাঢ়ি চকীখনত আঁউজি দিয়ে। মঞ্চৰ পোহৰ ক্ষীণ হৈ আহিব। লাহে লাহে মঞ্চ সম্পূৰ্ণ আন্ধাৰ হৈ যাব। পুনৰ পোহৰ আহিব অৰ্থাৎ সময় অতিবাহিত হৈ যোৱা বুজাব। মঞ্চলৈ আক' পোহৰ অহাত দেখা যাব অনুপমাই চকুপানী টুকিছে। সুশান্ত বহাৰ পৰা উঠি অস্থিৰ ভাবে ইফাল সিফাল কৰিছে। বৰুৱা চিন্তিত, মৌন পৰিবেশটো এনেকুৱা হ'ব যেন বৰুৱাই পুতেক - বোৱাৰীয়েকৰ আগত নয়ন সম্পৰ্কে, গংগাধৰ পাটোৱাৰী সম্পৰ্কে কৈ শেষ কৰিছে। নয়ন সম্পৰ্কে শুনাৰ পিছত মাক দেউতাকৰ প্ৰতিক্ৰিয়া)*

বৰুৱা : কান্দিবলগীয়া কথা নাই বোৱাৰী, আমি সকলোৱে নয়নক বুজাব লাগে যে গংগাধৰ পাটোৱাৰী এটা ক্ৰিমিনেল, এটা নৈতিক চৰিত্ৰহীন মানুহ, আৰু মই নিজে তাক - - -

সুশান্ত : কিন্তু এনেকুৱা এটা কাণ্ড হ'ব কেনেকৈ? সি পঢ়া ল'ৰা, বয়সৰ ফালৰ পৰাও তাৰ লগৰ ল'ৰাই বি, এ, পাছকে কৰা নাই।

বৰুৱা : তইঁতে জানই যে জাত- পাতৰ বিচাৰ মই কৰিব নোখোজোঁ। মানুহক মানুহ হিচাবে চাব খোজোঁ, কিন্তু সি দোষী, অপৰাধী, ক্ৰিমিনেল, মই সহ্য কৰিব নোৱাৰোঁ। সেই কথাকে মই নয়নক বুজাব খুজিছোঁ, তইঁতেও সেইটোহে বুজাব লাগে। বয়সৰ কথাও ইয়াত একেবাৰেই গৌণ।

সুশান্ত : *(চিএঞৰি)* গুণাকৰ, গুণাকৰ —

অনুপমা : এইবোৰ কথাৰ মাজলৈ গুণাকৰক কিয় টানিব লাগে।

সুশান্ত : ৰ'বা, *(আক' মাতে)* গুণাকৰ, গুণাকৰ -
*(গুণাকৰ সোমাই আহে। বৰুৱাৰ কথা আধাকোৰা হয়। )*

সুশান্ত : যোৱাচোন নয়নক মাতা।

গুণাকৰ : বাপুটি দেখোন সৌ তাত আছে। *(চিএঞৰি)* বাপুটি, অ' বাপুটি *(ওলাই যায়)*

সুশান্ত ঃ মই তাক লগত লৈ যাম।

বৰুৱা ঃ মাথোন চাবি, সি যাতে নিজই উপলব্ধি কৰে যে ——

*(নয়ন সোমাই আহে)*

নয়ন ঃ কিয় মাতিছা?

সুশান্ত ঃ মই এইবোৰ কি শুনিছোঁ?

নয়ন ঃ কি শুনিছা মই কেনেকৈ জানিম?

বৰুৱা ঃ দেউতাৰৰ আগত মই গংগাধৰ পাটোৱাৰীৰ কথা কৈছোঁ -

সুশান্ত ঃ সেই বাবেই তই ইটো সিটো অজুহাত দেখুৱাই এই ঠাই এৰিব পৰা নাই।

নয়ন ঃ চন্দাও দিল্লীত পঢ়িবলৈ যাব। মোৰ লগতে যাব। তায়ো জে, এন ইউত এডমিচন ল'ব।

সুশান্ত ঃ কথাৰ অৰ্থ?

অনুপমা ঃ এইবোৰ তুমি কি কৰিছা সোণ, তুমি এতিয়া সৰু ল'ৰা। পঢ়ি থকা ল'ৰা। বিয়া- বাৰুৰ বিষয়ে চিন্তা কৰিবলৈ আমি আছোঁ, সেই চিন্তা কৰাৰ সময় এতিয়া অহা নাই।

সুশান্ত ঃ তই কাইলৈ আমাৰ লগতে যাব লাগিব।

অনুপমা ঃ আমি ভাবি আছোঁ তোমাক দূৰলৈ পঠিয়াম, বিলাতলৈ। তাৰ পৰাও ডিগ্ৰী লৈ আহিবা নতুবা I A S দিবা।

নয়ন ঃ সেইবোৰ কৰিওতো মই চন্দাক বিয়া কৰাব পাৰোঁ?

বৰুৱা ঃ নোৱাৰা। গংগাধৰ পাটোৱাৰীৰ ছোৱালীক বিয়া কৰাব নোৱাৰা।

নয়ন ঃ কিন্তু কাৰণটো মোৰ আগত এতিয়াও ক'ব পৰা নাই কিয় ককা? কিয় বাৰে বাৰে ৰহস্য কৰিব খুজিছা। কাৰণ যেয়ে নহওক কথা যেতিয়া ওলালেই, ময়ো খোলোচাকৈ কওঁ, দোষ যদি কৰিছে গংগাধৰ পাটোৱাৰীয়ে কৰিছে, মই বিয়া কৰাব খোজোঁ চন্দাক।

বৰুৱা ঃ পাটোৱাৰীৰ জীয়েকক।

নয়ন ঃ হয়, তাইৰ এটা সুকীয়া শৰীৰ আছে, সুকীয়া প্ৰাণ আছে, সেই প্ৰাণৰ স্পন্দন আছে, এটা সুকীয়া মন আছে, সুকীয়া ৰুচি আছে, স্থিতি আছে। গতিকে তাইৰ দেউতাকে কি দোষ কৰিছিল সেইটো লৈ মূৰ ঘমোৱাৰ কোনো কাৰণ মই দেখা নাই। দ্বিতীয়তে তোমালোকৰ মনত মই সৰু ল'ৰা হ'লেও সময়ৰ জোখেৰে মই এতিয়া নিজৰ বাট নিজে বিচাৰি ল'ব পৰা এজন ডেকা —

*(ঘপকৈ ঘূৰিব খোজে। কিন্তু দেউতাক সুশান্ত অধৈৰ্য হৈ যায়)*

সুশান্ত : ইউ ৰাস্কেল —

*(নিজেও হয়তো তৰ্কিব নোৱাৰাকৈ নয়নক চৰ মাৰি দিয়ে, মুহূৰ্তৰ ভিতৰতে সকলো হতবাক হৈ ৰৈ যায়। আবহ সংগীত তীব্ৰ হয়। নয়নো যেন বিস্ময়ত হতবাক। তাৰ পাচত ঘপকৈ সি দৌৰি যোৱাৰ দৰে ওলাই যায়।)*

অনুপমা : নয়ন, শুন, শুন নয়ন *(পিছে পিছে যায়)*

বৰুৱা : *(গম্ভীৰ হৈ বহি)* কথাটো ভাল নকৰিলি —

*(সুশান্তই একো নেমাতি তলমূৰকৈ বহেগৈ, মঞ্চ আন্ধাৰ হয়)*

## তৃতীয় দৃশ্য

মঞ্চত পোহৰ পৰাৰ কেই মুহূৰ্তমানৰ পিছত নয়ন লাহে লাহে সোমাই আহে। দৃষ্টি উদাস, চকী খনত বহে। গুণাকৰ সোমাই আহে।

গুণাকৰ : বাপু -

*(নয়নে একো নামাতি গুণাকৰলৈ চায়)*

গুণাকৰ : ক'ত কি হৈছে মই একো বুজা নাই বাপু। মাথোন দেখিছোঁ যে তুমি মন মাৰি য'তে ত'তে বহি আছা। সদায় হাঁহি ধেমালি কৰা ল'ৰাটোৱে এনেকৈ থাকিলে অকণো ভাল নালাগে।

নয়ন : মোক অকণমান অকলে থাকিবলৈ দিয়াচোন। প্লীজ -

গুণাকৰ : মই তোমাক অকণো আমনি কৰিব খোজা নাই। কিন্তু তোমাৰ মনটো মৰা দেখিলে ময়ো সহিবলৈ কষ্ট পাওঁ।

নয়ন : *(হঠাৎ যেন খং উঠি)* কাৰো কষ্ট নহয়। মোৰ দুখ দেখিলে কোনেও মনত কষ্ট নাপায়।

গুণাকৰ : মই পাওঁ।

নয়ন : কিয়? কিয়? তুমি মোৰ দুখ দেখিলে মনত কষ্ট পাবা? কিয় পাবা? মই তোমাৰ কি হওঁ? মোৰ মনৰ কথা ককাই নুবুজিলে, দেউতাই নুবুজিলে, মায়ে নুবুজিলে। তুমি কিয় বুজিব খুজিছা? কিয় মোৰ পিছে পিছে লাগি আছা?

গুণাকৰ : তোমাক মই কোলাত লৈ ডাঙৰ কৰা নাছিলোঁ? পিঠিত তুলি তোমাক হাতীত উঠোৱা নাছিলোঁ? স্কুললৈ নিতৌ অনা নিয়া কৰা নাছিলোঁ?

বাপু, মই মোৰ নিজৰ ল'ৰা কেনেকৈ দিনে দিনে ডাঙৰ হৈ ডেকা হৈছিল, সেইটো দেখিবলৈ পোৱা নাছিলোঁ। কিন্তু তুমি কেনেকৈ ডাঙৰ দীঘল হৈ আজি এইহেন ডেকাটো হৈছা সেইটো মোৰ চকুৰ আগতে ঘটি আছিল। অথচ তুমি মোক সুধিছা মই কি হওঁ? এই কথা মই তোমাক বুজাব নোৱাৰোঁ।

নয়ন ঃ তুমি মোক অকলে থাকিবলৈ দিয়া গুণাকৰকাই । অকণমান মাথোন অকণমান সময়।

গুণাকৰ ঃ বেচ, তোমাক আমনি নকৰোঁ। কিন্তু বাপু এনেকৈ বহি থাকিলে মই সহিব নোৱাৰোঁ। দিল্লীৰ পৰা আইদেউহঁত আহিছে, তেওঁলোকে জানো এইবোৰ দেখি ভাল পাব। *(বাহিৰত গাড়ীৰ শব্দ)*

অ', আইদেউ ভনীয়েকৰ ঘৰৰ পৰা ঘূৰি আহিলেই চাগে।

*(গুণাকৰ ওলাই যায়। কেই মুহূৰ্তমান নয়ন মঞ্চত অকলশৰে। আৱহ সংগীত চলি থাকে। বাহিৰৰ পৰা অহা সাজেৰে অনুপমা সোমাই আহে)*

অনুপমা ঃ কি হ'ল, তুমি দেখোন ইয়াত অকলে অকলে বহি আছা।

নয়ন ঃ এনেয়ে -

অনুপমা ঃ জুনু মাহীয়ে তোমাক বৰ বেয়া পাইছে জানা। তুমি ইয়ালৈ আহিছা অথচ জুনু মাহীৰ ঘৰলৈ যোৱা নাই। এইটো বেয়া পাবলগীয়া কথা নহয়? আজিয়েই তুমি জুনু মাহীৰ ঘৰৰ পৰা আহিবা গৈ। *(pause)* মোৰ কথা শুনিছানে নাই?

নয়ন ঃ মই কেনিও নাযাওঁ।

অনুপমা ঃ তাৰ মানে?

নয়ন ঃ মই কেনি যাব লাগে, নালাগে সেইটো মোৰ কথা মা, সকলো কথাতে তোমালোকে মোক গাইড কৰিবলৈ নিবিচাৰিবা।

অনুপমা ঃ শুনা তেনেহ'লে, কথাবোৰ জুনু মাহীয়েও গম পাইছে।

নয়ন ঃ কি কথা?

অনুপমা ঃ সেই ছোৱালীজনীৰ কথা।

নয়ন ঃ ভাল কথা -

অনুপমা ঃ কি ক'লা?

নয়ন ঃ চন্দা আৰু মোৰ সম্পৰ্কৰ কথা যদি গম পাইছে তেনেহ'লে ভাল হৈছে।

অনুপমা ঃ তেনেকৈ ক'বলৈ তোমাৰ লাজ লগা নাই?

নয়ন : লাজ লাগিবলগীয়া সাংঘাতিক বেয়া কাম মই কৰা নাই।
অনুপমা : কিন্তু এই কাম আমি ভাল পোৱা নাই।
নয়ন : আৰু সেই কাৰণে তোমালোকে বিচৰা মতে চলিব লাগে?
অনুপমা : কাৰণ তোমাৰ ভাল- বেয়াৰ বিচাৰ আমি কৰিব জানো।
নয়ন : সেই বিচাৰ কৰিব পৰাৰ বয়স মোৰো হ'ল।
অনুপমা : তোমাৰ এইটো বয়স ভুল কৰাৰ বয়স।
নয়ন : এনেকুৱা ভুল কিন্তু তুমি আৰু দেউতায়ো কৰিছিলা। বহুত কথা মই জানো।
অনুপমা : কি? কি কলি তই?
নয়ন : বেছিকৈ নুসুধিলেই মই ভাল পাম।
অনুপমা : কিন্তু গংগাধৰ পাটোৱাৰীৰ ছোৱালী —
নয়ন : এইখন ঘৰলৈ আহিব নোৱাৰে। এই বাক্যটো বহুতবাৰ মই তোমালোকৰ মুখত শুনিলোঁ। আৰু এতিয়া মোৰ জেদ হৈছে।
অনুপমা : কি ক'লি? জেদ হৈছে?
নয়ন : এই জেদ তোমালোকে বঢ়াইছা।
অনুপমা : মই তোমাক কাবৌ কৰিছোঁ সোণ, এইবিলাক কথা নাভাবিবা। তুমি তোমাৰ ভবিষ্যতটো-
নয়ন : মোৰ ভবিষ্যতটো গঢ়াৰ দায়িত্ব মোৰো আছে।
অনুপমা : সোণ, নয়ন, এবাৰ মোৰ মুখলৈ চা, এই মাৰৰ মুখলৈ চা, ককাৰে, পাপাৰে যিটো না বুলিছে —
নয়ন : কিন্তু কিয়? কিয় মোক তাৰ কাৰণ কোৱা নাই। চন্দাৰ লগত আমাৰ তেজৰ সম্পৰ্ক আছে?
অনুপমা : নাই।
নয়ন : মই জাত-পাতৰ বিচাৰ নকৰোঁ, তথাপি তোমালোকৰ সংস্কাৰৰ কথা বুজিয়েই সুধিব খুজিছোঁ জাত-পাতৰ বৈষম্য আছে?
অনুপমা : বোধ কৰোঁ নাই।
নয়ন : দেখিবলৈ একেবাৰে আপছু?
অনুপমা : নহয়।
নয়ন : আৰু এটা কথা জনাই থওঁ যে চন্দা পঢ়া- শুনা ছোৱালী।
অনুপমা : জানো।
নয়ন : তেনেহ'লে আৰু কি বিচাৰা? এজনী ছোৱালীক এইখন ঘৰৰ বোৱাৰী

কৰি আনিবলৈ হ'লে আৰু কি বিচাৰিবা? বংশ মৰ্যাদা? সেয়া অবান্তৰ কথা হ'লেও কওঁ শুনা — চন্দাৰ পৰিয়ালৰ এটা মৰ্যাদা আছে।

অনুপমা : তুমি এনেকুৱা কথাবোৰ কিয় কৈছা সোণ? পাপা-ককাদেউতাহঁতে যিটো বেয়া পায়-

নয়ন : বেয়া পোৱাৰ এটা যুক্তি লাগে আৰু সেই যুক্তি ককা, পাপাই কিম্বা তুমিও মোৰ আগত দিব পৰা নাই। আৰু যুক্তিৰে মোক একো ক'ব নোৱাৰাৰ বাবেই পাপাই মোক খণ্ডত চৰ মাৰিছে।

অনুপমা : তেনে এটা পৰিস্থিতি হোৱাৰ বাবে পাপাৰেও দুখ পাইছে।

নয়ন : চৰটোৰ বাবে মোৰ কিন্তু দুখ নাই মা। মোৰ দুখ তোমালোকে মোক ৰহস্যৰ মাজলৈ সুমুৱাই দি জেদ বঢ়াইছা।

*(বৰুৱা সোমাই আহে)*

বৰুৱা : *(ভিতৰৰ পৰাই মাতি মাতি আহে)* বুজিছ নয়ন, বৰ বঢ়িয়া খবৰ এটা তোক দিব খুজিছোঁ, বিপিনে ফোন কৰিছিল বুজিছ, লণ্ডনৰ পৰা, বিপিন মানে বুজিছনে নাই? মোৰ কলেজীয়া বন্ধু আছিল। তাতে সি প্ৰফেচাৰী কৰিছিল। তাৰ ল'ৰাই বোলে মেম এজনী বিয়া কৰাই আনিলে। *(হাঁহি)* মই বোলো ভালেই হ'ল। তুমি ইন্টাৰ্নেচনেল হ'লা। অ' তোক কি ক'ব খুজিছিলোঁ? সি মানে বিপিনে মোক তোৰ কথা সুধিলে। বোলে ইয়ালৈ পঠিয়াই দিয়া। মই, তাক বনাই পঠিয়াম। শুনিলা বোৱাৰী। ইয়াক এতিয়া লণ্ডনলৈ পঠিয়াই দিয়া। বিপিন উলামুলা প্ৰফেচৰ নহয় দেই।

*(নয়ন কথাৰ মাজতে গুচি যায়)* হাঁ, ই দেখোন - - - - -

অনুপমা : সেই একেটা কথাতে সি লাগি আছে। চন্দা বোলা ছোৱালীজনীক কিয় বিয়া কৰাবলৈ দিয়া নহয়।

বৰুৱা : *(হঠাৎ Mood ৰ পৰিৱৰ্তন হয়)* দিয়া নহয়। দিব নোৱাৰোঁ। এই ভাব সি এৰিব লাগিব। প্ৰয়োজন হ'লে তাক আনলৈ পঠিয়াই দিব লাগিব। বোৱাৰী এটা কথা তাক বুজাই দিবা যে মই যিমান কোমল, প্ৰয়োজনত মই সিমান কঠিন। বিচাৰক হৈ কাৰোবাক মই ক্ষমা কৰি মুক্তি দিছিলোঁ আৰু কাৰোবাক আজীৱন কাৰাগাৰত সুমুৱাই থৈছিলোঁ, আনকি মৃত্যুদণ্ডও দিছিলোঁ।

অনুপমা : দেউতা - - - - -

বৰুৱা : মই বুজিছোঁ, এটা ষড়যন্ত্ৰ চলিছে। গংগাধৰে চল কৰি এই ঘৰত, এই পৰিয়ালত, সোমাব খুজিছে। সি তাৰ ছোৱালীজনী আগবঢ়াই দিছে।

নয়নৰ গাত ভেজা দি সি এই ঘৰৰ লগত সম্পৰ্ক পাতি ওপৰলৈ উঠিব খুজিছে। সি তাৰ পাপ লুকুৱাব খুজিছে।

অনুপমা ঃ পাপ? দেউতা?

বৰুৱা ঃ অ' পাপ। সেই ভয়ংকৰ পাপৰ কথা মনত পৰিলে মোৰ শৰীৰৰ শিৰা উপশিৰাবোৰ তীব্ৰ উত্তেজনাত ফুলি উঠে। মই পাগল হৈ যাওঁ, মই পাগল হৈ যাওঁ—

*(ক্লান্ত ভাবে বহি দিয়ে। আৱহ সংগীত তীব্ৰ হয়। অনুপমাই কান্দিবলৈ ধৰে, মঞ্চ আন্ধাৰ হয়)।*

## চতুৰ্থ দৃশ্য

*(পাৰ্ক এখনৰ বেঞ্চত চন্দা আৰু নয়ন।)*

চন্দা ঃ *(নয়নক)* তুমি আচলতে কি ক'ব খুজিছা খোলা খুলিকৈ নোকোৱা কিয়?

নয়ন ঃ কৈছোৱেই দেখোন পাপাই মোক কাইলৈকে তেওঁলোকৰ লগত লৈ যাব খুজিছে।

চন্দা ঃ এই যে তুমি কৈছিলা তোমাৰ ককাই, জজ চাহাবে তোমাক আমাৰ ঘৰলৈ অহাটো নিবিচাৰে বুলি?

নয়ন ঃ মোক সেইবোৰ কথাৰ ব্যাখ্যা নিবিচাৰিবা চন্দা।

চন্দা ঃ তাৰ মানে?

নয়ন ঃ *(হঠাৎ উত্তেজিত হৈ)* মই নাজানো, মই নিজেই একো নাজানো কিহৰ কাৰণে —— থাওক সেইবোৰ কথা বাদ দিয়া।

চন্দা ঃ কথা তুমিয়েই উলিয়াইছা নহয়, গতিকে আধা কোৱা নকৰিবা। খোলা-খুলিকৈ ক'ব লাগিব, কিয় তোমাৰ ককাই তোমাক আমাৰ ঘৰলৈ অহাটো নিবিচাৰে?

নয়ন ঃ মই ক'ব নোৱাৰোঁ।

চন্দা ঃ তুমি ক'ব পাৰা।

নয়ন ঃ তুমি জানা মোৰ ককা উকিলৰ পৰা আহি Judge হৈছিল?

চন্দা ঃ কিন্তু মোৰ কথাৰ উত্তৰ সেইটো নহয়?

নয়ন ঃ অপৰাধীৰ জগতখনৰ ভালেমান অভিজ্ঞতা তেওঁৰ আছে?

চন্দা : স্বাভাৱিক।

নয়ন : তেওঁৰ এখন ডায়েৰী আছে।

চন্দা : ডায়েৰী ৰখা মানুহ কেবল তোমাৰ ককাই নাই। আৰু বহুত আছে।

নয়ন : যিবিলাক কেছৰ বিচাৰ তেওঁ কৰিছিল, যিবিলাক অপৰাধীৰূপে তেওঁৰ চকুত পৰিছিল, সেইবিলাকৰ নাম তেওঁৰ সেই ডায়েৰীখনত আছে।

চন্দা : এতিয়া সেইবোৰকে চাই চাই তেনেহ'লে জীৱন সোঁৱৰণ লেখক।

নয়ন : সেই ডায়েৰীখনত তোমাৰ দেউতাৰৰ নামটোও হেনো আছে।

চন্দা : কি ক'লা?

নয়ন : অপৰাধটোৰ বিষয়ে তেওঁ কিন্তু মোক একো কোৱা নাই।

চন্দা : তুমি কথা লুকুৱাইছা।

নয়ন : বিশ্বাস কৰা।

চন্দা : বাঃ অপৰাধৰ কথা নাজানা, অথচ মোৰ দেউতা অপৰাধী বুলি আমাৰ ঘৰলৈ তুমি যাবলৈ ভয় কৰিছা?

নয়ন : মই ভয় কৰিছোঁ বুলি তোমাক কেতিয়া ক'লো। মই কৈছোঁ —

চন্দা : তোমাৰ ককাই তোমাক আমাৰ ঘৰলৈ আহিবলৈ মানা কৰিছে। আৰু মই যিহেতু ৰহস্যময় অপৰাধী এজনৰ কন্যা, গতিকে মোৰ লগত সম্পৰ্ক নৰখাটো তোমাৰ ককাই বিচাৰে? কথা এইখিনিয়েই নহয় জানো? *(pause)* চুপহৈ ৰ'লা যে! স্পষ্ট ভাবে মোক কোৱা মোৰ দেউতা কেনে ধৰণৰ ক্ৰিমিনেল। তুমি যদি ক'ব নোখোজা মই নিজে গৈ তোমাৰ ককাক সুধিমগৈ।

নয়ন : তুমি উত্তেজিত হৈ পৰিছা চন্দা।

চন্দা : আচলতে এতিয়া মই আৰু হুলস্থুল কৰি দিব লাগিছিল, কৰা নাই।

নয়ন : মইতো তোমাক কোৱা নাই যে—

চন্দা : ৰ'বা, কওঁ বুলি তুমি কোৱা নাছিলা। কিন্তু অসতৰ্ক মুহূৰ্তত তোমাৰ মুখৰ পৰা ওলাই গ'ল-যে তোমাৰ ককাৰ অপৰাধীৰ ডায়েৰীত মোৰ দেউতাৰ নামটো সোমাই আছে। আৰু সেই কাৰণেই তুমি আমাৰ ঘৰলৈ যোৱাটো তেখেতে বা তেখেতসকলে পছন্দ নকৰে। তুমিও সেই যুক্তিত পতিয়ন গৈছা।

নয়ন : তেনেকৈ মই কেতিয়াও কোৱা নাই চন্দা।

চন্দা : আচলতে তেনেকৈয়ে কৈছা। শুনা, ভালপোৱা তোমাৰ- মোৰ মাজত, মোৰ পিতৃ- পুৰুষে যদি সঁচাকৈয়ে কিবা অপৰাধো কৰিছিল তাৰ দণ্ড

মই ল'ব লাগিব বুলি তোমাৰ জজ চাহাবৰ আইনত তেনে কোনো দণ্ডৰ বিধান নাই।

নয়ন : কিন্তু চন্দা।

চন্দা : ৰ'বা, মোক কথাখিনি শেষ কৰিবলৈ দিয়া, তোমাৰ লগত মোৰ ভবিষ্যত সাঙোৰ খাব নে নাখায় - সেইটো মই এতিয়াৰ পৰা বেলেগ ধৰণেৰে ভাবিম। কাৰণ, তোমালোকও ঘৰখনলৈ তোমালোকৰ পৰিয়ালৰ এগৰাকী হৈ গ'লেও মোক তোমালোকে হয়তো মনে প্ৰাণে গ্ৰহণ কৰিব নোৱাৰিবা। যুক্তি তৰ্কৰ খাতিৰত ধৰি ললোঁ যে মোৰ দেউতা এজন অপৰাধী, অপৰাধীৰ কন্যাই প্ৰতি মুহূৰ্ততে তোঁমালোকৰ পৰা কটুক্তিয়েই শুনি থাকিব লাগিব। সেইটো মোৰ বাবে সহ্য কৰিবলৈ টান হ'ব।

নয়ন : তুমি চন্দা-

চন্দা : আৰু আছে শুনা। ধৰি ল'লো, দেউতাৰ কোনো অপৰাধেই তোমালোকৰ জজ চাহাবে প্ৰমাণ কৰিব নোৱাৰিলে, কিন্তু মোৰ মনত এটা ঘৃণা সোমাই গৈছে যে তোমালোকে মোৰ দেউতাক অপৰাধী সজালা। মই তোমালোকক আপোন বুলি ভাবিব নোৱাৰিম।

নয়ন : তুমি কথাবোৰ -

চন্দা : যুক্তিৰে ভাবিছোঁ। মই আহোঁ, *(যাবলৈ ধৰে, নয়ন ঘপকৈ উঠি)*

নয়ন : চন্দা, শুনা, শুনা চন্দা।

*(এনেতে দেখা যায় ককাক বৰুৱা আহি সন্মুখত। বৰুৱাই আবেলি ভ্ৰমণত ওলাই আহিছে। হাতত লাখুটি। চন্দা বৰুৱাৰ কাষেদিয়েই পাৰ হৈ গুচি যায়। বৰুৱাই উভতি চায়। নয়ন মুহূৰ্তৰ বাবে ককাকৰ মুখামুখি হৈ ৰৈ যায়। তাৰ পাচত ঘপকৈ সি চন্দা চন্দা বুলি মাতি মাতি ওলাই যায়। বৰুৱা মুহূৰ্তৰ বাবে বিব্ৰত হোৱাদি হয়। নয়নে জোৰকৈ টানি অনাদি আনি ককাকৰ সন্মুখ পায়হি)*

নয়ন : *(বৰুৱাক)* কোৱা ককা, কৈ দিয়া, চন্দাৰ দেউতাকৰ অপৰাধৰ কথা কৈ দিয়া।

বৰুৱা : নয়ন!

নয়ন : আৰু একো কথাই শুনিব নোখোজোঁ ককা, কৈ দিয়া, স্পষ্টভাবে তুমি কৈ দিয়া — কিয় তুমি চন্দাৰ দেউতাকক বেয়া পাইছা। কিয় তুমি আমাৰ মাজত সোমাই আমাক আঁতৰা- আঁতৰি কৰিব খুজিছা? তুমি ক'ব লাগিব ককা, আজি, ইয়াত, এতিয়া, চন্দাৰ সন্মুখত। *(pause)* ককা,

চন্দা : এটা কথা ময়ো স্বীকাৰ কৰোঁ ককা, আপোনাৰ তুলনাত মোৰ দেউতাৰ যশ-খ্যাতি নাই, আপোনাৰ ধন- সম্পদৰ তুলনাত আমাৰ ঘৰখন এখন সাধাৰণ ঘৰ। এখন মধ্য বিত্তৰ সংসাৰ। সেই খিনি কাৰণৰ বাবেই নয়ন আৰু মোৰ সম্পৰ্কটো যদি ভাঙিব খুজিছে, তেনেহ'লে সেই কথা লুকুৱাই থৈ মোৰ দেউতাৰ ওপৰত অপৰাধৰ চেকা পেলাব খুজিছে কিয়?

নয়ন : *(কাবৌ কৰাৰ দৰে ককাকৰ প্ৰায় ভৰিত খামোচ মাৰি ধৰি)* কোৱা ককা মই কাবৌ কৰিছোঁ, কৈ দিয়া। কি দোষ কৰিলে চন্দাৰ দেউতাকে? কি দোষৰ বাবে আমাক তুমি শাস্তি দিবলৈ ওলাইছা? কোৱা ককা, মই জানো - মোৰ প্ৰতি তুমি নিষ্ঠুৰ হ'ব নোৱাৰা। আমাৰ প্ৰতি তুমি নিষ্ঠুৰ হ'ব নোৱাৰা।

বৰুৱা : সেই কথা মই গংগাধৰ পাটোৱাৰীক পোনপটীয়াকৈ সোঁৱৰাই দিম।

চন্দা : কিন্তু সেই কথা মই জানিব খোজোঁ।

বৰুৱা : মই ক'ব নোখোজোঁ।

নয়ন : কোৱাঁ ককা, প্লীজ, কৈ দিয়া।

বৰুৱা : এই ঠাই তাৰ বাবে নহয়।

চন্দা : তেনেহ'লে আপুনি আমাৰ ঘৰলৈ যাব? নে মোৰ দেউতাক মই আপোনাৰ ওচৰলৈ লৈ আনিম?

বৰুৱা : *(খুব সংযত ভাবে)* শুনা, মই এতিয়া ফুৰিবলৈ ওলাই আহিছোঁ। আবেলি বেলিকা এই পাৰ্কখনৰ চাৰিওদিশে দুপাকমান ঘূৰোঁ। গাড়ী মটৰৰ বাবে বাটে বাটে ফুৰিব নোৱাৰি কাৰণে এই ফাললৈ প্ৰায়েই আহোঁ। এতিয়া মই ফুৰিবলৈ আহিছোঁ।

নয়ন : মই ভবা নাছিলোঁ ককা, তুমি এতিয়াই ইয়াত আহি ওলাবাহি। কিন্তু এই কথাটোকে লৈ চন্দাই অভিমান কৰি গুচি গৈছিল। আৰু ঠিক সেইখিনি সময়তে তুমি আহি গৈছা। এতিয়া আমাক তুমি কোৱা ককা, কিয় তুমি চন্দাৰ ওচৰৰ পৰা মোক আতৰাব খুজিছা!

বৰুৱা : কৈছোৱেই, সেই কথা মই গংগাধৰ পাটোৱাৰীক কম। কিন্তু মই এইটোও জানো যে সেই ভদ্ৰলোক মোৰ ওচৰত থিয় হ'বলৈ নাহে। আহিব নোৱাৰে। সেইখিনি নৈতিক সাহস নাই। চন্দা, তুমি যোৱা। *(নয়নক)* তই মোক আৰু এই বিষয়ে জুলুম নকৰিবি।

চন্দা : বেছ ককা, আপুনি ইয়াতে থাওক, দেউতাক মই ইয়ালৈ লৈ আনিম। তুমিও ককাৰ লগত বহি থাকিবা নয়ন। *(চন্দা কোবেৰে ওলাই যায়, pause)।*

নয়ন : ককা-

বৰুৱা : *(হাঁহি)* গংগাধৰ পাটোৱাৰীৰ ইমান সাহস নাই যে মোৰ সন্মুখলৈ আহি মোক তাৰ দোষৰ কথা ক'বলৈ ক'ব।

নয়ন : *(উত্তেজিত হৈ প্ৰায় চিঞৰি কোৱাৰ দৰে)* কিন্তু তুমি সেই কথা কৈ নিদিয়া কিয়? কিয় এনেদৰে কেৱল ৰহস্য কৰিছা? কিয়? *(পুনৰ শান্ত কণ্ঠে)* ককা-

বৰুৱা : এটা গল্প কওঁ শুন।

নয়ন : গল্প শুনাৰ 'মুড' মোৰ নাই ককা -

বৰুৱা : কিন্তু গংগাধৰ পাটোৱাৰীৰ কথা কোৱাৰ আগতে সেই গল্পটো তোক ক'ব লাগিব।

নয়ন : বেছ, কোৱা তেনেহ'লে।

বৰুৱা : কিন্তু তাৰ আগতে তই মোক কথা দিব লাগিব যে এই গল্পটো তই চন্দাক এতিয়াই নকবা।

নয়ন : কিন্তু গল্পটো নুশুনাকৈ তোমাক মই সেই কথা দিব নোৱাৰোঁ।

বৰুৱা : তেনেহ'লে ময়ো নকওঁ।

নয়ন : প্লিজ ককা-

বৰুৱা : নাই নহয়, চন্দায়ো শুনা ভাল। গল্পটো চন্দাই মোৰ মুখৰ পৰা শুনাটো দৰকাৰ। তাই এতিয়াই দেউতাকক লৈ আহিম বুলিছে। বেছ আহক, তহঁত তিনিওকো, অৰ্থাত তই, চন্দা আৰু চন্দাৰ দেউতাকক বহুৱাই লৈ মই গল্পটো কম *(হাঁহিবলৈ ধৰে)* কিন্তু চন্দাৰ দেউতাক নাহে। গতিকে তহঁত দুটাকে কম। আমি ইয়াত কিমান সময় ৰ'ম? বিশ মিনিট? আধাঘণ্টা? পঞ্চলিছ মিনিট? এঘণ্টা? কিন্তু অনন্ত সময় মই অপেক্ষা কৰিব নোৱাৰিম।

নয়ন : সন্ধিয়াৰ পিছত ময়ো তোমাক থাকিবলৈ নকওঁ ককা। কিন্তু মই জানো চন্দাই দেউতাকক লৈ আহিব। চন্দাৰ জেদ আছে, আত্মমৰ্যাদা আছে। অহংকাৰো আছে। আৰু এই কাৰণেই চন্দাক মই সাধাৰণ ছোৱালী বুলি ভবা নাই।

বৰুৱা : বেছ, আহক, সেই সময়খিনিতে মই দুপাক মান ঘূৰি লওঁ। *(বৰুৱা বহাৰ পৰা উঠে। ওলাই যায়। নয়ন বহি থাকে। উৎকণ্ঠাৰে চন্দা আহিছে নেকি লক্ষ্য কৰে। মঞ্চ ক্ৰমাৎ আন্ধাৰ হৈ আহে)*

## পঞ্চম দৃশ্য

গুণাকৰ : নাই অহা দেখোন। দেউতাইতো ইমান দেৰি নকৰে। বাপুটি কেনি যাব কিবা কৈ গৈছিল নেকি?

অনুপমা : কাকো একো কোৱা নাই।

গুণাকৰ : দেউতা আবেলি আবেলি ওলাই যায়। কেতিয়াবা নৈৰ দাঁতিয়ে দাঁতিয়ে যায়, কেতিয়াবা সেই পাৰ্কখনৰ পিনে যায়। আজিবা কেনি গ'ল। মই নহ'লে এটা কাম কৰোঁ বাইদেউ, চাই আহোঁগৈ।

অনুপমা : কেনি বিচাৰি যাবানো?

গুণাকৰ : সিও এটা কথা অৱশ্যে, এতিয়া সোঁৱে গৈছেনে বাঁৱে গৈছে সেইটোকে ক'ব পৰা নাই নহয়।

অনুপমা : ইয়োতো আহিব লাগিছিল।

গুণাকৰ : বাপু? দেৰি হয়। আপুনি যিয়েই কওক মই কিন্তু ভাল দেখিছোঁ।

অনুপমা : ভাল দেখিছা! কি ভাল দেখিছা।

গুনাকৰ : ছোৱালীটি ভাল! লেখা পঢ়াতো বোলে বৰ ভাল, দেখাত ক'বকে নালাগে। মিলিব।

অনুপমা : তাই ইয়ালৈ আহি থাকে হ'ব পায়?

গুণাকৰ : মিছা নকওঁ, আহে। কিন্তু এইবোৰ মিলামিছা কৰিবলৈ ঘৰলৈ নাহে নহয়।

*(গাড়ীৰ হৰ্ণ)* অ' দাদা আহিল চাগৈ। দাদাই চাহ তাহ অকণ খাব নহয় চাগৈ?

অনুপমা : পানীকণ গৰম কৰাগৈচোন।

গুণাকৰ : আটা দুটামানো সানিম নেকি?

অনুপমা :— নেলাগে। দাদাৰে এতিয়া শুদা চাহহে খাব। তুমি নহ'লে হেৰি কৰা— অকণমান আগবাঢ়ি যোৱা। দেউতাৰ বাবে চিন্তাই হৈ গৈছে। চাহ ময়েই কৰিম।

গুণাকৰ : এৰা আগে পিছে ইমান দেৰি নকৰে কিন্তু, মই যাওঁ।

*(সুশান্ত সোমাই আহে)*

সুশান্ত : *(ভাগৰত)* কোনোমতে কামখিনি হ'লগৈ। *(গুণাকৰ যায়)*

সুশান্ত : গুণাকৰক কেনি পঠিয়ালা? একাপ গৰম গৰম কফি খাবৰ মন গৈছে। 'আসাম গৰমেণ্টৰ' এটা কাম কিন্তু মই ভাল পালোঁ। কাম 'হ'ব' বুলিও নকয়, 'নহ'ব' বুলিও নকয় অৰ্থাৎ আশাও নিদিয়ে, নিৰাশো নকৰে।

*(যেন খং উঠি যায়)* নাথাকে বুজিছা, This state, These people will- - - -

অনুপমা : কি হ'ল আক'

সুশান্ত : আমাৰ ৰিজিয়নেল অফিচৰ পৰা বৰ্মণক পঠিয়ালোঁ বোলো যাওঁক ডিলিং এচিছটেন্টৰ টেবুলৰ পৰা কাগজখন লৈ ডিৰেক্টৰ অ'ব হেল্থৰ ওচৰলৈ আপুনি ডাইৰেক্ট যাব, মই ডিৰেক্টৰৰ লগত কথা- বতৰা হৈ থৈছোঁ আপোনাক ডিৰেক্টৰে চহী কৰি কাগজখন দিব। সেইখন পালেহে মই মিনিষ্টাৰৰ ওচৰলৈ যাব পাৰিম। মিনিষ্টাৰে টাইম দিছে। ৫-৪৫ ত। বৰ্মনে এতিয়া ডিলিং এচিছটেন্টক বিচাৰিকে নাপায়। পিয়ন এজনেহে ক'লেহি বোলে টকা দুশ দিয়ক, গোটেই অফিচখনৰ ষ্টাফটোৱেই ডিলিং এচিছটেন্ট হৈ যাব। বৰ্মণে হেনো পইছ্ন ভৰিলে। বৰ্মণক কৈছোঁ বোলো এই দুশ টকা ভৰক এতিয়া। বৰ্মনে বোলে, 'ছাৰ' আপুনি কোম্পানীৰ চাকৰি কৰে, বাহিৰত থাকে, এইবোৰ নুবুজে। ইয়াত আচলতে নিয়মহে এইটো।

অনুপমা : মন্ত্ৰীক দেখা কৰিলা?

সুশান্ত : বাহিৰে বাহিৰে তাৰ পৰাই আহিছোঁ। আমাৰ জি, এমে মিনিষ্টাৰৰ লগত কথা পাতিয়েই থৈছে। তেওঁৰ লগত, ডিৰেক্টৰৰ লগত ফটকৈ কাম হৈ গ'ল। *(হাঁহি)* পাঁচ কোটি মান টকাৰ অৰ্ডাৰ ল'বলৈ জি, এমে মোক এনেয়ে পঠিয়াইছেনে?

অনুপমা : *(হাঁহি)* গোলমালটো তাৰ মানে ডিলিং এচিছটেন্টৰ নহয়। ওপৰত।

সুশান্ত : মাছ মূৰৰ পৰাই গেলে বুলি দেউতাৰ মুখতে শুনিছিলোঁ। কথা সেইটোৱেই, ৰ'বা মই দেউতাৰ ওচৰৰ পৰা আহোঁ।

অনুপমা : আবেলি ফুৰিবলৈ বুলি ওলাই গৈ দেউতা দেখোন ঘূৰি অহাই নাই।

সুশান্ত : অহাই নাই মানে?

অনুপমা : গুণাকৰক পঠিয়াইছোঁ।

সুশান্ত : নয়ন?

অনুপমা : সিটো কেতিয়াবাই গ'ল। সেই তেতিয়াই

সুশান্ত : এই কাৰণে, এই কাৰণে মই ইয়াক ইয়ালৈ পঠিয়াব খোজা নাছিলোঁ জানা? দেউতাৰ ওচৰত অবাধ স্বাধীনতা পাই যায়। সেয়া কিখন কাণ্ড কৰিছে দেখিছাই। সেই ষ্টুপিড গংগাধৰ পাটোবাৰীৰ ঘৰ পাইছে গৈ। তাক ইয়ালৈ অহাটো মই সম্পূৰ্ণ বন্ধ কৰিম। যি গংগাধৰ পাটোৱাৰীৰ

নাম শুনিলে থুৱাবৰ মন যায় সেই গংগাধৰ- - - - -

অনুপমা : একেষাৰ কথাকেনো আৰু কিমান কৈ থাকে?

সুশান্ত : হাজাৰবাৰ কম, তোমাকো কৈছোঁ, কোমল নহ'বা। যি গংগাধৰে আমাৰ সৰু মাহীৰ জীৱনটো ধ্বংস কৰি পেলালে, সৰুমাহীয়ে আত্মহত্যা কৰিবলগীয়া হ'ল।

অনুপমা : থোৱাচোন সেইবোৰ কথা-

সুশান্ত : আমাৰ সৰু মাহীক তুমি দেখিবলৈ নাপালা, মোৰ ককাদেউতা তেতিয়া অৰুণাচলত, তেতিয়াৰ 'নেফা'ত গংগাধৰো। ভুল কৰি পেলালে তাই। গংগাধৰে তাৰ পৰা আহি ডিব্ৰুগড়ত চাকৰি ল'লেহি। বিয়া কৰালে প্লাইউড মালিকৰ কন্যাক। সৰুমাহীৰ গাত সাত মহীয়া সন্তান। অস্বীকাৰ কৰিলে সি। সৰুমাহীয়ে আত্মহত্যা কৰিলে। ককাদেউতাই গংগাধৰৰ ওপৰত কেছ কৰিলে। কিন্তু শাস্তি তাৰ নহ'ল। কাৰণ সৰুমাহীয়ে লিখি থৈ গৈছিল, 'মোৰ মৃত্যুৰ বাবে কোনো দায়ী নহয়'। দেউতায়ো সকলো জানি শুনিও গংগাধৰক বিধিগত ভাবে অপৰাধী কৰিব নোৱাৰিলে। অথচ সি অপৰাধী, আমি সকলোৱেই জানো সি অপৰাধী। কেছাৰীৰ বিচাৰেই শেষ বিচাৰ নহয়। চেচন কৰ্ট আছে, হাইকৰ্ট আছে, চুপ্ৰিমকৰ্ট আছে। কিয় আছে? চেচন কৰ্টে ভুল কৰিব পাৰে, হাইকৰ্টে ভুল কৰিব পাৰে। সেই বাবেই । কিন্তু ককাদেউতা আৰু চুপ্ৰিম কৰ্টলৈ নগল। সেই গংগাধৰৰ ছোৱালীক – No, never, -never.

অনুপমা : সি যে এনেকুৱা কাণ্ড কৰিব ভবা নাছিলোঁ।

সুশান্ত : অধিক মৰম পালে ল'ৰা কেনেদৰে বাট এৰি অবাটে যাব পাৰে এতিয়া সেই কথাটোকে বুজিবলৈ চেষ্টা কৰাঁ।

অনুপমা : পৰোক্ষে তুমি মোৰ ওপৰতেই দোষ জাপি দিব খুজিছা?

সুশান্ত : তাৰ ওপৰত তোমাৰ বিশ্বাস বেছি।

অনুপমা : কাৰণ সি আমাৰ ল'ৰা।

সুশান্ত : এতিয়া তোমাৰ মোৰ মুখ উজ্জ্বল কৰি বহি আছে?

অনুপমা : ডেকা-গাভৰু ওচৰা-ওচৰি হ'লে- - -

সুশান্ত : প্ৰেম হৈ যায় নহয়?

অনুপমা : তেনে কিবা এটা নোহোৱাটোৱেইহে অস্বাভাবিক।

সুশান্ত : দুবছৰৰ আগতেই মই কৈছিলোঁ তাক মই বাহিৰলৈ পঠিয়াওঁ। জাৰ্মানিৰ বনলৈ পঠিয়াব খুজিলোঁ, তুমি মান্তি নহ'লা, মস্কোলৈ পঠিয়াব খুজিলোঁ,

আপত্তি আহিল তোমাৰ, লণ্ডন, বাৰ্মিংহাম, গ্লাছগো, ইউ, কেৰ যি কোনো এখন ঠাইলৈকে পঠিয়াব খুজিলোঁ, সিও যাবলৈ ইচ্ছা কৰিছিল, বাধা দিলা তুমি। ল'ৰা আতৰাই পঠিয়াব নোৱাৰা।

অনুপমা : তেতিয়া সি সৰু আছিল।

সুশান্ত : *(ব্যংগ)* এতিয়া ডাঙৰ হৈ গ'ল, পত্নী বিচাৰিব পৰা হ'ল, ইমান ডাঙৰ হৈ গ'ল যে এতিয়া তুমি তাক লৰাব নোৱাৰা *(change)* কেৱল তোমাৰ মৰমে তাক ইণ্ডিয়াত ৰাখিলে আৰু দেউতাৰ মৰমে তাক এইখিনি পোৱালেহি। ইয়ালৈ আহি কি হ'ল? কি হ'ল এতিয়া?

অনুপমা : দায়ী তেনে ময়ে হ'লো?

সুশান্ত : মূলতঃ তুমি।

অনুপমা : এটা কথা তুমি পাহৰি গৈছা যে এনেকুৱা ভুল আমিও কৰিছিলোঁ।

সুশান্ত : কিন্তু ঘৰৰ সন্মতিতহে আমাৰ বিয়া হৈছিল।

অনুপমা : তোমাৰ ঘৰে সন্মতি নিদিয়া হ'লে তুমি মোক বিয়া নকৰালাহেঁতেন?

সুশান্ত : ঘৰৰ সন্মতি নোপোৱাহ'লে হয়তো আমাৰ বিয়া নহ'লহেঁতেন।

অনুপমা : তেনেহ'লে মই কওঁযে নয়ন তোমাতকৈ সাহসী।

সুশান্ত : তুমি কি কবলৈ বিচাৰিছা?

অনুপমা : যি শুনিছা, সেইটোকে কৈছোঁ। এতিয়াৰে পৰা, এই মুহূৰ্তৰ পৰা মই মোৰ মত সলনি কৰিলোঁ। নয়নক মই আৰু বাধা নিদিওঁ, কাৰণ সি যথাৰ্থ পুৰুষ, কাপুৰুষ নহয়।

সুশান্ত : তুমি, তুমি কাক কাপুৰুষ বুলিলা? মোক?

অনুপমা : মই ক'ব খুজিছোঁ যে যি যুক্তিসংগত সিদ্ধান্তত অবিচল সেয়েই যথাৰ্থ পুৰুষ।

সুশান্ত : তুমি বলিয়া হৈছা নেকি?

অনুপমা : তুমি নিশ্চিন্ত থাকা যে মই এতিয়া সম্পূৰ্ণ সুস্থ।

সুশান্ত : তেনেহ'লে তুমি কিয় ক'লা যে নয়নক তুমি বাধা নিদিয়া?

অনু : কাৰণ তাৰ দৃঢ়তা আছে, মনৰ বল আছে, সঁচা কথা ক'ব পৰা সাহস আছে।*(যাব খোজে, তেনেতে বৰুৱা আৰু নয়ন সোমাই আহে)*

বৰুৱা : *(কৈ কৈ আহে)* বুজিছ, নয়নক মই এটা মেজিক দেখুৱালোঁ। চন্দাই তাইৰ দেউতাক গংগাধৰক মোৰ সম্মুখলৈ অনাৰ কথা আছিল। মই বেট মাৰিছিলোঁ — গংগাধৰ মোৰ ওচৰলৈ নাহে। দুঘণ্টা সময় আমি বহি থাকিলোঁ। আমো নাই ফৰ্মূতিও নাই।

*(ককাকে কথাকৈ থাকোতে নয়ন ঘপকৈ ওলাই যায়। কোনেও যেন লক্ষ্য নকৰে)*

মই জানো, সি কেনেকৈ মোৰ সন্মুখলৈ আহিব? নয়ন তোক মই — *ঘূৰি চাই নয়নক নেদেখি)* অ', ই আক, কেনি গ'ল?

সুশান্ত : নয়ন, নয়ন, নয়ন *(মাতি মাতি দুখোজমান বাহিৰৰ ফাললৈ গৈ)* ৰ'ব দেউতা, মই তাক চাওঁ - -

*(সুশান্ত ওলাই যায়)*

অনু : দেৰি হোৱা দেখি আমি চিন্তাহে কৰিছিলোঁ।

বৰুৱা : তাক মই খোলাখুলিকৈ সকলো কৈ দিলোঁ বোৱাৰী-

অনু : কিহৰ কথা কৈছে দেউতা?

বৰুৱা : নয়নৰ কথা। তাক গংগাধৰৰ কথা ক'লো, ক'লো সেই পৰিয়ালক সহ্য কৰা টান হ'ব। *(সুশান্ত ওলাই আহে)*

সুশান্ত : সেই তাতেই বহি আছে। মই মাতি আহিছোঁ।

বৰুৱা : তাক বুজাব লাগিব। খঙেৰে নহয়। কায়দাৰে। *(নয়ন সোমাই আহে)*

নয়ন : বুজিবলগীয়াখিনি মই বুজি গৈছোঁ ককা, মোক বেলেগে একো বুজাব নালাগে। কিন্তু তোমালোকৰ বিচাৰত মই সন্তুষ্ট নহয়। তোমালোকৰ কথা ৰাখি তোমালোকৰ লগত *(সুশান্তক উদ্দেশ্য কৰি)* দিল্লীলৈ যাম। কিন্তু চন্দাৰ পৰা আতঁৰি যাবৰ কাৰণে নহয়, বৰং চন্দাক দিল্লীলৈ নিব পৰাৰ ব্যৱস্থা কৰিবৰ কাৰণেহে —

*(কথাখিনি কৈ নয়ন সোমাই যায়। সকলো যেন বিমূঢ় হয়। মঞ্চ আন্ধাৰ হয়)*

## ষষ্ঠ দৃশ্য

*(বৰুৱাৰ ঘৰ)*

গুণাকৰ : *(ভিতৰলৈ চাই ক'ব। কিন্তু চিএৰি নহয় যেন বৰুৱা নিচেই ওচৰতে আছে। আঁৰ হৈহে আছে)* দেউতা চকীখন ইয়াতে দিছোঁ, ইয়াতে বহকহি। *(বৰুৱা ওলাই আহে। মনত স্ফূৰ্তি নাই। বহেহি)*

বৰুৱা : গুণাকৰ —

গুণাকৰ : দেউতা।

বৰুৱা : তোৰ বাৰু কিবা জৰুৰী কাম আছে নেকি অ? এতিয়াই?

গুণাকৰ : কিয় বা সুধিলে?

বৰুৱা : এনেয়ে। মাজে মাজে কি হয় বুজিছ, ৰবৰকৈ কথা পাতিবলৈ মন যায়।

এনেয়ে কিবা কিবি কথা। ইহঁতবোৰ গুছি যোৱাৰ পিছত এই প্ৰকাণ্ড ঘৰটোৱে গোটেইখন গিলি পেলাব, গিলি পেলাব যেন লাগিছে। ইহঁতবোৰ এনেকৈয়ে আহি গুচি গ'লে বৰ বেয়া লাগে অ'

গুণাকৰ : কৈছেহে নে দেউতা। বাপুটি অকলেই এশ বুলিব পাৰি, এই ফালে গ'ল, লগালে সেই ফালে গান, সেইফালে গ'ল টিভিকে দিলে পাক মাৰি। গুণাকৰ কাই, গুণাকৰ কাই, বুলি দিনটোত কিমান বাৰ চিঞৰিব।

বৰুৱা : মোৰো কিবা গাৰ এফাল মান গুচি যোৱাৰ নিচিনা লাগিছে গুণাকৰ। কিন্তু পঢ়াল'ৰা। ইয়াত থাকিলেতো নহ'ব।

গুণাকৰ : পিছে দেউতা, নিজা ঠাইখনৰ প্ৰতি মায়া বেলেগ। নিজতে পাইছোঁ নহয়। সেই তাহানিতেই এইখন ঘৰলৈ আহিলোঁ। গুৱাহাটীহেন চহৰত এযুগতকৈ বেছি থাকিলোঁ। তথাপি নিজৰ গাওঁখনলৈ গ'লে এৰি আহিবৰ সত নাযায়।

বৰুৱা : তই ধৰ ভাল কথা কলি গুণাকৰ। তই তোৰ মনৰ কথাখিনি বৰ বঢ়িয়াকৈ কলি দেখোন। অ', ময়ো, ময়ো বুজিছ গুণাকৰ, ময়োতো গাওঁ এৰি আহিছিলোঁ — তাহানিতেই, *(নিজকেই ব্যংগ কৰাৰ নিচিনাকৈ)* আৰু মই ঘূৰি চাবলৈ সময় নাপালোঁ গুণাকৰ। সময়েই নহ'ল।

গুণাকৰ : পৰিয়ালটো ইয়াতে আছিল বাবে আপুনি গাঁৱৰ মোহ এৰিব পাৰিলে দেউতা, আমাৰ আক'—

বৰুৱা : তই বহাগৰ বিহুত তাৰমানে গাঁৱলৈ যাবি নহয়নে?

গুণাকৰ : বাপুটিকে কৈছিলোঁ বোলো বিহুতে আক' আহিবা। দেউতাৰ লগত তুমিয়েই থাকিবা। পাৰিলে তেওঁলোকৰ সেই ৰান্ধনি ল'ৰাটোকো লৈ আনিবলৈ কৈছোঁ। সি আক' আপোনাৰ আদৰ কায়দাবোৰ বুজে। আপোনাৰ ভাত মুঠি দিব পাৰিব।

বৰুৱা : মোৰ কাৰণে তই বৰ চিন্তা কৰ নহয়নে অ' গুণাকৰ। আচলতে বুজিছ, কোনো কাৰো বাবে বৈ নাথাকে। *(হাঁহি)* চা চোন এই প্ৰকাণ্ড ঘৰটো সাজিছিলোঁ পৰিয়ালৰ গোটেইবোৰ ৰং ৰহইচ্ কৰি একেলগে থাকিম বুলি। ভাবিছিলোঁ বুঢ়া বয়সত মোক চাৰিওফালে মোৰ পো- বোৱাৰী, নাতি- নাতিনীহঁতে বেঢ়ি ৰাখিব। পিছে দেখিছই, এতিয়া তোৰহে ভৰষা।

গুণাকৰ : মোৰ মনেৰে দেউতা, আপুনিও অকণমান ফুৰা- চকা কৰিয়েই আহকগৈ। দিল্লীলৈ যাওক, আকৌ বিলাতত থকা সৰু দাদাৰ তালৈকো যাওক।

বৰুৱা : এই ঘৰখন দাঁত নিকটাই পৰি থাওক।

গুণাকৰ : সদায়নো ঘৰখন ৰখি থাকিবনে? নহ'লে গাঁওখনৰ পৰাই পাক এটা মাৰি আহকগৈ। হাজাৰ হ'লেও জনম হোৱা ঠাই। ভাল লাগিব।

বৰুৱা : এৰা অ' গুণাকৰ আমাৰ ভেটিটো এতিয়াও মোৰ সৰুটো ভায়ে ৰখি আছে। তাৰো অৱশ্যে বয়স হ'ল। যোৱা পাঁচ বছৰমান সিও এই ফালে আহিব পৰা নাই। গাঁৱতে বিহু চাওঁগৈ নেকি বাৰু?

গুণাকৰ : ভাল হ'ব দেউতা। মনটো ভাল লাগিব— *(কলিংবেল বাজে)* গুৱালটো যেন পাওঁ। মই আহোঁ দেউতা।

বৰুৱা : যা যা গুণাকৰ। তই তোৰ কামলৈ যা। *(গুণাকৰ যায়। বৰুৱাই চকীখনতে হেলান দিয়ে। পোহৰ ক্ষীণ হৈ বৰুৱাৰ ওপৰত কেন্দ্ৰীভূত হয়। আবহ সংগীতত মৃদু গুঞ্জন। সেই সুৰ বিহুলৈ ৰূপান্তৰিত হয়। তলৰ কথাখিনি off voice ত চলিব। সঞ্জয় বৰুৱা তেতিয়া স্কুলীয়া ল'ৰা। ৰুণু স্কুলীয়া ছোৱালী, দুয়োৰে বয়স ক্ৰমাত ১৪/১৫ আৰু ১২/১৩ মান)*

সঞ্জয় : এই ৰুণু তালৈ যাবি?

ৰুণু : বিহু তলীলৈ?

সঞ্জয় : ব'ল যাওঁ, বকুল ককাইদেউহঁতে তাত হুচৰিৰ আঁখৰা কৰিছে। যাবি?

ৰুণু : ব'ল যাওঁ।

সঞ্জয় : আমি তালৈ গ'লে বাৰু আমাক খং কৰিব নেকি?

ৰুণু : কিয় খং কৰিব ?

সঞ্জয় : নাযাওঁ নহ'লে বুজিছ —

ৰুণু : একো নহয়, ব'ল চোন যাওঁ, আহ —

সঞ্জয় : হাতখনত ধৰি টানিছ কেলেই? এৰিদে।

ৰুণু : ব'ল চোন যাওঁ।

সঞ্জয় : উস্ হাতখন এৰ আক', উস চিকুটিছ কেলেই। তোক — — — *(ৰুণুৱে খিলখিলকৈ হাঁহে)*। *(তোক শব্দটো বৰুৱাৰ মুখৰপৰা ওলায়। মঞ্চ পোহৰ হৈ পৰে। বৰুৱাৰ মুখত হাঁহি। গুণাকৰ দৌৰি সোমাই আহে।)*

গুণাকৰ : দেউতা কিবা এটা মতা যেন শুনিলোঁ।

বৰুৱা : (হাঁহি হাঁহি) ৰুণুলৈ চা চোন, বৰ দুষ্ট এই —

গুণাকৰ : ৰুণু ! কোন ৰুণু দেউতা? *(হঠাৎ বৰুৱাৰ স্বপ্ন ভংগ হোৱাৰ দৰে হয়।)* হুমুনিয়াহ এৰে।

বৰুৱা : নাই নাই, এনেয়ে, এনেয়ে, কিবা এটা মনত পৰিছিল। এনেয়ে বুজিছ।

লাইট ,জ্বলালিয়েই দেখোন। বেলি পৰিলেই নেকি?

গুণাকৰ : আঁতো আকৌ -

বৰুৱা : কোন আহিছিল?

গণাকৰ : গুৱালটো -

বৰুৱা : ৰুণুৱে তাক - - -

গুণাকৰ : কোন ৰুণুৰ কথা কৈছে দেউতা?

বৰুৱা : গুৱালটো আহিছিল? কিহৰ কাৰণে আহিছিল অ' সি?

গুণাকৰ : দেউতায়ো ভাল কথা সুধিছে, গাখীৰ দিলেহি আক'।

বৰুৱা : এৰা, কি হ'ল জানো, নিজেই ক'ব নোৱাৰিলোঁ। ই কেনি গ'ল? নয়ন?

গুণাকৰ : বাপুটি? দেউতাইনো কি কৈছে। বাপু দেখোন কালিয়েই - - -

বৰুৱা : অ' এৰা। মানে কি হৈছে জান গুণাকৰ — মোৰ এনেকুৱা লাগিছে মই যেন আগতকৈও অকলশৰীয়া হৈ গ'লো। এইবাৰ নয়ন আহি গোটেইখন খেলি মেলি কৰি পেলালে। তই বহাগ বিহুৰ সময়ত ঘৰলৈ যাবি নহয়নে? গাঁৱৰ ঘৰলৈ?

গুণাকৰ : মন যায় দেউতা, অথচ আপোনাকো অকলে কেনেকৈ এৰোঁ তাকো ভাবি পোৱা নাই।

বৰুৱা : গাঁৱত যদি তোৰ পো- বোৱাৰী, নাতিহঁতে আক' ইয়ালৈ ঘুৰি আহিবলৈ নিদিয়ে?

গুণাকৰ : সেইষাৰ কথা সিহঁতে যোৱা তিনি বছৰ মানৰ পৰা কৈয়েই আছে। *(হাঁহি)* সৰুটোৱে বোলে, পিতাই তই লোকৰ ঘৰত গেবাৰি খাটিবি আৰু আমি ইয়াত ধন ঘটি ভোগ কৰিম? তই গুচি আহ। তোক হাত ধুই ভাত খাব পৰাকৈ ৰাখিম। পিছে মই দেউতা এহেলেও এৰিব নোৱাৰোঁ, তেহেলেও এৰিব নোৱাৰোঁ।

বৰুৱা : গুণাকৰ-

গুণাকৰ : দেউতা-

বৰুৱা : মোৰ এখন গাঁও আছে জান?

গুণাকৰ : ময়েই দেখোন আপোনাক গাঁৱৰ পৰা এপাক মাৰি অহাৰ কথা কৈছিলোঁ।

বৰুৱা : এৰা অ', আজি কিছুদিনৰ পৰা দেখোন মোৰ গাঁওখনলৈ, গাঁৱৰ মানুহবোৰলৈ বৰকৈ মনত পৰিবলৈ ধৰিছে, সেই ৰুণুজনী, তাই কম দুষ্ট আছিল নে — মোক কমখন নগুৰ-নাগতি কৰিছিল নে-

গুণাকৰ : যাওকেই দেউতা, আপুনি এই ভাগে আপোনাৰ গাঁওলৈ যাওক, ময়ো

এই ভাগে —, নহ'লে দেউতা ময়ে আপোনাক তাত থৈ আহি —

বৰুৱা : নেলাগে অ', দ্ৰাইভাৰক লৈয়ে মই যাব পাৰিম। সেয়ে হওক, তই তোৰ গাঁৱলৈ — মই মোৰ গাওঁ খনলৈ— — —

*(সম্মুখলৈ চাই ৰয়। অলপ আগৰে পৰা মঞ্চ এন্ধাৰ হৈ বৰুৱাৰ মুখত spot পৰি খন্তেক পাচতে মঞ্চ এন্ধাৰ হয়।)*

বৰুৱা : ৰুণু জনী বৰ দুষ্ট আছিল নহয়। তাইৰ কি উৎপাত। *(বৰুৱাই 'ৰুণু'ৰ কথা যেন স্বপ্নৰ আবেগত কৈ পেলাইছে। ৰুণুৰ কথা কওঁতে মুখখন উজ্জ্বল যেন লাগিব। ওঁঠৰ ওপৰত মৃদু হাঁহি এটা)*

গুণাকৰ : 'ৰুণু' বুলি বা দেউতাই কাৰ কথা ক'লে? অলপ আগতে ৰুণু ৰুণু বুলি মাতিছিল।

বৰুৱা : *(স্বপ্ন ভংগ হোৱাৰ দৰে। লাজ লাজ ভাব)* হু, নাই নাই। কোনো নাই, ৰুণু নামৰ কোনো নাই। *(ডাঙৰকৈ হাঁহি)* এজনী দুষ্ট ছোৱালী আছিল বুজিছ গুণাকৰ। মোক তাই নগুৰ - নাগতি কৰিছিল। মই যেতিয়া এই গুৱাহাটী চহৰত পঢ়িবলৈ বুলি গাঁও এৰি আহোঁ — — *(change mood)*তোক মই কি কৈছিলোঁ?

গুণাকৰ : ৰুণুৰ কথা।

বৰুৱা : কোন ৰুণু অ'?

গুণাকৰ : আপুনিহে জানে দেউতা-

বৰুৱা : মই? মই কেনেকৈ জানিম? মই কোনো ৰুণুক নাজানো বুজিছ। যা, যা, তই যা। বাহিৰত একেবাৰে আন্ধাৰ হ'ল চাগে। যা বুজিছ।

গুণাকৰ : ভৰি ধোৱা পানীৰ চৰিয়াটো ইয়ালৈকে আনোনে দেউতা?

বৰুৱা : ব'ল, ব'ল, বাৰান্দাতে বহোঁগৈ।

*(বহাৰ পৰা উঠি উঠি)*

ইমান মস্ত ঘৰটোৰ ঠাইবোৰ ব্যৱহাৰ কৰি যাব লাগে বুজিছ, ব'ল বাৰন্দাখনলৈ ব'ল। বহুদিন সেই খন বাৰান্দাত বহাই নাই নহয়।

*(বৰুৱা খৰ খোজেৰে ভিতৰ সোমায়। পিছে পিছে গুণাকৰ)*

বিৰতি দিব পাৰে।

## সপ্তম দৃশ্য

গাঁৱৰ এটি দুখীয়া মানুহৰ সৰু ঘৰ। মঞ্চত পোহৰ পৰাৰ পিছত বৃদ্ধা লাহে লাহে ভিতৰৰ পৰা ওলাই আহে। হাতত এদাল সাধাৰণ লাখুটি। নালভগা চকী এখনত বহি ঘনঘন উশাহ লয়। এজন

গাঁৱৰ ডেকা, বুবাই, বাহিৰৰ পৰা আহে। হাতত বজাৰৰ পৰা অনা বয়-বস্তুৰ টোপোলা।

বুবাই : অ' জেঠাইটি উঠি আহিলি? মই তোক বাৰে বাৰে কৈছোঁ যে এনেকৈয়ে মই ঘৰত নাথাকিলে তই অকলে অকলে ঘপকৈ উঠি নাহিবি। এই বয়সত পৰিবলৈ হ'লে কি হ'ব তয়েই ভাবি চাচোন।

ৰুণু : বিচনাখনত পৰি থাকি দিন গাঁৱ, 'খেন' নাযায় যেন হৈছে অ', এইদৰে আৰু কিমান পৰি থাকিম?

বুবাই : মই দেখোন তোক কৈছিলোঁৱেই বোলো বজাৰলৈ ফটকৈ যাম আৰু ফটকৈ আহিম। এইকণ সময়ো তই মোলৈ বাট চাব নোৱাৰিলিনে? কাণেৰে অলপ কমকৈ শুন, চকুৰে ভালদৰে নমন, ক'ৰবাত উজুতি খাই পৰি থাকিলেও দাণ্ডি ধৰিবলৈ কোনো এটা নাই।

ৰুণু : বুবাই অ', সতকাই আমাৰ নিচিনা জীৱক যমে নিনিয়ে বুজিছ। লেলাই ধেন্দাই হ'লেও থকা দিন কেইটা থাকিমেই।

বুবাই : আজি দেওবাৰৰ দিনটোত তোৰ জানো চাকৰি আছে?

বুবাই : তোৰ দেখোন জেঠাই বাৰচাৰ বোৰ হিচাবত আছে অ'।

ৰুণু : তয়েই চোন ৰাতিপুৱা কৈছিলি হাটলৈ যাওঁ বুলি। দেওবাৰেহে হাট বহে। সেই সোপানো কি আনিলি?

বুবাই : কি আনিবি আৰু, তোলৈ মালভোগ কল দুটামান আনিছোঁ, মাহৰ দাইল আনিছোঁ, গুৰ একেবাৰে এক কিলো লৈ আনিছোঁ।

ৰুণু : পইছা গাল ভাঙিলি। হেৰ' বোপাই হাতলৈ দুটা পইচা আহিলেই যধে মধে খৰচ কৰিব নাপায়, লক্ষীচাৰা হয়।

বুবাই : কৰোঁ বুলিয়েই খৰচ কৰিব পৰাকৈ পইচানো পাওঁ কিমান অ' জেঠাই? মৌজাদাৰৰ মহৰীয়ে এগাল ধন নাপায়। তাতে আমাৰ মৌজাদাৰো দেখা নাই তেনেই বাজ কেৰেপ। শুন, মই এতিয়া আমাৰ ক্লাব ঘৰলৈ যাম। কথা এটা শুনিছ নে নাই ?

ৰুণু : কিবা কৈছ?

বুবাই : 'জজ' চাহাব আহিব নহয়।

ৰুণু : কি ক'লি?

বুবাই : সঞ্জয় বৰুৱা 'জজ' আহিব।

বুবাই : ধন ককাইদেউ?

বুবাই : ইয়ালৈ আহিব। গাঁৱলৈ। ভায়েকৰ ঘৰলৈ।

ৰুণু : তই সঁচা কৈছনে বুবাই?

বুবাই : অজয় বৰ্তাই ককায়েক আহিব বুলি ঘৰত চুন- তেল দিছে। গা-ধোৱা ঘৰ নতুনকৈ সজাইছে। চাৰিদিনমান থাকিব বোলে।

ৰুণু : ক'ত শুনিলি হয়নে?

বুবাই : ভায়েকে নিজে কৈছে আক'।

ৰুণু : *(যেন বৰ আনন্দ পায়)* সঁচাকৈয়ে ধন ককাইদেউ আহিব নেকি অ'?

বুবাই : উৰা! ধন ককাইদেউ আক' ক'ৰ পৰা ওলাল? মই আমাৰ জজ চাহাবৰ কথাহে কৈছোঁ।

ৰুণু : তেওঁৰ ঘৰত মতা নাম ধন আছিল বুজিছ। আমি ধন ককাইদেউ বুলিহে মাতোঁ। সঁচাকৈয়ে আহিব নহয় নে?

বুবাই : আহিবতোন আক',

ৰুণু : হেৰ' বুবাই, মোকো এবাৰ দেখুৱাই আনিবিনে?

বুবাই : তই যাবি? জজ চাহাবক চাবলৈ? অজয় বৰ্তাৰ ঘৰলৈ?

ৰুণু : কিনো হ'ব? কিমান দিন দেখা নাই।

বুবাই : চা জেঠাই, তোৰ মন গৈছে তেওঁক চাবলৈ, তেওঁৰ বা তোক চাবলৈ মন গৈছেনে নাই, সেইটো আগতে জানি ল'ব লাগিব।

ৰুণু. : মোৰ কথা ক'বি বুজিছ। তেওঁ নিজেই আহিব কিজানি। আমি তাহানি বুজিছ - — -

বুবাই : তই তাহানি কি কৰিছিলি সেইটোৰ হিচাব দি একো লাভ নাই। তেওঁ দেখোন ইয়াৰ আগতেও গাঁৱৰ ঘৰলৈ তিনি চাৰি বাৰ মান আহিছিল। তোৰ খবৰ লৈছিল?

ৰুণু : কিছুমান কথা তইঁতে ওপৰতে নকবিচোন। তেতিয়া তেওঁ এঘণ্টা ডেৰঘণ্টাৰ বাবে আহে। গুচি যায়। এবাৰ সেই ভায়েকৰ বিয়াত আহিছিল, এবাৰ ভতিজাকৰ বিয়াত, অলপ সময়ৰ কাৰণে। আমি খবৰেই নাপালোঁ। কি কাম কৰিছিল জান? হাকিম। ইমান ডাঙৰ কাম কৰা মানুহে গাঁও ঘূৰি ফুৰিবলৈ কিবা সময় পায় নেকি?

বুবাই : ভিতৰলৈ যাবিনে, ইয়াত বহি থাকিবি?

ৰুণু : ইয়াত বহোচোন দে—

বুবাই : তেনেহ'লে মই বস্তুবোৰ থৈ আহোঁ ৰ- *(বজাৰৰ মোনা লৈ ভিতৰ সোমায়। কেইমুহূৰ্তমান ৰুণু অকলশৰে। পোহৰ ৰুণুৰ ওপৰত কেন্দ্ৰীভূত হয়। আৱহ সংগীতৰ মৃদু সুৰ। ৰুণুৱে যেন স্মৃতিচাৰণ কৰে ওঁঠত*

*পাতল হাঁহি, বাহিৰত গাঁৱৰ ডেকা নিত্য আৰু ৰবীনৰ মাত)*

নিত্য : *(বাহিৰৰ পৰা)* এ বুবাই, বুবাই, হ'লনে তোৰ -

ৰুণু : কোন অ', ইয়ালৈকে আহ। *(নিত্য আৰু ৰবীন আহে)*

নিত্য : জেঠাই আমিহে, নিত্য আৰু ৰবীন আহিছোঁ,

ৰুণু : বুবাইক বিচাৰি আহিছ?

ৰবীন : তাক লগ পালোঁ অৱশ্যে। ক্লাবত মিটিঙ এখন আছে। বুবাইক লৈ যাওঁ বুলি আহিছোঁ।

নিত্য : জজ চাহাব আহিব।

ৰুণু : বুবায়ে কৈছে।

ৰবীন : আমি সম্বৰ্ধনা দিয়াৰ কথা ভাবিছো। সেই বাবেই ক্লাবত মিটিং আছে।

নিত্য : আমাৰ এইখন গাঁৱৰে ল'ৰাই গৈ হাইকৰ্টৰ জজ হ'ল।গৌৰৱৰ কথা নহয় জানো জেঠাই?

ৰুণু : ধন ককাইদেউ বেলেগ আছিল বুজিছ। গোলাপ মাষ্টৰে পাঠশালাত পঢ়ি থাকোতেই কৈছিল বোলে 'ঈশ্বৰে কৰিলে ই গাঁওখনৰ মুখ উজ্জ্বলাব'। দেখিলি?

ৰবীন : সেই কাৰণেই আমি গাঁৱৰ ৰাইজে তেখেতক সম্বৰ্ধনা জনাব খুজিছোঁ। আপুনিয়েই সেই সময়ৰ কথা বেছিকৈ জানিব। জজ চাহাবক বোলে আপুনি একেবাৰে সৰু কালৰে পৰাই পাইছিল।

ৰুণু : একেলগে উমলিছিলোঁ বুজিছ। মই পিছে অলপ উৎপতীয়া আছিলোঁ। ধন ককাইদেউক কমখন নগুৰ নাগতি কৰিলোঁনে? তেওঁ পিছে মোক খঙো কৰিছিল, মৰমো কৰিছিল। মই যেনিয়েই যাব খোজোঁ, তেনিয়েই মোৰ লগত গৈছিল।

*(বুবাই ওলাই আহে)*

বুবাই : *(কৈ কৈ আহে)* তইঁত অকণমান আগ বাঢ় বুজিছ। মই গৈ আছোঁ। জেঠাইক কিবা এটা খুৱাই লওঁ। বিচনাত থৈ আহোঁ। ময়ো কিবা এটা কৰি মেলি খাই লওঁ।

নিত্য : তই তেতিয়া হ'লে আহিবি, আমি গৈ থাকোঁ।

বুবাই : যা—

ৰবীন : মিটিঙলৈ কেৰেণী বৰ্তাইঁতো আহিব। দেৰি নকৰিবি। *(নিত্য আৰু ৰবীন যায়)*

ৰুণু : তইনো নগ'লি কেলেই?

বুবাই ঃ ওলাই গ'লে কিমান সময়ত সোমাবহি পাৰোঁ কি ঠিক, তোৰ ভোক নালাগিব। ভাবিছোঁ ভাতকেইটাকে বহাই দিওঁ। আহিয়েই যাতে খাব পৰা হৈ থাকে। তই এতিয়া চাহ অকণমান নাখাবি জানো?

ৰুশু ঃ তোৰ কষ্ট দেখি মনটোৱে সহা নাই অ'। তই নথকা হ'লে ইমান দিনে মই কিজানি ঘৰৰ ভিতৰতে মৰি বাহীশ হ'লোহেঁতেন।

বুবাই ঃ আকৌ তোৰ সেইবোৰ কথা জেঠাই।

ৰুশু ঃ এনেকৈ লোকক দুখ দি থাকিবলৈ জীয়াই থকাৰ কিবা মানে আছে জানো কচোন!

বুবাই ঃ *জেঠাই, এইবোৰ কথা কৈ থাকিলে বেয়া হ'ব কিন্তু —*

ৰুশু ঃ চকলাটিঙত তোৰ দেউতাৰ আছে। দুটা ককায়েৰ আছে, সম্পত্তি আছে অথচ এই জেঠায়েৰক অকলশৰীয়া দেখি তই মোক নেৰা হ'লি। যোৱা কুৰি বছৰে তয়েই মোৰ কণাৰ লাখুটি হৈ আছ। তই কি পাইছ মোৰ পৰা? তোক দি যাবলৈনো মোৰ আছে কিটো? ৰাইজে সাজি দিয়া এই ঘৰটোত আছোঁ। এতিয়া তয়েই ঘটিছ বাবে নিজে ওলাই নোযোৱাকৈ দুমুঠি খাইছোঁ। তোৰ খাইছোঁ। মই তোক খুৱাব পৰা নাই।

বুবাই ঃ *জেঠাই এইবোৰ কথা কৈছ কিয়? কি হৈছে তোৰ? তই মোৰ জেঠাই নহয়? আইৰ বায়েক নহয়? মই তোৰ একো নহওঁ? তোৰ প্ৰতি মোৰ দায়িত্ব নাই? তোৰ ওচৰত থাকি মানুহে নকৰা কাম মই একো কৰা নাই জেঠাই। ইয়াত থাকি মই মৌজাদাৰৰ মহৰী চাকৰি ল'লোঁ। সেইটো কাম দেখোন মই মোৰ নিজৰ বাবেই কৰিলোঁ। জেঠাই, মোৰ দুবছৰতে যেতিয়া আই ঢুকাল, পিতায়ে মোক তোৰ হাততে গতোৱা নাছিল? খুজি মাগি হ'লেও তয়েই মোক দুবেলা দুসাজ খুৱাইছিলি, স্কুলত পঢ়ুৱাইছিলি। মেট্ৰিক পাছো কৰিব পাৰিলোঁ তোৰ বাবেই। মোৰ ককাই দুটাই কিন্তু মাইনৰ স্কুলকে পাছ কৰিব নোৱাৰিলে। জেঠাই, আজি এইবোৰ কথা তই ভাবিলি কিয়?*

ৰুশু ঃ দিনে দিনে মই যেন অলৰ হৈ আহিছোঁ, মই বোজা হৈ আহিছোঁ। এইযাৰ কথা মোক কোনে বেলেগে বুজাব লাগে কচোন।

বুবাই ঃ *(mood সলনি কৰি। হাঁহিৰে, ধেমালি কৰিবৰ মনেৰে)* তইনো বাৰু জেঠাই বিয়া নোসোমালি কিয়?

ৰুশু ঃ মন নগ'ল।

বুবাই ঃ কিয় মন নগ'ল?

ৰুণু : নগ'ল আৰু নগ'ল। কিয় নগ'ল মই কেনেকৈ জানো?

বুবাই : ককাইঁতে জোৰ কৰা নাছিল?

ৰুণু : তোৰ মাৰৰ বয়স যেতিয়া ধৰ দুই আঢ়ৈ বছৰ, মোৰ বয়স তোৰ মাৰতকৈ চাৰি বছৰৰ বেছি, তেনেকুৱাতে পিতা ঢুকালেই, পিছত, আইকো অকলশৰীয়া কৰিবলৈ মন নগ'ল। বিয়া নহ'লো আৰু। জোৰ কৰিছিল। ল'ৰাও ওলাইছিল। মন নগ'ল।

বুবাই : তই চাগৈ বৰ ধুনীয়াজনী আছিলি নহয়নে? কিমান লৰাই চাগে তোক দেখি 'সুইত' 'সাইত' মাৰিছিল।

ৰুণু : যৌৱনত বান্দৰো সুন্দৰ হয় বুজিছ।

বুবাই : তই বাৰু জেঠাই ডেকা ল'ৰাবোৰৰ ভিতৰত কাক সুন্দৰদেখিছিলি?

ৰুণু : কিনো কথাবোৰ সোধ অ'।

বুবাই : কথা এটা সোধো ক'বি?

ৰুণু : হে'ৰ, কথা সুধিলে সোধ, জনাটো কম।

বুবাই : গাঁৱৰ পুৰণি মানুহবোৰে হেনো কোৱা- মেলা কৰে- তই সেই জজ চাহাবকে সকলোতকৈ ধুনীয়া দেখিছিলি।

ৰুণু : *(হাঁহি , যেন বৰ ফূৰ্তি পায়)* ধন ককাইদেৱে আক' মোকহে ধুনীয়া দেখিছিল। কি কৈছিল জান? সেই টাউনলৈ, একেবাৰে গুৱাহাটী টাউনলৈ যেতিয়া কলেজ পঢ়িবলৈ যাবলৈ ওলাইছিল তেতিয়া — তেতিয়া -— বুজিছ, তেতিয়া কৈছিল

*(খিলখিলকৈ হাঁহিবলৈ ধৰে। হাঁহিটো ক্ৰমে সৰু কালৰ ৰুণুৰ হাঁহিত Mix হয়। মঞ্চত পোহৰৰ ৰং সলনি হয়। মৃদু আৱহ সংগীত। এটি ক্ষীণ পোহৰ আহি পৰেহি বৃদ্ধা ৰুণুৰ ওপৰত। মঞ্চৰ অন্যান্য অংশ আন্ধাৰ হৈ যায়। মঞ্চৰ বিচ্ছুৰিত পোহৰৰ মাজত দেখা যায় এহাল কিশোৰ। অৰ্থাৎ ১৪/১৫ বছৰীয়া সঞ্জয় আৰু ১১/১২ বছৰীয়া ৰুণুক)* ৰুণুৱে হাতত কিতাপ এখন লৈ আগে আগে, তাৰ পিছে পিছে সঞ্জয় দৌৰি, ৰুণুৱে খিলখিলকৈ হাঁহি থাকে।

সঞ্জয় : ৰুণু, অই ৰুণু, কিতাপখন ফালিব *(ৰুণুক ধৰি)* দে—

ৰুণু : নিদিওঁ-

সঞ্জয় : দে -

ৰুণু : নিদিওঁ।

সঞ্জয় : তোক মই এটা ডাঙৰ কথা ক'বলৈহে আহিছিলোঁ।

ৰুণু : ক -

সঞ্জয় : মই টাউনলৈ যাম।

ৰুণু : একেদাল কথাকেনো কিমান দিন কৈ থাক।

সঞ্জয় : সঁচা অ' ৰুণু।

ৰুণু : যা। তোক কোনে বাধা দিছে। তই গ'লে আমাৰ কিবা পেটলৈ ভাত নেযাব নে?

সঞ্জয় : মই ধেমালি কৰা নাই অ' জান, কাইলৈকে যাম।

ৰুণু : কি! কাইলৈকে যাবি?

সঞ্জয় : অ - অ! ৰন্তুৰ মামাক যে আহিছে। তেখেতেই লৈ যাব। এতিয়াই নগ'লে হেনো পিচত নাম লগোৱাত দিগদাৰ হ'ব। (ৰুণুৱে তলমূৰ কৰে) ৰুণু—

ৰুণু : *(কিতাপখন দিয়ে)* ল -

সঞ্জয় : তই বেয়া পাইছ।

ৰুণু : নাই - নাই। কিয় বেয়া পাম। তই টাউনলৈ পঢ়িবলৈ যাবি। কিয় বেয়া পাম।

সঞ্জয় : মোৰ কিন্তু তোক এৰি যাবলৈ বৰ বেয়া লাগিছে। তাত কিজানি ঘনে ঘনে তোৰ মুখ খনলৈ মোৰ মনত পৰি থাকিব।

ৰুণু : চাবি আকৌ, বেছিকৈ মনত পেলাই থাকিলে পঢ়া ক্ষতি হ'ব।
*(সৰু ৰুণুৰ কান্দোনটো ডাঙৰ ৰুণুৰ কান্দোনত Mix হয়)*

বুবাই : *জেঠাই, অ' জেঠাই — — তই, তই জেঠাই কান্দিছ যে ! (flash back অন্ত হয়। বৃদ্ধা ৰুণুৰ চকুত পানী, মঞ্চৰ পোহৰ স্বাভাৱিক)*

ৰুণু : ধেৎ , এনেয়ে। চাচোন সেই ধন ককাইদেউ জজ হ'ল। টাউনত বোলে বৰ ডাঙৰ ঘৰ সাজিলে? একেবাৰে পকা ঘৰ? নিজা মটৰ গাড়ী বোলে দুখন?

বুবাই : জেঠাই, কোনো কোনোৱে কোৱা মেলা কৰে তই বোলে জজ চাহাবৰ কাৰণেই বিয়া নোহোৱাকৈ থাকিলি! হয় নেকি অ'। তই জজ চাহাবক বৰ ভাল পাইছিলি নেকি?

ৰুণু : *(নিজক লুকুৱাবলৈ)* মিছা কথা, এইবোৰ মিছা কথা। ধন ককাইদেউক মই কিয় বিচাৰিম? তেওঁক মই কিয় ভাল পাম? মিছা, মিছা কথা, সকলো মিছা কথা।
*(হুকহুককৈ কান্দিবলৈ ধৰে। বুবাই জেঠাই জেঠাই বুলি গাত ধৰেগৈ। মঞ্চ আন্ধাৰ হয়)*

## অষ্টম দৃশ্য

*গাঁৱৰ বাট (এই বাটটো 'এপ্ৰন' ত দেখুৱাব পাৰে)*

অজয় বাটেদি আহে। বয়স ৬৫ মান। সঞ্জয় বৰুৱাৰ ভায়েক। অজয় আহি মঞ্চৰ মাজ মান পাওঁতেই, গাঁৱৰ জনাৰ্দনৰ মাত শুনে -

জনাৰ্দন : *(ভিতৰৰ পৰাই)* সেয়া ককাইদেউ নহয়নে? 'অ' ককাইদেউ। *(অজয় ৰৈ দিয়ে। জনাৰ্দন সোমাই আহে। বয়স ৫০ মান)*

জনাৰ্দন : মই খোজতে চিনিছোঁ নহয় যে সেয়া আন কোনো নহয় ককাইদেউহে, ক'ৰ পৰা আহিল নো!

অজয় : নক'বা, আজি আক' পকা মিস্ত্ৰিটো নাহিল। আমাৰ থেকেৰা ঠিকাদাৰে দিয়া মিস্ত্ৰি। তাকে বোলো থেকেৰাৰ তাত খবৰ এটা কৰি আহোঁ।

জনাৰ্দন : পালে?

অজয় : সিটো মিস্ত্ৰিৰ বোলে ঘৰত হুলস্থূল, ঘৰৰ পৰাই পলাইছে।

জনাৰ্দন : মানে?

অজয় : সি তোমাৰ ইয়াত এজনী বিয়া কৰাইছিল। তাৰ দেশতো বোলে এজনী আছে। ফটকৈ আহি দেশৰজনী ওলালহি। এতিয়া দুয়োজনীৰ মাজত দুৰ্বাদল কাজিয়া। দুয়োজনীৰে কাজিয়া চম্ভালিব নোৱাৰি মিস্ত্ৰিয়ে ঘৰ এৰি উধাওঁ। ইফালে মোৰ অৱস্থা পানীত হাঁহ নচৰা।

জনাৰ্দন : ঘৰৰ কাম হৈছে গৈ?

অজয় : তোমাকনো ক'লো কি — গাধোৱা ঘৰটো হওঁতে ওলালে। ৰান্ধনি ঘৰটোৰ অকণমান মেৰামতি আছিল। এদিনমানৰ কাম। এতিয়া সেইকণতে ৰৈছে গৈ। থেকেৰাই দোচোৰা মিস্ত্ৰি এটা পঠাওঁ বুলিছে অৱশ্যে।

জনাৰ্দন : এৰা টাউনীয়া মানুহ, এইবোৰ ঘৰত আহুকালো পাব পাৰে। তাতে একেবাৰে জজ মানুহ। ভাল লাগিছে বুজিছে ককাইদেউ, ভাল লাগিছে। হেজাৰ হওক, এই বুঢ়াকালতো গাঁওখনলৈ অন্ততঃ মনত পৰিছে। পোন্ধৰ বছৰ মানেই গাঁৱলৈ অহা নাই নেকি? আমাৰ ল'ৰাহঁতৰ বহুতেই দেখাই নাই নহয়। নামহে শুনিছে। পিছে আহিবতো?

অজয় : আহিম বুলি চিঠি লেখিছে যেতিয়া আহিবই। ককাইদেউক মইহে জানো। *কণুৰ ঘৰ।*

*(এপ্ৰনৰ দৃশ্যৰ পৰা দৃশ্যান্তৰ হৈ দৃশ্যপটৰ সলনি ঘটিব। দূৰৰ পৰা বিহু*

*ঢোল পেপাৰ মাত আহিছে। মাজে মাজে একোবাৰ কিৰিলি। বুবায়ে হাৱাই চাৰ্টটো পিন্ধি পিন্ধি ওলাই আহে। লং পেণ্টটোৰ ভৰি সামান্য ভাবে কোচাই লয়। হাতত লাখুটি নোলোৱাকৈ ওলাই আহে ৰুণু।)*

ৰুণু : কেনিবা যাব নেকি?

বুবাই : অ', তই দেখোন জেঠাই একেবাৰে ষোল বছৰীয়াজনী অহাদি আহিলি? আজি লাখুটি দালো লোৱা নাই দেখোন!

ৰুণু : আজি দেখোন গাটো অলপ ভাল পাইছোঁ অ'-।

বুবাই : এইটো বতৰৰ মহিমা বুজিছ। পাবোঁতেনো এই বতৰত মতাগৰুৰ চালেও হেম্বেলিয়াই বুলি কয়নে?

ৰুণু : ক'ৰবাত বিহু মাৰিবলৈ যাব হ'ব পায়?

বুবাই : ৰিহাৰ্চেল কৰিম।

ৰুণু : কি বুলিলি?

বুবাই : ৰিহাৰ্চেল, বিহু সন্মিলন পাতিম নহয়। জজ চাহাবৰ আগত বিহু দেখুৱাম।

ৰুণু : চাবি, পাৰিলে এজনী লগত লৈ আনি ঘৰ সোমাবিহি।

বুবাই : হয়নে? নিজৰ এই পেটটোকে চম্ভালিব পৰা নাই, আৰু এজনী টেটুত দিব খুজিছ? নালাগে বুজিছ, এতিয়াই ভাল।

ৰুণু : হেৰ' পুৰুষৰ পোৱালি হৈ অতদিনে মনে মিলা এজনী গোটাই ল'ব নোৱাৰিলি। ক'লে লাজ পাবি।

বুবাই : বুজিছ জেঠাই, সঁজাত নাই, তিৰোতাবোৰৰ সঁজাত নাই। সেই আমাৰ কলীয়াৰ কি হ'ল দেখিলি? কেৰাণী বৰ্তাৰ ছোৱালী সেই মাধুৰীৰ লগত তাৰ বিয়া হোৱা কথা নাছিল? সি সাউত সাউতকৈ তাহাঁতৰ ঘৰলৈ অহা যোৱা কৰি থকা নাছিল? কি হ'ল সেইয়া দেখিলিয়েই নহয়। টাউনত গৰমেন চাকৰি কৰা এটা পাই একেবাৰে যোৱা ফাগুনত বিয়াই হৈ গুচি গ'ল। বেচেৰা কলীয়াটো এতিয়া ফপৰীয়া হোৱাদি হ'ল।

ৰুণু : তিৰোতাৰ দোষ হ'ল নহয়? এস্ পুৰুষসকল একেবাৰে ধোৱা তুলসীৰ পাত দেহি । মুখখন মোৰ খুলি নল'বি বুজিছ। পুৰুষবোৰে কেনেকৈ পাহৰিব পাৰে প্ৰমাণ আছে বুজিছ, গাতে আছে *(বুঢ়ীয়ে কথাষাৰ অসতৰ্ক ভাবে কৈ দি বৈ যায় )*

বুবাই : গাতে আছে মানে? জেঠাই, সঁচা কথা কচোন তইনো বিয়াত নবহিলি কিয়?

ৰুণু : মন নগ'ল ?

বুবাই : মননো নগ'ল কিয়?

ৰুণু : তই তোৰ নিজৰ কাম কৰ।

বুবাই : ক চোন জেঠাই, এইযাৰ কথাকে তোক মই কাহানিবাৰে পৰা সোধো সোধোঁকৈ আছিলোঁ। অ জেঠাই। ক চোন অ–

ৰুণু : অ, দেখিছানে ল'ৰাটোৰ বলিয়ালিখন। যা বুলিছোঁ, ভালে ভালে যা।

বুবাই : কথাটো হয় নেকি অ?

ৰুণু : আগ নাই, গুৰি নাই, পোন চাতেই সুধিছে, 'কথাটো হয় নেকি অ'। তই কি কথাটোৰ কথা সুধিছ মইনো কেনেকৈ জানো?

বুবাই : মানুহে কিন্তু কোৱা মেলা কৰে।

ৰুণু : উৱা, তাৰ কথা শুনাচোন। মানুহে কি কোৱা মেলা কৰেনো?

বুবাই : নহয়, আমাৰ ক্লাবৰ ল'ৰাইঁতে ভাবিছে আমাৰ হৈ জজ চাহাবক সম্বৰ্ধনাটো তই জনাবি।

ৰুণু : কি ক'লি?

বুবাই : অ, জজ চাহাবৰ সময়ৰ মানুহ গাঁওখনত এতিয়া যি দুই এজন আছে তাতোঁকৈ তই বোলে জজ চাহাবক বেছি জান।

ৰুণু : জানোতোন!

বুবাই : সেই কাৰণে তয়েই আমাৰ ক্লাব আৰু গাঁওখনৰ হৈ জজ চাহাবক, সম্বৰ্ধনা জনাব লাগিব। তোক বোলে দাং- কোলাকৈ মিতিঙলৈ লৈ যাব।

ৰুণু : *(আনন্দত)* হয় নেকি! যাম তেনেহ'লে দে। এবাৰ বুজিছ, মই তেতিয়া ফ্ৰক পিন্ধি থাকোঁ। মই উঠিলো তোৰ আম গছত। আমাৰ কণ খুড়াৰ বাৰীৰ আম। একে বাৰে বিলাতী আমৰ গতেৰে বুজিছ। ককাইদেউক কলো 'উঠ'

বুবাই : জজ চাহাবৰ কথা কোৱা নাই জানো?

ৰুণু : অঁ, ককাইদেৱে বোলে মই নোৱাৰোঁ দেই। লোকৰ বাৰীৰ আম চুৰকৈ খোৱা মোৰ দৰকাৰ নাই। মই বোলো, 'বেছ, মই উঠোঁ। তই মানুহ চাবি। উঠিলোঁ। এনেতে ককাইদেৱে দিলে ভয় খুৱাই। বোলে "আহিছে"। দিলো জাপ। অ' বোপাই, ফটকৈ ভৰিটো, এই সোঁ ভৰিটোত, কৈছোঁ নহয় সোমাল হুল। ফিৰ ফিৰকৈ তেজ মাৰিছে। ককাইদেউ পেপুৱা লগা নিচিনা হ'ল। ফটকৈ মোক বোকোচাতে তুলি *(হাঁহিবলৈ ধৰে)*

বুবাই : জজ চাহাবৰ কথাবোৰ তোৰ বৰকৈ মনত পৰে নহয়নে জেঠাই?

ৰুণু : বুজিছ, বুঢ়া বয়সত সৰু কালৰ কথাবোৰ বেছিকৈ মনলৈ আহে ।

বুবাই : ডেকা কালৰ কথা একা?

ৰুণু : এই যাঃ কিনো পেঘেনীয়াই পেঘেনীয়াই কথাবোৰ সোধে জানো এইটোৱে। ইমানটো ডেকা হ'লহি, কোনো এজনীৰে চকুত তই পৰিব নোৱাৰিলি? গাত গুণ থাকিলেহে কাৰোবাৰ চকুত পৰিব।

বুবাই : বুজিছ জেঠাই, টোপ পেলাওঁ বুলিলে গঁৰৈ- চেঙেলিয়ে খোটাদি বৰশীত খুটিবহি। পিছে ধৰিলে- চিতল খৰীয়া ধৰিম, গঁৰৈ- চেঙেলি ধৰি সময় খৰচ কৰোঁ কিয়?

(বাহিৰৰ পৰা নিত্যৰ মাত)

নিত্য : *(off voice )* এই বুবাই ক্লাবলৈ আহিবি।

বুবাই : *(চিএগৰি)* তইঁত আগবাঢ় চোন। *(ৰুণুক)* চাঁদা তুলিবগৈ লাগে। মই পিছে চাঁদা তোলালৈ নাযাওঁ। মৌজাদাৰে মাতি পঠিয়াইছে। তালৈহে যাম। আহিহে চাউল মুঠি উতলামহি। তোৰ আক' ভোক লাগিব নেকি?

ৰুণু : আজি নহ'লে চাউল মুঠি ময়েই বহাম দে। পাৰিম।

বুবাই : জেঠাই, কথা এটা কওঁ দেই -

ৰুণু : ইমান পৰে দেখোন বলকিয়েই আছ -

বুবাই : বেলেগ ধৰণৰ কথা এষাৰ কওঁ বুলি ভাবিছোঁ।

ৰুণু : মই কিবা তোৰ মুখখন জপাই থৈছোনে?

বুবাই : জজ চাহাব অহাৰ দিন ওচৰ চাপি অহাৰ লগে লগে, তোৰ বাৰু বয়সটোও কমি আহিছে নেকি?

ৰুণু : তই মাৰ খাবি দেই ।আঁতৰ বুলিছোঁ নহয় ইয়াৰ পৰা, তোক *(ৰুণুৱে খেদা মাৰি যায়। বুবাই দৌৰি ওলাই যায়। ৰুণুৰ মুখত হাঁহি। পুনৰ আহি চকীখনতে বহেহি। আবহ সংগীতে পৰিবেশ সৃষ্টি কৰিব। পোহৰ কেন্দ্ৰীভূত হ'ব ৰুণুৰ ওপৰত। একস্বপ্নৰ পৰিবেশ। (flash back) ১৪/১৫ বছৰীয়া সঞ্জয় আৰু ১১/১২ বছৰীয়া ৰুণু)* *(সঞ্জয় ওলাই আহে। ঘৰৰ পৰা ৰুণুৰ চিএৰ)*

ৰুণু : *(off voice)* এই ককাইদেউ। ককাইদেউ, ৰচোন।

*(দৌৰি ৰুণু ওলাই আহে)*

সঞ্জয় : মোৰ পিছে পিছে তই আৰু কিয় আহিলি?

ৰুণু : তইনো কিয় গুচি আহিলি?

সঞ্জয় : মই এতিয়া তোৰ লগত বৰশী বাবলৈ যাব নোৱাৰোঁ। মোৰ পঢ়া

আছে।

ৰুশু : খালি পঢ়া, পঢ়া, পঢ়া। বৰ একেবাৰে হাকিমটো হ'বগৈ! ব'লচোন এৰাবাৰীৰ সেই পুখুৰীটোত মস্ত মস্ত কান্ধুলি মাছ আছে জান, খৰীয়া মাছো আছে। সেই দিনা দেখা নাই? মই কিমান ডাঙৰ ডাঙৰ দুটা মাগুৰ মাছ ধৰিলোঁ।

সঞ্জয় : তোৰ মন গৈছে, তই গৈ বৰশী বাই থাকগৈ। মই নোৱাৰোঁ। আৰু তই মোৰ পিছে পিছে ফুৰাৰ বাবে ল'ৰাবোৰে মোক জোকায়।

ৰুশু : *(ফুৰ্তি পায়)* কি মজা। কি বুলি জোকায় কচোন।

সঞ্জয় : জোকায় আৰু।

ৰুশু : কি বুলি জোকায় সেইটোহে সুধিছোঁ।

সঞ্জয় : যা অ' এইজনী।

ৰুশু : মই জানো নহয় তোৰ লগত ল'ৰাই মোক কি বুলি জোকায়।

সঞ্জয় : কচোন তেনেহ'লে কি বুলি জোকায়?

ৰুশু : মোক মতা ল'ৰা বুলি জোকায়, তোক মাইকীছোৱালী বুলি জোকায়। হয়নে নহয়?

সঞ্জয় : চা ৰুশু, তই দেখিছো দিনে দিনে সৰু হৈহে আহিছ। অলপ গহীন গম্ভীৰ হ'।

ৰুশু : গহীন কেনেকৈনো হয় অ' ককাইদেউ?

সঞ্জয় : মই ক'ব নোৱাৰোঁ।

ৰুশু : মই কিন্তু ক'ব পাৰোঁ। এয়া চা মোলৈ, মই গহীন হৈ গৈছোঁ। চা- *(ৰুশুৱে গহীন হোৱা চেষ্টা কৰে। তাইৰ নিজৰে হাঁহি উঠি যায়। খুক খুককৈ হাঁহিবলৈ ধৰে। আবহ সংগীত দ্রুত হয়। মঞ্চত পোহৰ স্বাভাৱিক হয়। সৰু ৰুশু আৰু সঞ্জয় অদৃশ্য হয়। হাঁহিটো বহি থকা ৰুশুৰ মুখত। ক্রমাৎ সেই হাঁহিটো কান্দোনৰ দৰে হয়। চকুপানী মোহাৰে। দূৰৰ পৰা ৰবীনৰ মাত।)*

ৰবীন : *(মাতি মাতি সোমাই আহে)* বুবাই, এই বুবাই *(সোমাই আহি)* জেঠাই, ই বুবাই।

ৰুশু : হেৰ' ক্লাব ঘৰলৈকে যাওঁ বুলি গৈছে। তই ক'ৰ পৰা আহিলি?

ৰবীন : মই অজয় বৰ্তাৰ ঘৰৰ পৰা আহিলো। জজ চাহাব এই মাত্র পাইছেহি। তাৰ পৰাই গাড়ী লৈ আহিছে, ক্লাবত খবৰটো দিবলৈহে আহিছোঁ। ভাবিলোঁ বুবাইকো লগত লৈ যাওঁ, মই আহোঁ জেঠাই।

*(ৰবীন গুচি যায়। ৰুণুৱে কিবা ক'ব খুজিও যেন একো ক'ব নোৱাৰে। লাহেকৈ চকুহাল মচি দিয়ে। পোহৰ তেওঁৰ মুখত, ক্ৰমাৎ মঞ্চ আন্ধাৰ হয়।)*

## নৱম দৃশ্য

*(বাট। এপ্ৰনত দেখুৱাব পাৰে। দূৰত বিহু চলি থাকিব পাৰে, ৰিনিৰিনি অজয় আৰু বৰুৱা। বৰুৱাই লাহে লাহে খোজ কাটি কাটি গাঁওখন চবলৈ বিচাৰিছে।)*

অজয় ঃ খোজ কাটি ফুৰিবলৈ তোমাৰ অসুবিধা হৈছে নেকি ককাইদেউ।

বৰুৱা ঃ মই এটা নতুন শক্তি পাইছোঁ অ'। ব'ল ব'ল, গৈ থাকোঁ। মই প্ৰত্যেকৰ ঘৰলৈ যাম বুজিছ। ঘৰ দুৱাৰবোৰ বেছ সলনি হ'ল। বাট- পথো কিছু সলনি হ'ল।

অজয় ঃ পিছে ককাইদেউ, তাহানিৰ ৰামো নাই, অযোধ্যাও নাইৰ নিচিনা হ'ল। পলিটিক্স সোমাল। জাত - পাতৰ বিচাৰ বেছি হ'ল। আগৰ দৰে মৰম-চেনেহবিলাক নাইকিয়া হ'ল।

বৰুৱা ঃ মই কিন্তু তেনেকুৱা পোৱা নাই দেখোন। মই আহি পোৱাৰ পিছতে সেয়া গাঁৱৰ মানুহে তোৰ ঘৰ ভৰি গ'লহি। ডেকা ল'ৰাজাকেও বোলে বিহু সন্মিলনত মোক সম্বৰ্ধনা দিয়ে।

অজয় ঃ আচলতে সাধাৰণ মানুহবোৰ ঠিকেই আছে। ধুৰন্ধৰ দুটামানেহে গোটেইখন খেলি মেলি কৰিছে। আহাঁ, আহি থাকা।

বৰুৱা ঃ ব'ল, ব'ল। আজি বুজিছ শূল মোমাইটিৰ ঘৰলৈকো যাম।

অজয় ঃ তোমাক কিন্তু ককাইদেউ মই অন্য এফালেহে এতিয়া নিম।

বৰুৱা ঃ অন্য এফালে মানে?

অজয় ঃ তোমাৰ কথা সদায় কৈ থাকে। আহাঁ, এইখিনিতেই অকণমান বহি ল'লে আৰু' খোজ কাঢ়িব পাৰিবা।

বৰুৱা ঃ ব'ল —

*(দুয়ো সোমাই যায়)*

## দশম দৃশ্য

**ৰুণু চকীখনত বহি থাকে। মঞ্চত পোহৰ পৰাৰ লগে লগে ৰুণু লাহেকৈ উঠি ভিতৰলৈ যাবলৈ খপজপ কৰে। কোনো মতে ককালত ধৰি উঠি ওচৰতে, চকীখনত, আউজাই থোৱা লাঠী দালত ধৰি ভিতৰ সোমাব**

খোজোতেই বাহিৰত অজয়ৰ মাত।

অজয় : *(off voice )* পেহী, অ' পেহী –

*(ৰুণু ভিতৰ সোমাব খুজি বৈ যায়)*

ৰুণু : কোন অ', সোমাই আহ আৰু'।

*(ৰুণু পুনৰ ঘূৰি চকীখনৰ ওচৰলৈ আহে। ঠিক সেই সময়তে অজয় আৰু বৰুৱা সোমাই আহে। ৰুণু- বৰুৱা দুয়ো বিস্ময়ত হতবাক হোৱাদি বৈ যায়)*

অজয় : চা, পেহী, তই সদায় ককাইদেউৰ কথা কৈ থাক নহয়, লৈ আহিলোঁ ।

ৰুণু : কি ক'লি *(হাঁহিবনে কান্দিব একে ধৰণৰ এটি অৱস্থা হয়)* মই মই - - – – মানে– – –

অজয় : ধন ককাইদেউ।

ৰুণু : মই বাৰু ককাইদেউক ক'ত বহুৱাওঁ! ই বুবাইটোও গ'ল নহয়। হেৰ' অজয়, যাচোন, ভিতৰৰ পৰা তয়েই – – – নহয় ককাইদেউ এইখন চকীতে বহঁা।

বৰুৱা : বহিম, বহিম।

অজয় : ৰ'বা, ভিতৰৰ পৰা ময়েই বাৰু কিবা এখন আনি দিওঁ।

*(অজয় সোমাই যায়)*

বৰুৱা : ভালে আছা?

ৰুণু : আছোঁ ককাইদেউ, আছোঁ, ভালে আছোঁ।

*(অজয়ে মূঢ়া এটা লৈ ওলাই আহে)*

ৰুণু : দিয়া, মুঢ়াটো মোক দিয়া। ককাইদেউ, তুমি চকীখনতে বহঁা। অ' অজয় তুমি - - - যোৱাচোন নহ'লে পিৰা এখনকে লৈ আহাঁ। তুমি এই মুঢ়াটোতে -

অজয় : নালাগে, ককাইদেউ ইয়াত বহে মানে মই সাউতকৈ কণদেউৰ ঘৰত খবৰ এটা দি আহো। আমাৰ জোঁৱাইৰ ঘৰত পৰহিলৈ কিবা সকাম আছে। কণদেউক খবৰটো দিব লাগে। মই সাউতকৈ গৈ সাউতকৈ আহিমগৈ। তুমি বহঁা ককাইদেউ। অ' এটা কথা ক্লাবৰ ল'ৰাখিনিও তোমাৰ ওচৰলৈ অহাৰ কথা। আমি বেছি পলম নকৰোঁ। পেহী, মই আহোঁ,

*(অজয় ওলাই যায়)*

ৰুণু : মই জানিছিলোঁ ককাইদেউ, তুমি মোৰ ওচৰলৈ নহাকৈ নাথাকা। তুমি

আহি পোৱাৰ পিছতে মই তুমি অহা খবৰ পাই গ'লোঁ। দেখিছাই, নিজে যাব নোৱাৰোঁ। এফালে যমে টানিছে, এফালে মই নিজকে টানিছোঁ।

বৰুৱা : মই তোমাৰ খবৰ লৈ থাকোঁ।

ৰুণু : খবৰ আৰু আছেই বা কি? কিহৰ বাবে জীয়াই থকাৰ হেঁপাহ হৈছিল মই নিজেই নাজানো। বুবাইটো নথকা হ'লে— —

বৰুৱা : মই সকলো খবৰ পাইছোঁ।

ৰুণু : চোৱাচোন, তুমি আহিছা, অথচ মই নিজে উঠি গৈ তোমাক চাহ অকণমানো খুৱাব নোৱাৰোঁ। পুৰণি কথাবিলাক পাগুলি, পাগুলি বিছনাতে পৰি থাকোঁ। শুই শুই আমনি লাগিলে উঠি আহি এই খিনিতে বহোঁহি। অথচ চোৱাচোন ইমানতো মোৰ মৰিবলৈ মন যোৱা নাই।

বৰুৱা : মোৰ কথাও তোমাৰ মনত পৰে?

ৰুণু : তুমি তেনেকৈ সুধিব লাগে জানো ককাইদেউ? কঁপালৰ এই দাগটো দেখোন তুমিয়েই মোক দিছিলা। সেই যে বাবুকণ মামাৰ বাৰীত মধুৰিয়াম পাৰোঁতে! *(হাঁহি)* মধুৰি পাৰোঁতে মামাৰ ঘৰৰ কুকুৰটোৱে ভুকিবলৈ ধৰিলে। তুমি মোক 'নাম, নাম' বুলি চিঞৰিলা। মধুৰিয়াম গছৰ পৰা দিলোঁ জাপ, হাম খুৰি খাই পৰি এয়া — ৰৈ গ'ল। তেতিয়া পিছে তুমি মোক 'তই' বুলি মাতিছিলা।

বৰুৱা : আৰু তুমিও মোক 'তই' বুলিছিলা। এটা কথা সোধোঁ ৰুণু –

ৰুণু : মই কিজানি বুজিছা ককাইদেউ, তোমাৰ লগত দুআষাৰ কথা পাতিবলৈকে এইটো দেহা লৈ আজিলৈকে জীয়াই আছোঁ। বয়সো হ'ল, দেহাও গ'ল, তথাপি চোৱাচোন, মৰিবলৈ মন যোৱা নাছিল।

বৰুৱা : ৰুণু, হয়তো তোক চাবলৈকে এইটো বয়সত ময়ো— — বাৰু যাওক দে। তই প্ৰতিটো বিহুত পঠোৱা গামোচাবোৰ সাঁচি থোৱা আছে। বৌৱেৰেও সেইখিনি বৰ ভালকৈ সামৰি থৈছিল -

ৰুণু : যোৱা দহ বছৰে মই মাকো চোৱাই নাই। ককাইদেউ, প্ৰতিটো বিহুতে কিন্তু — — *(চকু পানী মোহাৰে)*

বৰুৱা : ৰুণু! তই - - - -

ৰুণু : আজি মোৰ মনটো বৰ ভাল লাগিছে ককাইদেউ, মোৰ মনটো খুব ভাল লাগিছে, খুব - - - -*(হুক হুককৈ কান্দি দিয়ে)*

বৰুৱা : ৰুণু, ৰুণু তই - - - -

ৰুণু : *(চকু পানী মোহাৰি)* নাই ককাইদেউ, একো নাই। মাজে মাজে মোৰ

কান্দিবলৈ ইমান মন যায়। সুবিধাকে নাপাওঁ। বেয়া নাপাবা,

বৰুৱা : কথা এটা সোধোঁ? *(Pause)* তই বাৰু বিয়াত নবহিলি কিয়?

ৰুণু : কি ক'লা, এইটো কথা সোধাৰ সময় এতিয়া জানো আছে ককাইদেউ? আচলতে বুজিছা*(কপালখন দেখুৱাই)* এই দাগটো মোৰ বুকুতো বহিল গৈ।

*(কথাষাৰ কৈ আঁচলেৰে মুখখন ঢাকি ধৰে। যেন নক'বলগীয়া কথা এষাৰ কৈ লাজ পালে। মূঢ়াটোৰ পৰা উঠি ভিতৰলৈ যাব খোজোতেই পৰি যাব খোজা যেন হয়। বৰুৱাই খপকৈ ধৰেগৈ। মঞ্চৰ পোহৰৰ দ্ৰুত পৰিবৰ্তন হয়। আৱহ সংগীতে এক সংঘাতময় পৰিবেশৰ সৃষ্টি কৰিব। এই আৱহ সংগীত ৰূপান্তৰিত হ'ব বিহুৰ ঢোললৈ। মঞ্চ আন্ধাৰ হৈ আহিব।)*

## একাদশ দৃশ্য

*(মঞ্চৰ সন্মুখ ভাগ ব্যৱহাৰ কৰিব পাৰে। বাট নিত্য আৰু দুই এটা ডেকাই কান্ধত ঢোলটো আঁৰি লৈ কথা পাতি পাতি আহে। বিপৰীত দিশৰ পৰা চাইকেল চোচোৰাই চোচোৰাই জনাৰ্দন।)*

জনাৰ্দন : হেৰ' তহঁতেচোন বিহু মাৰিবলৈ ওলালিয়েই।

নিত্য : নহয় বৰদেউতা, ঢোলটো চোৱাবলৈ দিছিলোঁ। তাকেলৈ আনিলোঁগৈ। এতিয়া আমাৰ ৰিহাৰ্চেল আছে নহয়।

এজন ডেকাঃ আপুনি দেখোন বৰ্তা, চাইকেলখন চোচোৰাইছে –

জনাৰ্দন : দেখা নাই, সেইটো *(চকাটো দেখুৱাই)* পামচাৰ বাটতে।

নিত্য : আপুনি কিমান চোচোৰাব, দিয়ক মোক দিয়ক, মই নি কৰিমৰ দোকানত দি দিম।

জনাৰ্দন : হয় নেকি? হোঁ তেনে ধৰ।

নিত্য : *(লগৰ ডেকাটোক)* ধৰ ঐ চাইকেলখন ধৰ।

ডেকা : বৰ্তাই পিছে এইখন পেলাবৰ হ'ল। আমি ওপজা দিনৰ পৰাই এইখন দেখি আহিছোঁ।

জনাৰ্দন : হয় নে? সেই কাৰণে বাইচাইকেলখন পেলাই দিম। অ' তেনেহ'লে তহঁতে ওপজা দিনৰে পৰা দেখি অহা মাৰ- দেউতাৰকো বুঢ়া হোৱাৰ বাবে ক'ৰবাত এৰি থৈ আহিবি?

নিত্য : *(ডেকাক)* তইনো কি কথাবোৰ কৰ অ'।

জনাৰ্দন ঃ হয়নেকি? পুৰণি পেলাব লাগে? তই থিয় হৈ থকা মাটিখিনি কিমান পুৰণি জান? পাৰিবি, এই পৃথিবীখন দলিয়াই পেলাই দি তোৰ নতুন পৃথিবী এখন আনি ল'ব, পাৰিবি? পুৰণি হ'ল বুলি সেই বেলিটো পেলাই দে, পাৰিবি? পুৰণি হ'ল! হু! মনত ৰাখিবি, ইও এদিন নতুন আছিল।

ডেকা ঃ আপুনি বৰ্তা কথাটো — — —

জনাৰ্দন ঃ নাই - নাই খং চং মোৰ উঠা নাই। তোৰ কথাটো শুনি হাঁহি উঠিছে। পুৰণি হ'ল, গতিকে পেলাই দে! ময়ো পুৰণি হ'লো, গতিকে মোকো পেলাই দিব। বোপাই অ' বুঢ়া পাত আজুৰি নিচিঙিলেও সৰে বুজিছ। সময়ত সকলো বুঢ়া হ'ব। বিদায় লৈ যাব। *(pause)* যা, যা, নিজৰ নিজৰ কামত যা, মোৰ চাইকেল ময়েই লৈ যাম।

—শেষ দৃশ্য—

(সম্বৰ্ধনা সভা)

*(বুবাই ওলাই যাওঁতেই চেক্রেটাৰী ৰবীন সোমাই আহে। হাতত কাগজৰ নুৰা। বুবাইক কিবা সোধে কিবা কয়। বুবাই যায়।)*

ৰবীন ঃ তোমালোক ৰেডি নহয়?

ডেকা ঃ আমি ৰেডি ৰবীনদা-

ৰবীন ঃ জনাৰ্দন বৰদেউতাই জজ চাহাবক লগত লৈ আহি আছে। নিত্য, তেখেতসকল আহি পোৱাৰ লগে লগে মই আগবঢ়াই আনিবলৈ যাম। আৰু তুমি এইফালে আৰম্ভ কৰি দিবা। এইখন লোৱা — কি ক'বা মই লিখি আনিছোঁ *(কাগজ দিয়ে, নিজে মাইকৰ ওচৰলৈ যায়)*

ৰাইজসকল আমাৰ অভ্যাগত অতিথি এই আহি পাবহি। ৰাইজৰ ওচৰত আমাৰ অনুৰোধ অৱসৰপ্ৰাপ্ত মুখ্য ন্যায়াধীশ মহোদয় আহি প্ৰেক্ষা-গৃহত প্ৰবেশ কৰাৰ সময়ত ৰাইজে যেন আসনৰ পৰা থিয় হৈ তেখেতক সন্মান জনায়— অ' তেখেতসকল পালেহিয়েই *(ৰবীনে ল'ৰা কেইজনক কিবা কয়। দুজনী সৰু ছোৱালীৰ এজনীয়ে হাতত মালা, আনজনীয়ে এখন সৰু থাল লৈ থাকে। সিহঁতক কিবা কৈ ৰবীন বাহিৰলৈ ওলাই যায়। নিত্যই মাইকলৈ গৈ কয়)*

নিত্য ঃ শ্ৰদ্ধেয় ৰাইজ, আমাৰ অভ্যাগত অতিথি নিৰ্ধাৰিত সময়ত আহি আমাৰ মাজত উপস্থিত হৈছেহি আৰু আমাৰ সভা এয়া নিৰ্ধাৰিত সময়ত আৰম্ভ কৰিব ওলাইছোঁ। আজিৰ এই সভাৰ সভাপতিৰ বাবে মই আমাৰ

ক্লাবৰ হৈ আমাৰ গাঁৱৰ সন্মানীয় ব্যক্তি অৱসৰ প্ৰাপ্ত শিক্ষক শ্ৰী যুত জনাৰ্দন শইকীয়াৰ নামটো প্ৰস্তাৱ কৰিলোঁ।

ডেকা : উক্ত প্ৰস্তাৱটো মই সাদৰেৰে সমৰ্থন কৰিলোঁ।

নিত্য : এতিয়া আমাৰ ক্লাবৰ সম্পাদক শ্ৰী ৰবীন ফুকনক সভাপতি শ্ৰী যুত শইকীয়া ডাঙৰীয়া আৰু আজিৰ সভাৰ বিশেষ আমন্ত্ৰিত অতিথি অৱসৰ প্ৰাপ্তত মুখ্য ন্যায়াধীশ শ্ৰীযুত সঞ্জয় বৰুৱাদেৱক মঞ্চলৈ আদৰি আনিবলৈ অনুৰোধ কৰিলোঁ।

*(মঞ্চলৈ সঞ্জয়, অজয়, জনাৰ্দন আৰু ৰবীন আহে - লগে লগে ছোৱালী দুজনীয়ে মালা আৰু আৰতিৰ ফোট পিন্ধায়। তাৰ পিচত সকলো চেয়াৰত বহে । এখন চেয়াৰ খালী থাকে)*

ৰবীনে জনাৰ্দনক এখন কাগজ দিয়ে। জনাৰ্দনে কাগজখন চায়।

জনাৰ্দন : ৰাইজৰ আদেশ মূৰ পাতিলৈ মই সভাপতিৰ আসন গ্ৰহণ কৰিলোঁ। আজি গাঁৱৰ মুখ উজ্জ্বল কৰা গাঁৱৰ সুসন্তান এজনক সম্বৰ্ধনা জনাবলৈ এয়া মঞ্চলৈ আদৰি আনিছে, লগতে তুলসীৰ লগত কল পটুৱাৰ মুক্তি হোৱাৰ লেখিয়াকৈ মোকো আজি এই সম্মানীয় আসনত বহাৰ সুযোগ দিলে, তাৰ বাবে ল'ৰাইতক ধন্যবাদ জনাইছোঁ। এতিয়া *(কাগজ চাই)* সভাৰ উদ্দেশ্য ব্যাখ্যা। *(মাজতে অজয়ক সঞ্জয়ে কাণে কাণে কিবা কৈ প্ৰস্থান)*

নিত্য : সমবেত ৰাইজ। শ্ৰীযুত সঞ্জয় বৰুৱা দেৱৰ পৰিচয় দিয়াৰ আজি আৰু কোনো প্ৰয়োজন নাই। তেখেতৰ নিচিনা এজন মহান ব্যক্তিক সম্বৰ্ধনা জনাবৰ বাবেই এই সভাৰ আয়োজন। এই সভা আজি আমাৰ গাঁৱৰ বাবে গৌৰৱৰ অনুষ্ঠান। এই সভাৰ আন এটামুখ্য উদ্দেশ্য- - - শ্ৰীযুত বৰুৱা দেৱৰ ব্যক্তিত্ব, প্ৰতিভা - - - - সমাজত প্ৰতিষ্ঠা কৰা বাবে আমাৰ গাঁৱৰ ডেকা গাভৰুৱে তেখেতৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ তেখেতৰ দৰে এক মহান ব্যক্তিত্ব আহৰণ কৰিব পাৰে। হাত চাপৰি *(ইয়াৰ মাজতে বুবাই বেগেৰে আহি ৰবীনক কিবা কয়। ৰবীনেও কয়। বুবাই যায় )*

জনাৰ্দন : এতিয়া সম্বৰ্ধনা — *(ৰবীনে নিত্যক কয়)*

নিত্য : এটি সৰু উপহাৰেৰে এতিয়া আমাৰ অভ্যাগত অতিথি - শ্ৰীযুত বৰুৱা দেৱক শ্ৰদ্ধাজ্ঞাপন কৰা হ'ব। শ্ৰদ্ধা জনাবলৈ যিগৰাকীক আমন্ত্ৰণ জনাইছিলোঁ —ঠিক সময়ত তেখেতো আহি পাইছেহি । তেখেত হ'ল

আমাৰ গাঁৱৰ বয়োবৃদ্ধা শ্ৰীযুক্তা ৰাজুপ্ৰিয়া দেৱী।

*(বুবাই ৰুণুক লৈ আহে। বুবাইৰ হাতত এখন শৰাই আৰু ৰুণুৰ হাতত গামোচা। বৰুৱা আচৰিত হয়। থিয় হয়।)*

বৰুৱা : ৰুণু তই আহিছ?

ৰুণু : আহিছোঁ। নহাঁকৈ থাকিব নোৱাৰিলোঁ ককাইদেউ। *(উপহাৰ দিয়ে। ৰুণুৱে সেৱা কৰে)*

বৰুৱা : ৰুণু!!

জনা : এতিয়া-অভিনন্দন পাঠ।

ৰবীন : পৰম শ্ৰদ্ধেয় শ্ৰীযুত সঞ্জয় বৰুৱা ডাঙৰীয়া সমীপেষু। আপুনি মহান, আপুনি এক ক্ষণজন্মা -পুৰুষ। উচ্চ ন্যায়ালয়ৰ প্ৰক্তন মুখ্য ন্যায়াধীশ। আপুনি মাথো আমাৰ গাঁৱৰেই নহয়। আপুনি অসমৰ সু- সন্তান, গৌৰবৰ প্ৰতীক। আজিৰ ৰঙালী বিহুৰ পবিত্ৰ উৎসৱৰ দিনত আমাৰ ৰাইজে আপোনাক সম্বৰ্ধনা জনাবলৈ পাই গোটেই গাঁওখনেই গৌৰব বোধ কৰিছে। আপোনাৰ জীৱনৰ প্ৰতিটো সফল পদক্ষেপেই-

*(কিছু আগৰে পৰা বৰুৱা অস্থিৰ হয়। পিছত হঠাতে ঠিয় হৈ)*

বৰুৱা : ৰ'বা, বেপাই ৰ'বা। *(মাইকৰ আগত গৈ)* সেইখন পঢ়াৰ আগতে তুমি মোক একাষাৰ ক'বলৈ দিয়া– মাথোন এষাৰ- - -

ৰাইজ, মোৰ গাঁৱৰ ৰাইজ। মই জানিব বিচাৰিছোঁ, কিয় মোক আপোনালোকে এই সম্বৰ্ধনা জনাইছে। কিয়? যোল্ল সোতৰ বছৰ বয়সতেই এই গাঁও এৰি যি দিনা মই নগৰত পঢ়িবলৈ গৈছিলোঁ সেই দিনাও এই গাঁৱৰ ৰাইজে মোক বুকু ভৰি আশীৰ্বাদ দিছিল। আশা কৰিছিল মই গাঁৱৰ মুখ উজ্বলাম। উজ্বলালোঁ, মই মোৰ চাকৰি জীৱন মোৰ পাৰিবাৰিক জীৱন, মোৰ নগৰৰ অট্টালিকা, মই মোৰ নিজকলৈ ব্যস্ত হ'লো। অথচ, অথচ আপোনালোকে মোক সম্বৰ্ধনা জনাব খুজিছে। মোক লৈ গৌৰব বোধ কৰিছে। *(আবেগ জড়িত)* সঁচা জীৱনৰ পৰা মই আজি বিচ্ছিন্ন। কেৱল কৃত্ৰিমতাৰে, কেৱল ভণ্ডামিৰে জীৱনক মই ফাঁকি দিলোঁ। ফাঁকি দিলোঁ মোৰ সংসাৰক । ফাঁকি দিলোঁ সেয়া মোক ফুলাম গামোচা ডিঙিত পিন্ধোৱা *(ৰুণুক দেখুৱাই)*। ময়েই আছিলো ন্যায়াধীশ, সত্য নিৰ্ধাৰকৰ লাইখুটা *(ৰুণুক)* তোৰ প্ৰতি মই কি ন্যায়বিচাৰ কৰিলোঁ? মোৰ বিবাহিতা পত্নীৰ প্ৰতি কি ন্যায় বিচাৰ কৰিলোঁ? ন্যায় বিচাৰ কৰা নাই মোৰ জাতিটোৰ প্ৰতিও। গাঁৱৰ পৰা, আত্মীয় স্বজনৰ পৰা, যোৱা

তিনি দশকৰো ওপৰৰ কাল যিখন গাঁৱৰ মানুহৰ সুখ- দুখৰ বুজ ল'বলৈ সময় উলিয়াব নোৱাৰিলোঁ, সেইজনক লৈ আপোনালোকৰ গৌৰৱ কৰিবলৈ একো নাই, একোৱেই নাই। যাক আপোনাসবে আপোনা সবৰ সুসন্তান বুলি অভিহিত কৰিছে, আচলতে তেওঁ এজন উচ্চাকাংখী, স্বাৰ্থপৰ, অকৃতজ্ঞ মানুহ। আপোনালোকৰ সম্বৰ্ধনা পাবৰ যোগ্যতা তেওঁৰ নাই। এই গাঁৱৰ কাৰণে কি কৰিলে তেওঁ? কি কৰিলে মানুহৰ, সমাজৰ, ৰাজ্যৰ, জাতিৰ সন্মানৰ কাৰণে? আপোনালোকে ধৰি থকা জখলাখনত বগাই গৈ তেওঁ মাথোন ওপৰ পালেগৈ। সম্বৰ্ধনাৰে মোক আৰু আঘাত নকৰিব। *(ৰুণুৰ ওচৰলৈ গৈ)* তই ---- তই মোক সঁচাকৈয়ে মনৰ আনন্দেৰে সম্বৰ্ধনা জনাব পাৰিলি। ক' পাৰিলি।

ৰুণু : ককাইদেউ!

বৰুৱা : আজি আৰু লুকুৱাই একো লাভ নাই । তই কৈ দে তই কিয় সংসাৰ নকৰিলি।

ৰুণু : ককাইদেউ!

বৰুৱা : তোক আজি এই ৰূপত দেখাৰে পৰা মই মোৰ লগত যুঁজিছো। তোৰ দৰে আৰু এজনী ৰুণুৰ মই সৃষ্টি কৰিবলৈ ওলাইছোঁ। আৰু এক গাভৰুৰ জীৱনত জুই জ্বলাবলৈ ওলাইছোঁ। তাইৰ নাম চন্দা। ন্যায় বিচাৰ মই কৰা নাই। মই ৰাইজৰ গৌৰৱৰ কাৰণ হ'ব নোৱাৰোঁ। মই মোৰ উত্তৰ পুৰুষৰ আদৰ্শ হ'ব নোৱাৰোঁ। মই এই সম্বৰ্ধনাৰ যোগ্য নহওঁ। *(গুচি যাব খোজে)*

ৰুণু : ধন ককাইদেউ।

ৰুণু : ধন ককাইদেউ, ৰ'বাচোন — *( বৰুৱা বৈ যায়, ৰুণু উঠিব খোজে)*

বৰুৱা : ৰুণু!

ৰুণু : আজিতো তোমাক তোমাৰ ভুল- শুদ্ধ বিচাৰ কৰিবলৈ এই ৰাইজে মতা নাছিল। তুমি ৰাইজৰ সাদৰক কিয় বুজিব খোজা নাই –

বৰুৱা : তই ক,তয়েই ক ৰুণু, কিহৰ বাবে মই সন্মান পাব লাগে? কিহৰ বাবে? এবাৰ তই তোৰ কথাও ভাবি চা।

ৰুণু : মোৰ কথা? *(হাঁহি)* তোমাক এনেদৰে, ইমান ডাঙৰ মানুহ হোৱা চাবলৈকে মই বৈ আছিলো ধন ককাইদেউ, আজি, আজি মই—

বৰুৱা :— নিজক আৰু লুকুৱাই কি লাভ ৰুণু। তোৰ হাঁহিয়েই কৈছে আচলতে তই কান্দিছ।

ৰুণু :— কান্দিছোঁ? মই ? মোৰ ফূৰ্ত্তি লাগিছে ককাইদেউ, মোৰ, মোৰ, মোৰ আজি ইমান ফূৰ্ত্তি লাগিছে, ইমান ফূৰ্ত্তি লাগিছে, *(কান্দি কান্দি)*মোৰ যে আজি ইমান হাঁহিবৰ মন গৈছে, ইমান ফূৰ্ত্তি লাগিছে, ইমান — –
*(ৰুণু ক্রমাৎ ঢলি যায়। বৰুৱাই ঘপকৈ ধৰে। বুবাই দৌৰি আহে। উদ্যোক্তৰ ফালৰ দুই এজনো। 'জেঠাই,' 'পেহী', 'বাইটি', ইত্যাদি সম্বোধন বিভিন্নজনে কৰে।)*

বৰুৱা : আপোনালোক অকণমান আঁতৰি দিয়ক। অকণমান।

বুবাই : *(কন্দা কন্দা মাতেৰে)* জেঠাই, জেঠাই তোৰ কি হৈছে?

বৰুৱা : ৰুণু, ৰুণু- *(নিতান্তই কোমল মাতেৰে মাতিব। ৰুণুৰ মূৰটো ঢলি পৰে। বৰুৱাই নিজৰ কোচত লয়। কিছু হুৱা দুৱা লাগে। বৰুৱা কিন্তু ধীৰ স্থিৰ)* আপোনাসবক মই কৈছোঁ বাৰে, বাৰে কৈছো আঁতৰি দিয়ক, অকণমান আঁতৰি দিয়ক। *(বুবাই ওচৰত আঁঠু কাঢ়ি বহে। বৰুৱাই ৰুণুৰ মূৰটো বুবাইৰ কোলালৈ দিয়ে। পৰিবেশ শান্ত হৈ পৰে। বৰুৱা লাহে লাহে মাইকৰ ওচৰলৈ আহে। চকুহাল মোহাৰি লয়। মাইকত কয়)*

বৰুৱা : ৰাইজ, *(সম্বোধন কৰি বৰুৱা ৰৈ যায়। আক' চকুহাল মোহাৰে)* ৰাইজ, মোৰ এই সম্বৰ্ধনা সভা এইগৰাকী মানুহে শোক সভালৈ ৰূপান্তৰ কৰিলে। হয়তো আজিৰ এই ক্ষণটোৰ বাবেই —– এই ক্ষণটোৰ বাবেই —— এই ক্ষণটোৰ বাবেই —— *(বৰুৱাই আৰু কথা ক'ব নোৱাৰে, ৰুণুৱে পিন্ধোৱা ফুলৰ মালাদাল খুলি নিজে আহি ৰুণুক ধৰি তাইক পিন্ধায় দিয়ে আৰু তাইৰ মুখখন তেওঁৰ বুকুত সাবতি ধৰে।* মঞ্চ আন্ধাৰ হয়।)

**(আঁৰ কাপোৰ পৰে)**

(বাটৰ কাষত মানুহ এটাৰ শ পৰি আছে। কেউকাষে মানুহৰ জুম। তেওঁলোকৰ মাজত বিভিন্ন ধৰণৰ কথা-বতৰা। কিছুমান সংলাপ দৰ্শকে স্পষ্টভাৱে শুনিবলৈ পায়।)

১ম মানুহ ঃ কিবা ধৰিব পাৰিছেনে?

২য় মানুহ ঃ নহয় বুজিছে মই ভবাটো নহয়। মইতো ভীষণ ভয় খাইছিলো।

১ম ঃ কৈছেহেনে, মোৰ যি অৱস্থা হৈছিল। এয়া চাওক ঘৰত যেনেকৈ আছিলো তেনেকৈ গুচি আহিলো। ভৰিত এয়া হাৱাই চেণ্ডেল, গাৰ চোলাটো দেখিছেই মানে হাত দিয়েই যি কাপোৰ পালো সেইবোৰকে পিন্ধি দৌৰি আহিছো।

২য় ঃ একেই অৱস্থা বুজিছে, মোৰো সেই একে অৱস্থা। দুজন ল'ৰাই মোৰ ঘৰৰ আগেদি কথা পাতি গৈছিল। 'এক্সিডেণ্ট', 'ছুইচাইড', 'ডেকা ল'ৰা', এনেকুৱা শব্দ দুটামান কাণত পৰিলহি। ওলাই আহি সুধিলোহি বোলো কথাটো কি? সিহঁতে যেয়ে ক'লে বোলে ডেকা ল'ৰা এটাৰ শ ফুটপাথত পৰি আছে, মই আৰু ৰৈ থাকিব নোৱাৰিলো। ঘৰত একো কোৱা নাই। দৌৰি এইখিনি পালোহি। এতিয়াহে ৰক্ষা। সি নহয়। উস! সি যে নহয় *(আনন্দত হাঁহে)*

১ম ঃ সি নহয় মানে?

২য় ঃ মোৰ ল'ৰাটো আৰু'। কিছু সময় আগতে মোৰ ল'ৰাটো ঘৰৰ পৰা ওলাই আহিছিল। ডেকা ল'ৰা। ভয় খাবলগীয়া কথা নহয়নে কওকচোন?

১ম ঃ মোৰো সেই একেই কথা। মোৰ ভাইটো দুঘন্টামানৰ আগতে ওলাই আহি ঘৰলৈ ঘূৰি যোৱা নাই। সিয়ো সেই ৰঙা চাৰ্ট এটা পিন্ধি আহিছে। যেয়ে শুনিলো ৰঙা চাৰ্ট পিন্ধা ডেকা ল'ৰা এটা...

৩য় ঃ পুলিচ আহিছে পুলিচ।

*('পুলিচ আহিছে' বুলি কোৱাৰ লগে লগে "ব'লক ব'লক পুলিচ অহাৰ আগতে ইয়াৰ পৰা যোৱাই ভাল", বুলি কৈ মানুহবোৰ আঁতৰি যায়। প্ৰথম মানুহ আৰু দ্বিতীয় মানুহ আঁতৰিব খোজোতেই দুজন চিপাহীসহ পুলিচ অফিচাৰ সোমাই আহে। আৰু আঁতৰি যাব খোজা ১ম আৰু ২য় মানুহক মাতে।)*

পুলিচঅফিচাৰঃ ৰ'বচোন ৰ'ব। *(যাব খোজা দুয়োজন ঘূৰি আহে)*

১ম ঃ আমি পিছে একো নাজানো।

২য় ঃ মইতো শটোকে ভালকৈ দেখা নাই।

পুঃ অঃ ঃ ৰ'ব মই আপোনালোকক একো সোধাই নাই দেখোন। আপোনালোকে নিজে নিজে কথা কৈ আছে। কিমান সময়ৰ পৰা আপোনালোকে এইখিনিত

আছে?

১ম : এইমাত্র, এইমাত্র। আহিছোহে মাত্র।

২য় : ডেকা ল'ৰা এটা এনেকৈ আওমৰণে মৰিবলৈ কিহে পালে?

পুঃ অঃ : আপুনি দেখোন কৈছিল শটো আপুনি দেখাই নাই বুলি। মৰাটো 'ডেকা'নে বুঢ়া' আপুনি কেনেকৈ জানিলে?

২য় : নহয় মানে মই দেখা নাই, মানে আজিকালি ডেকা ল'ৰাবোৰ বেছিকৈ মৰেতো, সেই কাৰণেহে কৈছো।

পুঃঅঃ : বেছ, আপোনালোক নাযাব। এইখিনিতে ৰৈ যাওক।

*(পুলিচ অফিচাৰ শটোৰ ওচৰলৈ যায়।)*

১ম : কি কৰে এতিয়া?

২য় : আমি কৈ দিম আমি একো ক'ব নোৱাৰো। কিবা ক'লেহে মস্কিল। নকওঁ একোকে।

১ম : পুলিচক কথা কোৱা মানে থানালৈ অহা-যোৱা কৰি থাকিব লাগিব। যেতিয়াই-তেতিয়াই মাতিব। কেছাৰী ঘৰতো উঠিবগৈ লগীয়া হ'ব পাৰে। এইবোৰতো কম ঝামেলা নহয়। যাওঁগৈ ব'লক।

২য় : জানোচা পিছে পিছে খেদে?

১ম : নেখেদে।

২য় : জানোচা ঘৰ গৈ ওলায়গৈ?

১ম : নোলায়।

২য় : জানোচা আমাকো ধৰি লৈ আনে?

১ম : নানে।

২য় : আপুনি কথাবোৰ বৰ 'ডেমকেয়াৰ'কৈ কৈছে।

১ম : আপুনি থাকক, মই যাওঁ। ক'ৰ ডেকা ল'ৰা আহি ক'ত মৰিলেহি আৰু আমি মিছামিছিকৈ মূৰ ঘমাই মৰো কিয়?

২য় : ল'ৰাটো নিজে মৰা নাই চাগে'। গুলীয়ালেহে।

১ম : কিন্তু গুলীয়াবলৈ পালে কিয়?

২য় : আপুনিও ভাল। আজিকালি কোনোবাই কাৰোবাক গুলীয়াই মাৰিবলৈ কিবা কাৰণ লাগে নেকি? কলিকাল আৰম্ভ হ'ল বুজিছে, একেবাৰে ঘোৰ কলিকাল।

১ম : আৰম্ভ হোৱা নহয়, শেষ হ'বৰ হ'ল। কলিকাল শেষ হ'বৰ হ'ল। সেই কাৰে

মানুহবোৰৰ স্বভাৱ কাক মাৰো কাক কাটো নিচিনা হৈছে।

২য় : এতিয়া দেখিছো ঘৰৰ পৰা বাহিৰলৈ ওলাবলৈ হ'লে ঘৰত মাতবোল কৰি অহাই ভাল।

১ম : *(শ পৰীক্ষা কৰি থকা পুলিচৰ ফালে দেখুৱাই)* দেখিছে?

২য় : ফিটা লৈ জোখ-মাখ কৰিছে দেখোন।

১ম : আপুনি কি কৰে কৰক, মই আছিলো।

*(১ম মানুহ কোবেৰে ওলাই যায়।)*

২য় : হেৰি শুনকচোন শুনক।

*(মাতি মাতি ২য় মানুহ গুচি যায়। সেই সময়তেই এজন ডেকা সোমাই আহে। তেওঁক কিছু উত্তেজিত দেখা যায়।)*

ডেকা : *(পুলিচ অফিচাৰৰ কাষ চাপি, ডেড বডিটো ভালকৈ চায়)* ক'ৰ ল'ৰা?

পুঃ অঃ : ক'ব নোৱাৰো।

ডেকা : কোনে গুলীয়ালে?

পুঃ অঃ : ক'ব নোৱাৰো।

ডেকা : কি কাৰণে গুলীয়ালে?

পুঃঅঃ : অদৰকৰী প্ৰশ্ন নকৰিব।

ডেকা : এনেকৈয়ে যদি মানুহে মানুহক গুলীয়াই ফুৰে আপোনালোক, এই পুলিচবোৰক পুহি ৰখাৰ প্ৰয়োজন কি?

পুঃ অঃ : চাওক আজেবাজে কথা সুধি সময় নষ্ট কৰাৰ সময় মোৰ নাই।

*(ইতিমধ্যে আৰু দুই- চাৰিজন মানুহ শটোৰ ওচৰ চাপি আহে। দুজনমান চিপাহীয়ে জোখ-মাখ শেষ কৰে। plain cloth - পুলিচৰ লোক এজনে ডায়েৰীত কিবা-কিবি note কৰি থাকে।)*

ডেকা : আজে-বাজে কথা মানে আপুনি কি 'মিন' কৰিছে?

পুঃ অঃ : আপুনি যি ভাবিছে সেয়ে।

ডেকা : এনেকৈ বাটে- ঘাটে মানুহ মাৰিব আৰু আপোনালোকৰ প্ৰশাসন যন্ত্ৰ নিষ্ক্ৰিয় হৈ বহি থাকিব। এনেকুৱা শাসনৰ কিবা প্ৰয়োজন আছে?

পুঃ অঃ : আপুনি মনে মনে থাকিবনে নাথাকে?

ডেকা : যোৱা পোন্ধৰ দিনৰ ভিতৰত এই অঞ্চলত এইটো চাৰি নম্বৰ 'কেছ'। আপোনালোকে আজিলৈকে কোনো হত্যাকাৰীক ধৰিব পৰা নাই। কিয়? আমি সাধাৰণ মানুহে আপোনালোকৰ ওপৰত আস্থা ৰাখিব পাৰোনে?

পুঃ অঃ : বহুত হৈছে দেই! যদি পাৰে investigation ত আমাক সহায় কৰক।

আৰু যদি নোৱাৰে অযথা কথা বঢ়াই আমাৰ কামত জুলুম নকৰিব।

ডেকা : আপোনালোকৰ কামৰ নমুনা ভালদৰে পোৱা গৈছে। আপোনালোকে কি investigation কৰিব সেইটোও আমি জানি গৈছো।

পুঃ অঃ : তাৰ মানে আপুনি আঁতৰি নাযাব? মুখ বন্ধ নকৰে?

ডেকা : মুখ খুলিবলৈকে মই ইয়ালৈ দৌৰি আহিছো। ৰাইজক ক'বলৈ আহিছো যে ৰাইজ, এটা অপদাৰ্থ চৰকাৰে আমাক শাসন কৰিছে। এই শাসনৰ তলত জীৱনৰ কোনো নিৰাপত্তা নাই, জীয়াই থকাৰ কোনো নিশ্চয়তা নাই। বাটৰ বলিয়া কুকুৰ গুলীয়াই মৰাদি এই শাসনত মানুহে মানুহক গুলীয়াই মাৰে। পুলিচে আমাক ৰক্ষণাবেক্ষণ দিব নোৱাৰে। ৰাইজ বাটলৈ ওলাই আহক। এই অপশাসনৰ অন্ত পেলাওক। মানুহৰ জীৱন নিশ্চিত কৰক। সুবিধা আপোনালোকৰ আহি আছে ৰাইজ। নিৰ্বাচন সমাগত। আপোনাৰ বেলটৰ টুকুৰাৰে এই অপদাৰ্থ, অযোগ্য, অবিবেচক চৰকাৰ ওফৰাই পেলাওক। যি চৰকাৰে জীৱনক নিৰাপত্তা দিব পাৰিব, যি চৰকাৰে অপৰাধীক ধৰি আনি শাস্তি দিব পাৰিব, যি চৰকাৰে মানুহক বাক্ স্বাধীনতা দিব তেনে চৰকাৰ গঠন কৰক। তেনে চৰকাৰ প্ৰাব পাৰিব। কেৱল আমাৰ দলৰ পৰা আমাৰ নিৰ্বাচনৰ প্ৰতীক হ'ল ম'হৰ শিঙৰ পেঁপা।

পুঃঅঃ : ডাঙৰীয়া, এইখন নিৰ্বাচনী সভা নহয়। আপোনাৰ দলৰ ইয়াত কোনো কাম নাই। মই আশা কৰিম স-সন্মানেৰে আপুনি আঁতৰি যাব।

ডেকা : সঁচা কথা ক'লে আপোনালোকে যে লাজ পায়, সেইটো জানো। লগতে এইটোও জানো যে আপোনালোকৰ নিচিনা অকৰ্মণ্য এজাক ক্ষমতাত থাকিলে দেশখন আৰু জাতিটো বেছিদিন জীয়াই নাথাকিব।

পুঃ অঃ : আৰু আমিও জানো যে আপোনালোকৰ নিচিনা এদলৰ হাতত শাসন চলোৱাৰ দায়িত্ব পৰিলে দেশখন কোনোপধ্যেই ধ্বংস হৈ যোৱাৰ পৰা ৰক্ষা কৰিব পৰা নাযাব। সৌৱা সৌখিনিত এটা ডেকা ল'ৰাৰ শ পৰি আছে, কৌতূহলী মানুহ ইয়াত আহি গোট খাইছেহি আৰু সেই সুযোগ লৈ আপুনি ভোটৰ প্ৰচাৰ চলাইছেহি।

ডেকা : আপোনালোকৰ কাম-কাজে আমাক এনেকৈ ৰাজপথলৈ টানি আনিছে। আমি বিচাৰিছো এই অপশাসনৰ অন্ত পৰক। *(মানুহৰ মাজলৈ ঘূৰি চাই ডাঙৰকৈ)* ৰাইজ, আপোনালোকে আৰু ধৈৰ্য ধৰি থকাৰ প্ৰশ্ন উঠিব নোৱাৰে। অলিয়ে-গলিয়ে আজি ডেকা ল'ৰাৰ মৰা শ। উশাহ বন্ধ হৈ যাব খোজা এই পৰিবেশৰ পৰা জনসাধাৰণক উদ্ধাৰ কৰিবৰ কাৰণে আমি

প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব। প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব- এই অযোগ্য, অপদাৰ্থ শাসকক ৰাজধানীৰ চৌহদৰ পৰা খেদি পঠিয়াবলৈ। ৰাইজৰ টোপনি আজি কাঢ়ি নিছে কোনে? আজিৰ এই প্ৰশাসনে। ৰাইজৰ নিৰাপত্তা নাইকিয়া কৰিছে কোনে? আজিৰ এই প্ৰশাসনে। মানুহৰ মুখৰ হাঁহি কাঢ়ি নিছে কোনে? এই প্ৰশাসনে। আপোনালোক নীৰৱ হৈ বৈ থাকিব? জন্তুৰ দৰে, ভেবা লাগি এইবোৰ কাণ্ড চাই থাকিব?

পুঃ অঃ : আপুনি মনে মনে থাকিবনে নাথাকে?

ডেকা : বাক স্বাধীনতা সংবিধানপ্ৰদত্ত মৌলিক অধিকাৰ। এই অধিকাৰৰ পৰা আপোনালোকৰ ৰঙা চকুৱে মোক বঞ্চিত কৰিব নোৱাৰে।

পুঃ অঃ : *(খঙেৰে চিপাহীক মাতি)* এই এইফালে আহ।

ডেকাঃ : মোক ভয় দেখুৱাবলৈ যত্ন নকৰিব।

*(চিপাহী দুটা ওচৰ চাপি আহে।)*

পুঃ অঃ : ইয়াক লৈ গৈ লকআপত ভৰাই থগৈ।

ডেকা : ইমান সাহস আপোনাৰ! আপুনি জানেনে মই কোন? *(চিপাহীক)* খবৰদাৰ। মোৰ গাত হাত নিদিবি। মই 'চিৰ সেউজ বিপ্লবী সংঘ'ৰ সদস্য। এইবাৰ এই শাসকক গাদীচ্যুত কৰিবলৈ আমি প্ৰতিজ্ঞাবদ্ধ।

পুঃ অঃ : *(চিপাহীক)* লৈ যা ইয়াক।

*(চিপাহীয়ে ধৰি টানি নিব খোজে)*

ডেকাঃ : ৰাইজ, চাওক চাওক, এই অন্যায় আপোনালোকে নিজ চকুৰে চাওক। এই শাসনত মানুহৰ বাকস্বাধীনতা নাই, এই শাসনত ব্যক্তি-স্বাধীনতা নাই। দমন আৰু উৎপীড়নত চলিছে এই দেশ। এই অন্যায় সহ্য নকৰিব। এই চৰকাৰ ওফৰাই পেলাওক। 'চিৰ সেউজ বিপ্লবী সংঘ'ক দলে দলে ভোট দিয়ক। ইনক্লাব জিন্দাবাদ।

*(চিপাহীয়ে টানি ডেকাক লৈ যায়। দুজন সাংবাদিক পুলিচ অফিচাৰৰ ওচৰ চাপি আহে।)*

১ম সাংবাদিক : এইবোৰ কি হৈছে?

পুঃ অঃ : বিপ্লৱ কৰিবলে আহিছে। আমাৰ কামত বাধা দিছিল। ভোটৰ কেনভাচ কৰিবলৈ' আহিছে। দেশসেৱা কৰিবলৈ' আহিছে। আপোনালোকক ইয়াত কি লাগে?

২য় সাংবাদিক : ঘটনাটো কওকচোন।

পুঃ অঃ : ৰ'ব এতিয়া আমাক কাম কৰিবলৈ দিয়ক।

১ম সাং ঃ আমি মাথোন ঘটনাটো জানিবলে’ বিচাৰিছো।

পুঃ অঃ ঃ এতিয়া কথা পাতি থাকিবলে’ মোৰ সময় নাই।

১ম সাং ঃ আপুনি নাভাবিব যে আপোনাৰ লগত কথা পাতি থাকিবলৈ আমি প্ৰচুৰ সময় হাতত লৈ আহিছো। আমি দুজন দৈনিক কাগজৰ সাংবাদিক।

২য় সাং ঃ আমি সুধিব খুজিছো-

পুঃ অঃ ঃ সুধিব খুজিছে যে ঘটনাটো কি? হত্যা। কেনেকৈ? গুলীয়াই?

১ম সাং ঃ প্ৰশ্ন কেৱল সেইখিনিয়েই নহয়।

২য় সাং ঃ আপুনি নিজে প্ৰশ্ন কৰি নিজে উত্তৰ দিলে নহ’ব। প্ৰশ্ন আমি কৰিম আৰু সেই প্ৰশ্ন অনুযায়ী উত্তৰ আপুনি দিব। আমাৰ প্ৰশ্ন হৈছে-

পুঃ অঃ ঃ প্ৰশ্ন আপোনালোকে কৰি থাকিব পাৰে। কিন্তু উত্তৰ দিব পৰা অৱস্থালৈ এতিয়াও অহা নাই। আপোনালোকে সুধিব কোনে গুলীয়াইছে, এইটো অনুসন্ধানৰ বিষয়। এতিয়াই সেই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি।

১ম সাং ঃ এই প্ৰশ্নৰ উত্তৰ দিবলৈ আপোনালোকক কিমান দিন লাগিব ?

পুঃ অঃ ঃ ক’ব নোৱাৰো।

২য় সাং ঃ তেনেহ’লে ক’ব পৰাখিনি কওকচোন। ল’ৰাটোৰ বয়স কিমান?

পুঃ অঃ ঃ নিহত ডেকাজনৰ কোষ্ঠীমই লগত ৰখা নাই। অনুমান ২২ৰ পৰা ২৪ বছৰৰ ভিতৰত ।

১ম সাং ঃ নিহত ডেকাজন খোজকাঢ়ি আহিছিল নে অন্য কিবা যান-বাহনত আহিছিল?

পুঃ অঃ ঃ অলপ ডিঙি মেলি চালেই দেখিব সৌখিনিতে স্কুটাৰখন পৰি আছে। *(দুয়ো সাংবাদিকে স্কুটাৰখনৰ ফালে চায় আৰু লাহে লাহে স্কুটাৰখনৰ ফালে যায়। পুলিচ অফিচাৰে শটোৰ কাষলৈ গৈ চিপাহীক কিবাকিবি নিৰ্দেশ দিয়ে। কেই মুহূৰ্তমান পিচত সাংবাদিক পুনৰ পুলিচ অফিচাৰৰ কাষ চাপে।)*

১ম সাং ঃ আমাৰ সুধিব লগা কথা শেষ হোৱা নাই। স্কুটাৰ যেতিয়া চলাইছে নিশ্চয় চালকৰ লাইচেন্স আৰু অন্যান্য কাগজ - পত্ৰ স্কুটাৰৰ লগত আছে। অথবা নিহতজনৰ জেপত আছে।

২য় সাং ঃ মানে আমি ক’ব খুজিছো সেই কাগজ-পত্ৰখিনি চালেই নিহতজনৰ নামটো জানিব পাৰিব।

পুঃ অঃ ঃ সেইখিনি পৰামৰ্শৰ বাবে ধন্যবাদ। কিন্তু আপোনালেকক জনাবলৈ পাই দুখ পাইছো যে এই নিহতজনৰ হাতত বা পকেটত কিম্বা স্কুটাৰত একো কাগজ-পত্ৰ পোৱা নাই। কোনোবাই যদি তেওঁৰ ঠিকনাটো জানে, আমাক দিলে আমি অনুসন্ধান কৰিবলৈ সুবিধা হয়।

১ম সাং : আৰু নিদিলে আপোনালোক থমথমকৈ বহি থাকিব, নহয়নে?

২য় সাং : আপুনি এইটো ক'ব খোজে নেকি যে নিহত ডেকাজনে লাইচেন্স নোহোৱাকৈ স্কুটাৰ চলাইছিল?

পুঃ অঃ : *(খঙেৰে)* মই আপোনালোকক কৈ দিছো যে অযথা সময় নষ্ট কৰিবলৈ' সময় মোৰ নাই। অৰ্থহীন কথা সুধি সুধি কামত বাধা নিদিবহি।

১ম সাং : চাওক ডাঙৰীয়া, আপোনাৰ ব্যৱহাৰে আমাক ক্ষুন্ন কৰিছে।

২য় সাং : এজন সাংবাদিকে কিমান কাম কৰিব লগা থাকে জানেনে?

পুঃ অঃ : সেইটো কোনো সুধিবলগীয়া প্ৰশ্ন নহয়। আপোনালোকে এতিয়া অন্য ঠাইলৈকে গৈ বাতৰি সংগ্ৰহ কৰকগৈ। অযথা মোক জুলুম কৰি থাকিলে মোৰ খং উঠা স্বাভাৱিক। নমস্কাৰ।

১ম সাং : নাই নাই আমি নমস্কাৰ নিদিওঁ। আমাৰ একো কামেই হোৱা নাই। আমাৰ প্ৰশ্ন হ'ল এই হত্যাকাণ্ডটো কিমান সময়ত কৰা হৈছিল।

পুঃ অঃ : আমি যেতিয়া খবৰ পাওঁ তেতিয়া ন বাজি গৈছিল।

২য় সাং : ন বাজি গৈছিল মানে! ঘড়ী একোটাত চেকেণ্ডৰো হিচাব থাকে। আপুনি ন বাজি গৈছিল বুলিলেতো ন হ'ব। ন বাজি কিমান মিনিট কিমান চেকেণ্ড গৈছিল?

পুঃঅঃ : ন বাজি দহ মিনিট গৈছিল। চেকেণ্ডৰ হিচাব মই ৰখা নাছিলো।

১ম সাং : খবৰটো আপোনালোকে কেনেকৈ পাইছিল?

পুঃ অঃ : কোনোবাই টেলিফোনেৰে জনাইছিল।

২য় সাং : 'কোনোবাই' বুলি যে ক'লে টেলিফোন কৰাজনৰ নাম সোধা নাছিল?

পুঃঅঃ : খবৰটো দিয়েই তেওঁ টেলিফোন থৈ দিলে।

১ম সাং : ওচৰে-পাঁজৰে পাব্লিক বুথ নাই? *(হঠাৎ যেন দুৰ্বলৈ চকু পৰে)* অ' ছ'ৰি, সৌখিনিত 'পিচিঅ' এটা আছে। টেলিফোনটো তাৰ পৰাও কৰিব পাৰে?

পুঃ অঃ : খবৰ লৈছিলো। তেওঁলোকে একো ক'ব নোৱাৰিলে।

২য় সাং : কোনে টেলিফোন কৰিছিল তেওঁ নিজৰ চিনাকি নিদিলে কিয়?

১ম সাং : তাৰ কাৰণ হৈছে আপোনালোক পুলিচে খবৰ দিবলৈ যোৱাজনকেই অপৰাধীতকৈও বেছিকৈ হাৰাশাস্তি কৰে। গতিকে আপোনালোকক সহযোগ কৰিবলৈ কোনো আগবাঢ়ি নাহে। মিছা কৈছোনে?

পুঃ অঃ : আমাক কাম কৰিবলৈ দিয়ক। প্লিজ।

১ম সাং : ৰ'ব, অনুগ্ৰহ কৰি আৰু এটা প্ৰশ্নৰ উত্তৰ দিয়ক। আপোনালোকে নগৰখনৰ চাৰিও ফালে পিয়াপি দি ফুৰা সত্ত্বেও এনেকৈ দিন দুপৰতে ৰাজহুৱা স্থানত

এনেকুৰা হত্যাকাণ্ড ঘটিবলৈ পায় কেনেকৈ?

পুঃঅঃ : আপুনি ক'ব খুজিছে আমি চকু মুদি থাকো? মোৰো এটি প্ৰশ্ন আছে ডাঙৰীয়া, আমি পুলিচে বাৰু ক'ব নোৱাৰিলো নাই, কিন্তু নগৰখনত হেজাৰ-বিজাৰ মানুহ ঘূৰি ফুৰে, সেই হেজাৰ হেজাৰ চকুৰ আগৰ পৰা হত্যাকাৰী সাৰি গ'ল কেনেকৈ?

২য় সাং : তাৰ মানে আপুনি ৰাইজকেই দোষাৰোপ কৰিব খুজিছে।

পুঃ অঃ : নাই খোজা। আপোনাৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ গৈ মই অন্য এটি প্ৰশ্নহে কৰিবলগীয়া হৈছে।

১ম সাং : ডাঙৰীয়া, আপোনাৰ প্ৰশ্নৰ সহজ উত্তৰটো শুনক। আপুনি উল্লেখ কৰা হেজাৰ হেজাৰ মানুহ বা হেজাৰ হেজাৰ চকু নিজা নিজা কামত অৰ্থাৎ নিজা নিজা চিন্তাৰে অহা-যোৱা কৰি আছে। কিন্তু পুলিচৰ কাম আৰু চিন্তা অপৰাধী বিচাৰি ফুৰা। এই ক্ষেত্ৰত আপোনালোকৰ চকু আৰু আপুনি উল্লেখ কৰা হেজাৰ হেজাৰজনৰ চকু একে নহয়।

২য় সাং : আশা কৰো আপুনি এই হেজাৰ হেজাৰ মানুহৰ ওপৰত অনা অভিযোগটো খণ্ডন হৈছে?

পুঃ অঃ : এই মহানগৰখনত প্ৰতিটো অঞ্চলৰ প্ৰতি টুকুৰা ঠাইত আমি গাৰ্ড দি থাকিব নোৱাৰো।

১ম সাং : আওপকীয়াকৈ আপুনি স্বীকাৰ কৰিছে যে আমাৰ জীৱনৰ নিৰাপত্তা নাই? অৰ্থাৎ পুলিচ পহৰাৰ অবিহনে আমি ঘৰৰ পৰা ওলাব নোৱাৰো?

পুঃঅঃ : মই তেনেকৈ কোৱা নাই।

২য় সাং : কিন্তু আপোনাৰ কথাৰ অৰ্থ সেইটোৱেই।

পুঃঅঃ : আপোনালোকে যি অৰ্থ কৰে কৰি থাওক। মই ক'বলগীয়া কথাকেইটা ক'লো।

১ম সাং : আপুনি ক'বলগীয়া কথাকেইটা এতিয়াও কোৱা নাই ডাঙৰীয়া। আৰু কিছু details আমাক লাগে।

পুঃ অঃ : আমি নিজে এতিয়ালৈকে details বিচাৰিবলৈ সময় পোৱা নাই। খবৰটো শুনাৰ লগে লগে আমি মাথোন স্পটলৈ আহিছো। ইয়াৰ পিছত আমি Investigation আৰম্ভ কৰিম। গতিকে এতিয়া এই মুহূৰ্তত আপোনালোকে আমাৰ পৰা অন্য খবৰ বিশেষ একো নেপাব।

*(কথাষাৰ কৈ অফিচাৰ শটোৰ কাষলৈ আঁতৰি যায়।)*

১ম সাং : শুনকচোন ডাঙৰীয়া, শুনক।

পুঃঅঃ : *(আঁতৰৰ পৰা)* কিবা জানিবলগীয়া থাকিলে গধূলিকৈ থানালৈ যাব। *(আঁতৰি যায়।)*

১ম সাং : দেখিলানে মানুহটোৰ অহংকাৰ।

২য় সাং : ইয়াৰ কথা অলপ লেখা ভাল হ'ব।

১ম সাং : এটা কাম কৰো-তুমি এটা ষ্ট'ৰি বনোৱা, ময়ো এটা ষ্ট'ৰি বনাও।

২য় সাং : হত্যাৰ কাৰণটো কি হ'ব পাৰে?

১ম সাং : ধৰি লোৱা প্ৰেম।

২য় সাং : প্ৰেম?

১ম সাং : এনেকুৱা হ'ব পাৰে যে এই ল'ৰাটোৱে ভাল পোৱা ছোৱালীজনী হত্যাকাৰীয়েও ভাল পাইছিল। এই নিহত ল'ৰাটো আৰু হত্যাকাৰী এসময়ত বন্ধু আছিল। ছোৱালীজনী লৈয়েই দুয়োৰে মাজত মনোমালিন্য হ'ল। আৰু সুযোগ বুজি এই হত্যাকাণ্ডটো কৰি পেলালে।

২য় সাং : কিন্তু ছোৱালীজনী কোন?

১ম সাং : এজনী ছোৱালী। কিবা নাম থাকিব পাৰে-অপৰা, অজন্তা, অঞ্জনা, আকাশী, এনেকুৱা। নতুবা ডিম্পী, ডিম্পল, ডায়েনা এনেকুৱা।

২য় সাং : গোলাপী, চম্পা, কেতেকী, কপৌৰা, সোণমাই এনেকুৱাওতো হ'ব পাৰে?

১ম সাং : ওহো নোৱাৰে। কাৰণ-ঘটনাটো ঘটিছে মহানগৰৰ মাজমজিয়াত। পথাৰৰ, নৈৰ কিনাৰ বা উলুবনীৰ মাজত নহয়। আৰু নিহত প্ৰেমিকে স্কুটাৰ চলাই আহিছে। পিন্ধনত জিনছ্ পেণ্ট, সাতশ টকীয়া জোতা, গতিকে প্ৰেমিকাৰ নাম গোলাপী, কেতেকী এইবোৰ হ'ব নোৱাৰে। শটো দেখি বুজা গৈছে প্ৰেমিকৰ নাম অলকেশ, পুলকেশ, ৰকি, জাপান এনেকুৱা কিবা এটা হ'ব।

২য় সাং : ৰ'বা মই ষ্ট'ৰিটো জুকিয়াই লওঁ।

*(দুয়ো গম্ভীৰ হৈ বহে। মঞ্চত ক্ৰমাৎ পোহৰ কমি আহে। এটা ইলিউচনৰ সৃষ্টি হয়। দেখা যায় মঞ্চত ৰকি আৰু ডিম্পী)।*

ডিম্পী : লগৰ ছোৱালীবোৰে মোক খুব জোকায় জানা।

ৰকি : তোমাৰ ভাল নালাগে?

ডিম্পী : সেইটো কথা তোমাক খুলি ক'ব লাগিব নেকি?

ৰকি : তথাপি তোমাৰ মুখত শুনিবলৈ পালে ভাল লাগে।

ডিম্পী : মোৰ কথা বাৰু তোমালোকৰ ঘৰত কি বুলি কয়?

ৰকি : যিথিনি ক'ব লাগে।

ডিম্পী : যেনে?

ৰকি : আগতে তুমি কোৱাচোন। মোৰ কথা কি বুলি কয়।

ডিম্পী : যা- ভালকৈ কোৱানা কি কয়।

ৰকি : কয়- মোৰ যৌৱনৰ বাটত তুমি আহি থিয় দিয়াহি বাবে মোৰ বাটটো খেলি-মেলি হৈ গ'ল।

ডিম্পী : সঁচা? সঁচাই তেনেকৈ কয়?

ৰকি : নক'ব কিয়। এতিয়া মোৰ ঘৰত একোতে মন নবহে। মোৰ মনটো উৰি উৰি তোমাৰ ওচৰলৈ আহে।

ডিম্পী : আমাৰ ঘৰত তোমাৰ কথা কি কয় জানা?

ৰকি : কয় চাগে'- মই তোমাৰ জীৱটো খেলি-মেলি কৰি দিলো।

ডিম্পী : নকয়। মাৰ তোমালৈ খুব মৰম।

ৰকি : তাৰ মানে তোমালৈ মৰম।

ডিম্পী : মোলৈ মৰম নহ'ব কিয়?

ৰকি : তাৰিখটো আহোতে বৰ দেৰি কৰা নাইনে?

ডিম্পী : তাৰিখটো মানে?

ৰকি : তাৰিখটো মানে- তাৰিখটো আক'। আমাৰ বিয়াৰ তাৰিখটো। মোৰ এনেকুৱা লাগিছে চেকেণ্ড-মিনিট, ঘণ্টা, দিনবোৰ যেন দীঘল হৈ গৈছে।

ডিম্পী : মোৰো তেনেকুৱা ভাব আহিছে। আচ্ছা কোৱাচোন, হনিমুনৰ বাবে আমি কেনি যাম?

ৰকি : তুমি য'লৈকে ইচ্ছা কৰা। North, South, East, West any where you like. জলপথেৰে যাব পাৰো। আকাশী পথেৰে যাব পাৰো— স্থলপথেৰে যাব পাৰো। যেনেকৈ যাবলৈ মন যায় তেনেকৈ। আমি নিবিড়ভাৱে চাম টাইগাৰ হিলছৰ সূৰ্যোদয়। কন্যাকুমাৰীৰ বিশাল সাগৰত ডুব যাব খোজা আবেলিৰ বেলিটো-

*(এনেতে বিক্ৰম সোমাই আহে। বিক্ৰমক দেখি দুয়ো চক খাই উঠে।)*

ডিম্পী : বিক্ৰমদা তুমি ইয়াত!

বিক্ৰম : তুমি য'ত ময়ো ত'ত। (ৰকিক দেখুৱাই) এই বান্দৰটো ইয়াত কিয়?

ৰকি : জিভাখন চম্ভালি কথা ক'বা দেই।

বিক্ৰম : তই দেখোন পোনেই মোৰ জিভাত ধৰিলি?

ৰকি : তুমি প্ৰথমে আৰ্চিৰ আগত থিয় হৈ নিজৰ মুখখন চাই লোৱা। বান্দৰ কোন সেই বিষয়ে কনফাৰ্ম হ'ব পাৰিবা।

বিক্ৰম : তই মোক কি বুলিলি?

ৰকি : তুমি মোক যি বুলিছিলা।

বিক্রম : আকৌ এবাৰ কচোন।

ডিম্পী : তোমালোকে কাজিয়া কৰিছা কিয়?

বিক্রম : এই বেটাৰ মুখ বাঢ়ি গৈছে। ব'লা ডিম্পী আন্টিয়ে মোক তোমাক লৈ যাবলৈ কৈছে।

ডিম্পী : মোক চকীদাৰ নালাগে বিক্রমদা। মই অকলেই ঘৰলৈ যাব পাৰিম।

বিক্রম : মোক লৈ যাবলৈ কৈছে। আৰু কৈছে এই ৰকিৰ লগত ঘূৰি ফুৰাটো আঙ্কল আৰু আন্টিয়ে ভাল পোৱা নাই। তুমি জানা যে তোমালোকৰ ঘৰৰ লগত আমাৰ ঘৰৰ কথা-বতৰা হৈ গৈছে। এতিয়া মাথোঁ তাৰিখটো স্থিৰ কৰিবলৈ বাকী আছে।

ডিম্পী : তুমি আলাসত চাং পাতিছা বিক্রমদা। মোৰ ভৱিষ্যৎ জীৱন কাৰ লগত সাঙোৰ খাব সেই সিদ্ধান্ত ইতিমধ্যে মই কৰি পেলাইছো। তুমি ইয়াৰ মাজত নোসোমোৱাই ভাল। মিছাতে জঞ্জাল নবঢ়াবা।

বিক্রম : তাৰ মানে?

ডিম্পী : বেলেগে আৰু তাৰ মানেতো কিয় ক'ব লাগিছে। মোৰ ভৱিষ্যৎ বাটৰ সাৰথি এই ৰকি।

বিক্রম : No, No Impossible, সেইটো হ'বলৈ মই নিদিওঁ।

ৰকি : তোমাৰ দিয়া নিদিয়ালৈ আমি বাট-চাই থকা নাই।

বিক্রম : এই বিক্রমে যিটো কৰিম বোলে সেইটো কৰেই।

ৰকি : তেনেহ'লে এই প্ৰথমবাৰৰ কাৰণে তুমি যিটো কৰিম বুলিছা সেইটো কৰিবলৈ নোপোৱা।

বিক্রম : ইউ বাষ্টাৰ্ড্।

ৰকি : সংযত হৈ কথা ক'বা।

বিক্রম : তই কাক ৰঙা চকু দেখুৱাইছ? চা তেনেহ'লে। *(খপকৈ পিষ্টলটো উলিয়াই গুলী কৰি দিয়ে। তীব্ৰ সংগীত। ইলিউচন শেষ হৈ যায়। মঞ্চত দুই সাংবাদিকৰ ওপৰত পোহৰ পৰে।)*

১ম সাং : কেনে লাগিছে ষ্ট'ৰিটো?

২য় সাং : তুমি গণ্ডগোল কৰি পেলালা। হিৰ' হ'ল ৰকি, হিৰ'ইন হ'ল ডিম্পী। দুয়োৰে সংলাপবোৰ চেলিম আৰু আনাৰকলিৰ নিচিনা হ'ল। সংলাপবোৰ আধুনিক কৰিব লাগিব। দুই নম্বৰ ভুল হ'ব ৰকি আৰু ডিম্পী দুয়ো ৰেষ্টুৰেণ্টত বহিবগৈ। প্ৰকৃতিৰ মাজলৈ কিয় আহিব? তিনি নম্বৰ ভুলটো

হ'ল- সৌৰা, ৰকিৰ ওচৰত স্কুটাৰখন পৰি আছে। কিন্তু তোমাৰ ৰকিয়ে স্কুটাৰ অনা নাই। চাৰি নম্বৰ ভুল হ'ল- ৰকিৰ মৃত্যুৰ কথা ডিম্পীয়ে ক'ব নোৱাৰে। অথচ তুমি ডিম্পীক আগত ৰাখি ৰকিক হত্যা কৰিলা। মই কথাটো বেলেগ ধৰণে ভাবিছো। মোৰ ষ্ট'ৰিটো হ'ব- একেবাৰে সম্পূৰ্ণ বেলেগ। আচ্ছা এনেকুৱাওতো হ'ব পাৰে, ৰকি আৰু ডিম্পীৰ জাত - পাতৰ মিল নাই।

২য় সাং ঃ যদি জাত-পাতৰ কথা আছে তেনেহ'লে ৰকিৰ নাম ৰকি নহ'ব। আৰু ডিম্পীৰ নামো ডিম্পী নহ'ব। কাৰণ ৰকি - ডিম্পীহঁতৰ জগতত জাত-পাতৰ বিচাৰ হ'ব নোৱাৰে।

১ম সাং ঃ পাৰে। নিশ্চয় পাৰে। কাৰণ সংস্কাৰমুক্ত আমি এতিয়াও হ'ব পৰা নাই, যদিও বাহিৰত আমি বেছ প্ৰগতিবাদী। তথাপিও ৰকিৰ নাম আমি বাৰু গোপাল ৰাখো আৰু ডিম্পীৰ নাম-

২য় সাং ঃ ওঁহো, গোপাল বুলিলে আমি আৰু তিনিটা দশক পিচুৱাই যাব লাগিব। ধৰা ৰকিৰ নাম সুকান্ত। আৰু ডিম্পীৰ নাম সুজাতা।

১ম সাং ঃ হয় কি ক'ব খুজিছিলো। সুকান্ত আৰু সুজাতাৰ প্ৰেম আছে কিন্তু বৰ্ণ বৈষম্যৰ কাৰণে সুজাতাৰ ঘৰখনে সুকান্তক গ্ৰহণ নকৰে। অৰ্থাৎ জোঁৱাইৰ স্বীকৃতি দিবলৈ নাৰাজ। সুজাতাৰ ককায়েকে সুকান্তক সমুলি দেখিব নোৱাৰে। যেনে ধৰা ৰুক্মিণীৰ ককায়েক ৰুক্মবীৰে শ্ৰীকৃষ্ণক দেখিব নোৱাৰিছিল। সুজাতা আৰু সুকান্তই প্ৰতিজ্ঞা কৰিছে যে সিহঁতৰ বিয়া হ'বই। মানে এনেকুৱা কথা-

*(সংগীত। মঞ্চৰ পোহৰ ক্ষীণ হৈ পৰে। পুনৰ ইলিউচনৰ সৃষ্টি হয়। বিক্ৰম আৰু সুকান্তৰূপী ৰকি।)*

সুকান্ত ঃ তোমাৰ মুখত এনে কথা শুনিম বুলি ভবা নাছিলো।

বিক্ৰম ঃ তই কি ভাবিছ কি নাই ভবা সেইটো মোৰ চিন্তাৰ বিষয় নহয়। মই তোক ভালেৰে কৈছো সুজাতাৰ কাষৰ পৰা তই আঁতৰি যা।

সুকান্ত ঃ তোমাৰ মতলবৰ কথা মই জানো বিক্ৰম। সুজাতাক তুমি কালৈ বিয়া দিব খুজিছা সেইটোও মই জানো। সুজাতাৰ মাজেৰে তুমি যে বসন্ত চৌধুৰী নামৰ মহলদাৰজনৰ আপোন হৈ ল'বলৈ বিচাৰিছা আৰু তাৰ গাত ভেজা দি বিখ্যাত ব্যৱসায়ী হ'বলৈ বিচাৰিছা সেই কথা মই জানি গৈছো।

বিক্ৰম ঃ যদি জানিছই তেনেহ'লে তই স- সন্মানে সুজাতাৰ পৰা আঁতৰি গ'লে তোৰ নিজৰ বাবেই মঙ্গল হ'ব।

সুকান্ত : মোৰ মঙ্গলৰ চিন্তা মই কৰিম বিক্ৰম।

বিক্ৰম : কিন্তু মোৰ ভনী সুজাতাৰ মঙ্গল-চিন্তা মই কৰিম।

সুকান্ত : মই আৰু সুজাতা দুয়ো নিজৰ নিজৰ ভৱিষ্যৎ, নিজৰ নিজৰ মঙ্গল-অমঙ্গলৰ কথা চিন্তা কৰিব পৰা বয়স পাইছো। ইয়াত তুমি মূৰ নঘমালেও হ'ব। খুব পৰিষ্কাৰভাৱে মই কওঁ শুনা- সুজাতা আৰু মোৰ বিয়া হৈ গৈছে। আইনে আমাক পতি-পত্নীৰূপে স্বীকৃতি দিছে। তোমালোকৰ বিৰোধিতাৰ কাৰণেই আৰু বিশেষকৈ বসন্ত চৌধুৰীৰ লগত তোমাৰ হুলিগলি বেছি হৈ অহাৰ কাৰণেই আমি এই কাম গোপনে কৰিবলগীয়া হ'ল।

বিক্ৰম : You mean ?

সুকান্ত : ইমানখিনি কোৱাৰ পিচতো আৰু বেছিকৈ বুজাব লাগিব নেকি?

বিক্ৰম : তইঁতৰ এই বিয়া সামাজিকভাৱে স্বীকৃত বিয়া নহয়।

সুকান্ত : সেই কাম কৰা হ'ব। সামাজিক স্বীকৃতি আমি ল'ম।

বিক্ৰম : আৰু তাৰ আগতে *(পিষ্টলটো উলিয়াই গুলী কৰি দিয়ে। ইলিউচন শেষ হয়। লগে লগে দ্বিতীয় সাংবাদিকে চিঞৰি উঠে।)*

২য় সাং : হ'ব নোৱাৰে। এইটো হ'ব নোৱাৰে।

১ম সাং : কিয় হ'ব নোৱাৰে? ইয়াত এটা social problem অনাহৈছে। সমাজৰ পশ্চাদপটত প্ৰেমক আনি থিয় কৰোৱা হৈছে। কিন্তু তোমাৰ কাহিনীটোত Social value- মুঠেই নাছিল।

২য় সাং : মই এটা প্ৰেম আৰু ঈৰ্ষাৰ কাহিনী থিয় কৰাইছিলো। যিটো চিৰন্তন। তোমাৰ প্ৰথম ভুল হৈছে তিনি দশকৰ আগৰ যুৱকে কেতিয়াও এনেকৈ হাতত পিষ্টল লৈ ফুৰা নাছিল। আৰু ক'টলৈ গৈ ৰেজিষ্টাৰো কৰোৱা নাছিল। গতিকে তোমাৰ কাহিনীৰ বিশ্বাসযোগ্যতা কম। সকলোতকৈ ডাঙৰ কথা হৈছে কাহিনী আজিৰ হ'ব লাগিব। কাৰণ ঘটনাটো আজি ঘটিছে। তোমাৰ ক্ষেত্ৰতো সেই একেটাই problem -স্কুটাৰখন। সেইখন কি হ'ল?
*(দেখা যায়- পুলিচ বিষয়া আৰু চিপাহী এজন সাংবাদিক দুজনৰ ফালে আহি আছে যদিও সাংবাদিকক লক্ষ্য কৰা নাই।)*

পুঃ অঃ : *(চিপাহীক)* তই যা আৰু গাড়ীখন লৈ আহ। যদি গাড়ীখন এতিয়াও আহি পোৱাহি নাই তেনেহ'লে তই অলপ সময় বৈ D.S.P চাহাবলৈ এটা ফোন কৰিবি। মোৰ কথা কবি যে ছাৰে সুধিছে ডেড বডিটো Postmortem ৰ কাৰণে ইয়াৰ পৰা বাহিৰে বাহিৰে মেডিকেললৈ পঠিয়াব নে identification ৰ কাৰণে থানালৈ লৈ আহিব। আৰু গাড়ীখন যে এতিয়া

থানাত নাই সেই কথাষাৰো জনাই দিবি। যা এতিয়া।

*(চিপাহী ওলাই যায়)*

১ম সাং : কিবা শুং-সূত্ৰ পাইছেনে?

পুঃ অঃ : সময়ত আমি নিজে জনাম।

২য় সাং : এই যে সংলাপটো-'সময়ত আমি নিজে জনাম—' ট্ৰেইনিং পিৰিয়ডত আপোনালোকক এইটো বাক্যকে কৈ থাকিবলৈ শিকায় নেকি?

পুঃ অঃ : আপোনালোকে সংবাদ বিচাৰি আহিছেনে মোক জেৰা কৰিবলৈ আহিছে?

১ম সাং : সংবাদৰ বাবে জেৰাৰ প্ৰয়োজনো হ'ব পাৰে।

পুঃ অঃ : আৰু আপোনালোকৰ কোনো প্ৰশ্নৰ যদি মই উত্তৰ নিদিওঁ?

২য় সাং : আজি এতিয়াই আমাৰ প্ৰশ্নৰ উত্তৰ নিদিব পাৰে, কিন্তু সময়ে আপোনালোকক উত্তৰ দিবলৈ বাধ্য কৰাব।

পুঃ অঃ : কি কৰিব? মোৰ বিষয়ে লিখিব? লিখিব- "সাংবাদিকৰ প্ৰতি আৰক্ষী বিষয়াৰ অশালীন আচৰণ" —এয়েতো।

২য় সাং : ডাঙৰীয়া, কি লিখিম, কেনেকৈ লিখিম সেইটো শ্ৰুতলিপি আপুনি আমাক দিব নালাগে। বেছ আপুনি আপোনাৰ কাম কৰক। এতিয়া অবশ্যে আপোনালোকৰ কৰিবলগীয়া কাম একোৱেই নাই। কাৰণ মৰা মৰিলেই।

১ম সাং : কেৱল এটাই অনুৰোধ— জীয়াই থকাখিনিক জীয়াই থকাৰ সুবিধা দিয়ক।

পুঃ অঃ : *(খঙেৰে)* আৰু ময়ো কওঁ শুনক। আপোনালোকৰ যদি কিবা ক'বলগীয়া আছে ওপৰত কওকগৈ। একেবাৰে ওপৰত। মই এজন সাধাৰণ পুলিচ বিষয়া। মোৰ ওচৰত আপোনালোকৰ বিক্ষোভ প্ৰদৰ্শন কৰি, ক্ষমতা দেখুৱাই, হুমকি দি একো লাভ নাই। এই শটো নিবৰ কাৰণে গাড়ীখনৰ বাবে মই হয়তো দুঘণ্টা ইয়াত বৈ থাকিব লাগিব, Postmortem - ৰ বাবে চাৰি ঘণ্টা হাস্পতালত থাকিব লাগিব। এইবিলাক খবৰ ৰাখিব ডাঙৰীয়াসকল! বেয়া নাপাব।

১ম সাং : তাৰ মানে আপুনি ঢাল-তৰোৱাল নোহোৱা নিধিৰাম চৰ্দাৰ?

পুঃ অঃ : সেই ব্যাখ্যা মই বোধকৰো আৰু নকৰিলেও হ'ব।

*(পুলিচ অফিচাৰ কোবেৰে শটোৰ ফালে আঁতৰি যায়।)*

১ম সাং : ইহঁতৰ পৰা আৰু বেলেগ সহায় পোৱা নাযাব। ষ্ট'ৰি আমি বনাবই লাগিব।

২য় সাং : কিন্তু ৰকি, ডিম্পী, সুকান্ত, সুজাতা ইহঁতৰ ষ্ট'ৰিৰে নহ'ব।

১ম সাং : এৰা এটা বেলেগ ষ্ট'ৰি হ'ব। বিক্ৰম আৰু সুকান্ত দুয়ো বন্ধু আছিল। নলে-গলে লগা বন্ধু। সুকান্ত বিধবা মাকৰ একমাত্ৰ আশা-ভৰসাৰ স্থল। কাৰণ

সিয়েই মাকৰ একমাত্ৰ সন্তান। সুকান্তৰ জন্মৰ এমাহৰ পিচতেই পুলিচৰ গুলী খাই সুকান্তৰ দেউতাকৰ মৃত্যু হৈছিল।

২য় সাং ঃ সুকান্তৰ দেউতাকক পুলিচে মাৰিবলগীয়া হ'ল কিয় ?

১ম সাং ঃ খাদ্য আন্দোলন কৰি এফ চি আইৰ গুদাম ঘেৰাও কৰিবলৈ গৈছিল এদল লোক। তাৰ মাজত সুকান্তৰ দেউতাকো আছিল। দলটোৰ ওপৰত গুলী চলাবলৈ ধৰিলে।

২য় সাং ঃ আৰু তাতেই সুকান্তৰ দেউতাক মৰিল। দৃশ্যটো কৰুণ হ'ব।

১ম সাং ঃ নহয় নহয় ষ্টৰিটোত এই ঘটনাটোৰ মাত্ৰ উল্লেখহে থাকিব। ইয়াৰ বিস্তৃত বৰ্ণনা নাথাকে। ষ্টৰিটোৱে মুলতঃ সুকান্ত আৰু বিক্ৰমৰ বন্ধুত্ব, দুয়োৰো প্ৰতি সুকান্তৰ মাকৰ ৎৰম। আৰু তাৰ পৰিণতিহে থাকিব। মানে এনেকুৱা হ'ব-

*(সংগীত। মঞ্চৰ পোহৰ সলনি হয়। ইলিউচন সৃষ্টি হয়। দেখা যায় নঞ্চত সুকান্ত আৰু বিক্ৰম দুয়ো ইণ্টাৰভিউৰ কাৰণে পঢ়া-শুনা কৰিছে।)*

বিক্ৰম ঃ বহুত দেৰি হ'ল অ' সুকান্ত। মই ঘৰলৈ যাওঁ। আকৌ গধূলি আহিম।

সুকান্ত ঃ চাকৰিৰ ইণ্টাৰভিউৰ কাৰণে ইমান পঢ়িব লাগিব বুলি ভবা নাছিলো। মোৰ কিন্তু ভয় লাগিছে।

বিক্ৰম ঃ ভয় মোৰো লাগিছে। এইটোৱেই মোৰ শেষ চাঞ্চ। এইটো তোৰ বিশ নম্বৰ ইণ্টাৰভিউ আৰু মোৰ সাতাইশ নম্বৰ। ইয়াৰ পিচত মই আৰু বয়স নাপাম। মেট্ৰিক চাৰ্টিফিকেটত মোৰ আচল বয়সতকৈও দুবছৰ বঢ়াই দিলে। আৰু তোৰ এবছৰ কমাই দিলে।

সুকান্ত ঃ কিন্তু বয়স আছে বুলি মইতো আৰু বৈ থাকিব নোৱাৰো বিক্ৰম। মায়ে যে কেনেকৈ ঘৰখন চলাই আছে ভাবিবলৈকে ভয় লাগে। মোক পঢ়াবৰ কাৰণে পৈত্ৰিক সম্পত্তি বুলি যিখিনি আছিলে সকলো বেচি মেলি শেষ কৰিলে। এতিয়া আৰু বেচিবলগীয়া একো নাই।

বিক্ৰম ঃ আৰু মোৰ অৱস্থা দেখিছই। দেউতা কেন্সাৰ বেমাৰী। যি অলপ সাঁচতীয়া পইচা আছিল সেইখিনি শেষ। চাকৰি মোক লাগিবই। ভাবি আৰু লাভ নাই নহয় জানো। মই উঠো দে।

সুকান্ত ঃ *(ভিতৰলৈ চাই)* অ' মা বিক্ৰম যাব খুজিছে।

বিক্ৰম ঃ *(চিঞৰি)* মই আহো জেঠাই।

*(of voice)* ত জেঠাই ঃ ৰ'বা গৈছো।

*(জেঠাই অৰ্থাৎ সুকান্তৰ মাক ওলাই আহে।)*

সু-মাক ঃ ভাত খাই যাবা বিক্রম। ভাত হৈছেই।

বিক্রম ঃ ঘৰত মোলৈ ৰৈ থাকিব জেঠাই।

সু-মাক ঃ ঘৰত মোৰ কথা ক'বা, বুলি জেঠায়ে নপঠিয়ালে, ভাত খাই আহিবলৈ ক'লে। তোমাৰ কাৰণেই মই লৰালৰি কৰিছো।

বিক্রম ঃ মোৰ কাৰণে কষ্ট কিয় কৰিব লাগে জেঠাই?

সু-মাক ঃ অঁকৰা, এইটোক কষ্ট বুলি কয় নেকি? মাকে পুতেকৰ কাৰণে যিখিনি কৰে তাক কষ্ট বুলিব নাপায়। মোৰ বাবে সুকান্ত যি তুমিও সেয়ে।

বিক্রম ঃ সেই কথা মোক নক'লেও হ'ব জেঠাই। মা-দেউতাৰ আশীৰ্বাদ আৰু আপোনাৰ আশীৰ্বাদ মোৰ বাবে সমান। মই সদায় আপোনাৰ আশীৰ্বাদ বিচাৰো।

সু-মাক ঃ তোমালোকে মোৰ আশীৰ্বাদ বেলেগে বিচাৰিব নালাগে। সদায় আছে। আহা, ভিতৰলৈ আহা।

সুকান্ত ঃ মই আগতেই জানিছিলো মায়ে তোক ভাত নুখুওৱাকৈ নপঠিয়ায় । আহ।
*(তিনিও ভিতৰলৈ সোমাই যায়। ইলিউচন শেষ হয়।)*

২য় সাং ঃ এইটো একো ষ্ট'ৰিয়েই নহ'ল। এই মাৰ্ডাৰটোৰ লগত এই ষ্ট'ৰিটোৰ কোনো সম্পৰ্কই নাই।

১ম সাং ঃ ষ্ট'ৰি মোৰ এতিয়াও শেষ হোৱা নাই। সুকান্তৰ মাক জেঠায়ে বিক্রমকো সুকান্তৰ দৰেই মৰম কৰিছিল। সুকান্তৰ দৰে বিক্রমো অভাৱ-অনাটনৰ মাজত ডাঙৰ হোৱা। বৰং বহু ক্ষেত্ৰত বিক্রমৰ অভাৱ সুকান্ততকৈও বেছি। তাৰ প্ৰথম কাৰণ দেউতাকৰ লগত দৰবৰ নিয়মিত খৰচ আছে। বায়েকৰ বিয়াৰ ধাৰ তেতিয়াও মৰাগৈ নাছিল। পৰিয়ালত খাওঁতা লোকো কেইবাজনো, গতিকে বিক্রমে যথেষ্ট বেছি যুঁজ কৰিব লগা হৈছিল। ঘৰত আনকি পঢ়া-শুনা কৰাৰো পৰিবেশ নাছিল। গতিকে সি সুকান্তৰ ঘৰলৈকে আহিছিল।

২য় সাং ঃ তোমাৰ ষ্ট'ৰি আৰম্ভ কৰা।

১ম সাং ঃ সুকান্ত আৰু বিক্রমে দুয়োটাই লিখিত পৰীক্ষা দিলেগৈ। দুয়োটাই সাক্ষাৎকাৰৰ বাবে চিঠিও পালে। আৰু দুয়োটাই জেঠাইৰ আশীৰ্বাদ লৈ ইণ্টাৰভিউ দিলেগৈ। দহ দিনমানৰ পিচত-
*(পুনৰ ইলিউচন। সুকান্তৰ মাকে সুকান্তক মাতি মাতি ভিতৰৰ পৰা ওলাই আহে।)*

সুকান্তৰ মাকঃই আক' কেনি গ'ল। ক্ষন্তেকতে ইহঁত কেনি যায় জানো। (চিঞৰি) সুকান্ত, হেৰৌ সুকান্ত। ছেঃ এতিয়াই আছিল এতিয়াই নাইকিয়া হ'ল। ৰাতিপুৱা সেই

শুদা চাহকণ খায়েই গ'ল ওলাই। এবাৰ ওলাই গ'লে কেইবজাত ঘৰ সোমাইহি ঠিক নাই। আদবয়সতে ইহঁতৰ পিত্ত বেমাৰ নহ'লেই ৰক্ষা। সি একো এটা নোখোৱাকৈ থাকিলে মইনো বাৰু খাওঁ কোন সতেৰে। (বাহিৰত এখন স্কুটাৰ ৰোৱাৰ শব্দ শুনা যায়)

*(বাহিৰৰ পৰা মাতি মাতি সুকান্ত আহে।)*

সুকান্ত : মা মা (সোমাই আহি ঘপ্‌কৈ মাকক দাঙি ধৰি ঘূৰাবলৈ ধৰে।)

সু-মাক : চাওঁ চাওঁ এৰি দেচোন অ'। হেৰ' তই দুখ পাবি। তোৰ হৈছে কি?

সুকান্ত : মোৰ বিৰাট ফুর্তি লাগিছে মা। মই চাকৰি পাইছো।

সু-মাক : কচোন ক ভালকৈ ক, কথাটো কি?

সুকান্ত : মই চাকৰি পাইছো। *(জেপৰ পৰা চিঠি এখন উলিয়াই)* চোৱা এইখন চোৱা, পোন্ধৰ তাৰিখৰ ভিতৰত জইন কৰিবলৈ কৈছে। এয়া চোৱা তিনিজনীয়া পেনেলত মোৰ নাম এক নম্বৰত। দুই নম্বৰত বিক্রম। অর্থাৎ কিবা কাৰণত মই যদি জইন নকৰো তেনেহ'লে চাকৰিটো বিক্রমে পাব। আৰু জইন কৰি মই যদি অন্য চাকৰি পাই গুচি যাওঁ তেনেহ'লেও বিক্রমেই চাকৰিটো পাব। এই পেনেলটো এবছৰৰ বাবে valid হৈ থাকিব।

সু-মাক : ঈশ্বৰে তোৰ মঙ্গল কৰক বোপাই।

সুকান্ত : মই কাইলৈকে জইন কৰিম মা। এতিয়াই গৈ মই অফিচত জনাই আহিম যে মই কাইলৈকে জইন কৰিম *(বাহিৰলৈ ওলাই যাব খোজে)*

সু-মাক : কিবা এটা খাই যা।

সুকান্ত : আহি খামহি মা, আহি খামহি। মোৰ যে কিমান ফূর্তি লাগিছে। তোমাৰ ফূর্তি লগা নাই মা?

সু-মাক : সেই কথা তই মোক সুধিব নালাগে সোণ। মোৰ ভাবিয়েই ভাল লাগিছে যে কাৰো পৰা দয়া ভিক্ষা নকৰাকৈ, কাৰো ওচৰত হাত নপতাকৈ তই এটা চাকৰি পাইছ। অথচ সকলোৱে কয় পা-পইচা নিদিলে হোনো চাকৰি পোৱা নাযায়। তাৰে মানে দেশখনত এতিয়াও ভাল মানুহ আছে নহয়নে?

সুকান্ত : পৰীক্ষা দিয়েই বুজিছিলো চাকৰি মই পাবই লাগিব।

সু-মাক : এৰা বোপাই, মগজুৰে কৰা যুঁজহে আচল যুঁজ।

সুকান্ত : মই আহো মা। এতিয়া গৈ মই বিক্রমৰ তাত সোমামগৈ।

সু-মাক : চাকৰি যদি দুটা হ'লহেঁতেন, তহঁত দুয়োটাই যদি একেলগে পালিহেঁতেন কিমান আনন্দ পালোহেঁতেন।

সুকান্ত : আনন্দ ময়ো পালোহেঁতেন মা। কিন্তু বিচৰা মতেতো আৰু সকলো নহয়।

চাকৰিটো মই নাপায় যদি অন্য কোনোবাই পালেহেঁতেন বিক্ৰমেও মনত কষ্ট পালেহেঁতেন। মই যিহেতু চাকৰিটো পালো, বিক্ৰমেও নিশ্চয় আনন্দ পাব। মই আহো মা।

*(সুকান্ত ওলাই যায়। মাকো চাই থাকে। পোহৰ মাকৰ ওপৰত পৰে। আবহ সংগীত তীব্ৰ হয়। গুলীৰ শব্দ শুনা যায়। সুকান্তৰ কণ্ঠৰ এটা চিঞৰ। সুকান্তৰ মাকেও চিঞৰি উঠে-'সুকান্ত'। ইলিউচন ভাগি যায়।)*

**২য় সাং :** কিন্তু গুলীটো কোনে মাৰিলে? কিয় মাৰিলে?

**১ম সাং :** বিক্ৰমে মাৰিলে।

**২য় সাং :** বিক্ৰমে? বিক্ৰমে গুলীয়াব কিয়?

**১ম সাং :** কাৰণ চাকৰিটো বিক্ৰমক লাগে। পেনেলৰ দুই নম্বৰৰ পৰা সি এক নম্বৰলৈ আহিব খোজে।

**২য় সাং :** সমাপ্তিটো বৰ নিষ্ঠুৰ হ'ল। সকলোতকৈ ডাঙৰ গণ্ডগোলটো হ'ল সুকান্তই স্কুটাৰখন ক'ত পাইছিল?

**১ম সাং :** হয়, এই কথাটো থকি গ'ল অৱশ্যে। সি এনেয়ে বিক্ৰমৰ ঘৰৰ ফালে ওলাই গৈছিল। বাটতে অন্য এজন বন্ধু লগ পালে। সেই বন্ধুজন স্কুটাৰত আহি আছিল। দুই বন্ধুৱে কথা পাতি থাকোতেই ঘৰলৈ আহিব লগা পিয়নে সুকান্তক বাটতে পায় চিঠিখন দি দিলে। যেয়ে চাকৰি পোৱা খবৰটো পালে, মাকক খবৰটো দিবলৈ বুলি তাৰ বন্ধুটোৰ স্কুটাৰখন লৈ আহিল। ইয়াত অস্বাভাৱিকতা একো নাই।

**২য় সাং :** কিন্তু গুলীটো বিক্ৰমৰ হতুৱাই মৰাব নালাগিছিল। বিক্ৰমে পিষ্টল ক'ত পালে? সিতো পিষ্টল লৈ ফুৰা ল'ৰা নহয়।

**১ম সাং :** যোগাৰ কৰিলে।

**২য় সাং :** ক'ৰ পৰা।

**১ম সাং :** কাৰোবাৰ পৰা। আজিকালি পিষ্টল লগত লৈ ফুৰা ডেকা ল'ৰাৰ অভাৱ হৈছে নেকি?

**২য় সাং :** কিন্তু বিক্ৰম আৰু সুকান্ত পিষ্টল লৈ ফুৰা ল'ৰাৰ লগত বন্ধুত্ব কৰিবলৈ যোৱা বিধৰ ল'ৰা নহয়।

**১ম সাং :** বাস্তৱ বৰ নিষ্ঠুৰ। অৱস্থাই আমাৰ গতি-বিধি নিয়ন্ত্ৰণ কৰে। আমাৰ বন্ধুত্বক ক্ৰোধলৈ পৰিৱৰ্তন কৰিব পাৰে। দৰিদ্ৰতাৰ তাড়নাই মানুহক দানৱলৈ ৰূপান্তৰিত কৰিব পাৰে। ইয়াত অস্বাভাৱিকতা কি আছে? অভাৱ- অনাটন আৰু বঞ্চনাই মানুহবোৰৰ হৃদয় সলাই পেলাব পাৰে। মানুহৰ স্বভাৱ, চাল-

চলন, কথা-বতৰা এই সকলোবোৰ নিয়ন্ত্ৰণ কৰে আৰ্থিক অৱস্থাই। মোৰ ষ্টৰিটোৰ মূল লেছন হ'ব সেইটোৱেই। আৰু সেইফালৰ পৰাই এই হত্যাকাণ্ডটো বিচাৰ কৰি চাব লাগিব।

২য় সাং ঃ তথাপি ষ্টৰিৰ শেষটো বৰ নিষ্ঠুৰ হ'ব।

১ম সাং ঃ তুমি বাৰে বাৰে একেটা কথাকে কৈ আছা কিয়? আজিৰ বাস্তৱক তুমি চাব খোজা নাই। আজিৰ সত্যক মানি ল'ব খোজা নাই। সমাপ্তি মধুৰ হোৱা হ'লে এই ল'ৰাটো নমৰিলহেঁতেন।

২য় সাং ঃ গুলীটো তুমি বিক্ৰমৰ হতুৱাই নমৰায়ো পাৰিলাহেঁতেন।

১ম সাং ঃ কিন্তু আজিৰ বাস্তৱে সেইটো বিচাৰে।

২য় সাং ঃ সুকান্তক হত্যা কৰা মানুহটো বিক্ৰম নহে অন্য কোনোবা প্ৰতিদ্বন্দী নহ'ল কিয়।

১ম সাং ঃ তুমি বাৰে বাৰে আপত্তি কৰিছা কিয়? কিয়নো বাস্তৱে এইটোৱেই বিচাৰিছে-এইটোৱেই কৰা হৈছে। বৰ্তমান সময়ত ট্ৰেজিক দিশটো হৈছে বন্ধুত্ব বুলিলে যি স্নেহ, ত্যাগ, আত্মীয়তাৰ কথা মনলৈ আহিব লাগিছিল তাৰ পৰিবৰ্তে মনলৈ আহে অবিশ্বাস, আতঙ্ক আৰু কৃত্ৰিমতাৰ কথা। মই তোমাক আকৌ কওঁ এইটোৱেই বৰ্তমান আৰু এইটোৱেই বাস্তৱ। নিৰ্মম, নিষ্ঠুৰ।

২য় সাং ঃ কিন্তু-।

১ম সাং ঃ আমি সাংবাদিক। বাস্তৱটোকে আমি তুলি ধৰিব লাগিব। ঘটনাবোৰ তুমি-মই বিচৰা ধৰণে নঘটে। হত্যা এটা নিৰ্মম পৰিণতি।

২য় সাং ঃ তোমাৰ এই পৰিণতি মই মানি ল'ব পৰা নাই।

১ম সাং ঃ একোটা ঘটনা অথবা তাৰ পৰিণতি তুমি-মই নিৰ্ধাৰণ কৰিব নোৱাৰো। সুকান্ত আৰু বিক্ৰমৰ বন্ধুত্বক লৈ এখন ভাল মেলড্ৰামা হ'ব পাৰে। এখন ছুপাৰ হিট চিনেমাও হ'ব পাৰে। মানে ধৰা- সুকান্তই চাকৰিটো পোৱাত বিক্ৰমৰ খুবেই ফূৰ্তি লাগিছে। হয়তো এটা সংলাপ সি কৈছে-"সুকান্ত তই চাকৰিটো পোৱাত মোৰ কিমান ফূৰ্তি লাগিছে। সেই কথা মই বুজাব নোৱাৰো। চাকৰিটো মই নিজে পোৱা হ'লে যিমান ফূৰ্তি লাগিলহেঁতেন তাতকৈ বহুত বেছি ফূৰ্তি মই আজি পাইছো।" ইত্যাদি। দৰ্শকে নিশ্চয় চাপৰি বজালেহেঁতেন। অদৰ্শ বন্ধুত্বৰ নাটক বুলি প্ৰতিযোগিতাত পুৰস্কাৰ পালেহেঁতেন। আৰু যদি বিক্ৰমৰ ঠাইত বিক্ৰম নামটো নিদি মই যদি বছিৰ আহমেদ কৰি দিলোহেঁতেন তেনেহ'লে কিজানি National Intigration -ৰ নাটক বুলি চৰকাৰী পুৰস্কাৰো পাই গ'লোহেঁতেন। তুমিতো খুবেই

ভাল পালাহেঁতেন। কিন্তু মোৰ উপায় নাই।

২য় সাং ঃ তুমি ক'ব খুজিছা অভাৱে, অনাটনে আমাৰ স্বভাৱ চৰিত্ৰ নিয়ন্ত্ৰণ কৰে?

১ম সাং ঃ সেইবোৰ কথা ক'ব নালাগে। ইতিমধ্যে সেইবোৰ কথা প্ৰমাণিত হৈ গৈছে।

২য় সাং ঃ নাই নহ'ব। তোমাৰ ষ্টৰিটোৱে সমাজৰ একো উপকাৰ নকৰে। বৰং এনেকুৱা ষ্টৰিয়ে ইজনে-সিজনৰ প্ৰতি অবিশ্বাসৰ জন্ম দিব। মানুহ নিঃসঙ্গ , অকলশৰীয়া হ'ব। এইটো কথা সহ্য কৰিবলৈ টান। মানুহে মানুহৰ ওপৰত বিশ্বাস ৰাখিব নোৱাৰা হ'লে কি এটা সাংঘাতিক অৱস্থা হ'ব ভাবি চোৱাচোন। এইটো ষ্টৰি নহ'ব। মোৰ মনেৰে সুকান্ত আছিল এক বিশেষ ৰাজনৈতিক দলৰ সক্ৰিয় সদস্য। তুমি জানা এতিয়া নিৰ্বাচনৰ সময়। মানুহৰ মাজত সুকান্তৰ আছিল অসীম প্ৰভাৱ। এক বিশেষ ৰাজনৈতিক নেতাৰ সপক্ষে সুকান্তই মানুহৰ মাজত অকলে প্ৰচাৰ চলাই ফুৰিছিল।
*(পুনৰ ইলিউচন। চাৰি-পাঁচজন ডেকাৰ গ্ৰুপ এটাৰ মাজত সুকান্ত।)*

সুকান্ত ঃ তোমালোক ঘৰে ঘৰে যাবা। আৰু মানুহক বুজাবগৈ যে যি কাৰণেই কি নহওক আমি যেতিয়া সংসদীয় গণতন্ত্ৰক মানি লৈছো, ভোট দিবলৈ ৰাইজ ওলাই আহিব লাগিব। বৰ্তমান শাসকক ওফৰাই পঠোৱাৰ এই সুযোগ আমি গ্ৰহণ কৰিব লাগিব। আমাৰ কেনভাচ হ'ব ঘৰে ঘৰে- দুৱাৰে দুৱাৰে। কেৱল সেয়ে নহয়। আমাৰ প্ৰতীক চিহ্নত কেনেকৈ ছাব মাৰিব লাগিব সেই কথাও তোমালোকে শিকাই আহিবা। ভালকৈ ছাব মাৰিব নজনা দোষতো বহুত ভোট নাকচ হয়।

১ম ডেকা ঃ তুমি নিশ্চিন্ত থাকা সুকান্ত। আমাৰ জয় নিশ্চয়।

সুকান্ত ঃ আমাৰ ৰাইজৰ বহু অংশই আৱেগ-পৰম্পৰা এইবোৰৰ পৰা মুক্ত হ'ব পৰা নাই। কেৱল সেয়ে নহয়, পৰিয়ালতন্ত্ৰ বজাই ৰাখিবলৈ কোনো কোনোৱে আবেগৰ জোৱাৰ তুলি মানুহক বিভ্ৰান্ত কৰিছে। তেনে শক্তিৰ বিৰুদ্ধে ভোটাৰ ৰাইজক উলিয়াই আনিব লাগিব।

২য় ডেকা ঃ সেই কামেই কৰি থকা হৈছে। আমাক বিৰোধিতা কৰাসকলে দৰাচলতে ভয় খাইছে। আৰু সেই বাবেই ধৰ্ম-ভাষা, জাত-পাত এইবোৰেৰে ভাগ ভাগ কৰি ভোটাৰৰ মাজত বিভেদৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰি আছে।

সুকান্ত ঃ আমি সেইবোৰৰ বিৰুদ্ধে ৰাইজক সংগঠিত কৰিব লাগিব।

১ম ডেকা ঃ সেই কামো কৰি থকা হৈছে। কিন্তু অসুবিধা হৈছে শাসক দল ধনে-জনে বেছ শক্তিশালী।

সুকান্ত ঃ আমি আমাৰ আদৰ্শৰ শক্তিৰে প্ৰতিপক্ষৰ শক্তিক পৰাভূত কৰিব লাগিব।

তোমালোক এতিয়া যোৱা। মই অন্যফালে যাওঁ।

১ম ডেকা : তুমি অকলে ঘূৰি নুফুৰিবা সুকান্ত।

সুকান্ত : কিয়?

১ম ডেকা : পৰিস্থিতি দেখি সিহঁত বলিয়া কুকুৰৰ নিচিনা হৈছে। তোমাক আমি অকলে এৰিব নোৱাৰো।

সুকান্ত : এজন সুকান্তৰ মৃত্যুয়ে বা এজন সুকান্তৰ অবিহনে আদৰ্শৰ ভেটিত প্ৰতিষ্ঠিত সংগ্ৰামক শেষ কৰিব নোৱাৰে। তোমালোক প্ৰত্যেকেই একো একোজন সুকান্ত। মোৰ বাবে ভয় নাই।

২ম ডেকা : তুমিও আৱেগ এৰিব পৰা নাই সুকান্ত। তুমিও পৰিস্থিতি বুজি উঠা নাই। আৰু সেই বাবেই তুমি এনেকুৱা সাহস দেখুৱাইছা।

সুকান্ত : মই কৈছো নহয়, মোৰ বাবে ভয় কৰিব নালাগে।

১ম ডেকা : কিন্তু-আমাৰ বাবেই তোমাৰ প্ৰয়োজন আছে।

সুকান্ত : তোমালোকে এই ভয়, এই আতঙ্ক লৈ কাৰ কি উপকাৰ কৰিবা? তোমালোক যোৱা। মই আদেশ দিছো।

২য় ডেকা : আৰু তুমি স্কুটাৰখন লৈ অকলে অকলে ঘূৰিবা?

সুকান্ত : সকলো কথাৰে ব্যাখ্যা নিবিচাৰিবা। যোৱা।

১ম ডেকা : ঠিক আছে যাওঁ। মাথোন আমাৰ আনুৰোধ তুমি যেন সাবধানে থাকা। *(ডেকাকেইজন ওলাই যায়। সুকান্তই সেই দিশেৰে চাই থাকে। কিছু সময় কিবা চিন্তা কৰে। হঠাৎ গুলীৰ শব্দ শুনা যায়। চিএৰ এটা মাৰি সুকান্ত ঢলি পৰে। সি যেন নিজৰ লগত যুঁজ কৰে। অসহ্য যন্ত্ৰণা আৰু ৰক্তাক্ত দেহটো লৈ সি লাহে লাহে উঠিবলৈ যত্ন কৰে আৰু বাহিৰলৈ ওলাই যায়। ইলিউচন শেষ হয়। ২ য় সাংবাদিকে এটা গভীৰ নিশ্বাস এৰে।)*

২য় সাং : এইটো এটা বাস্তৱ কাহিনী নহয়নে?

১ম সাং : *(গভীৰ কণ্ঠে)* হ'ব পাৰে। কিন্তু সুকান্তৰ এই সাহস সমৰ্থনযোগ্য নহয়।

২য় সাং : কিয়?

১ম সাং : এটা অসুৰ শক্তিৰ বিৰুদ্ধে এনেকুৱা সাহস দেখুৱাই সুকান্তই অকালতে মৃত্যু মাতি আনিলে। এই মৃত্যুয়ে জনজাগৰণৰ সৃষ্টি কৰিব নোৱাৰিলে। কাৰণ তেনে এক জনজাগৰণ সৃষ্টি কৰিবৰ কাৰণে মানুহক যেনেকৈ সজাগ কৰি তুলিব লাগিছিল তেনেদৰে সজাগ কৰি তুলিব পৰা নাছিল। ফলত সুকান্তৰ মৃত্যুয়ে সংগ্ৰামক আগবঢ়াইতো নিব নোৱাৰিলেই, সহকৰ্মীসকলকো ভীতিগ্ৰস্ত কৰি তুলিলে। আৰু সেইবাবেই আজি গুলীবৃদ্ধ

সুকান্তৰ শৰ ওচৰত কোনোৱেই নাই।

২য় সাং ঃ তোমাৰ যুক্তিখিনি মই মানি ল'ব পৰা নাই। বৰং ইমানদিনে সুকান্ত এজন কৰ্মী আছিল, এজন ব্যক্তি আছিল আৰু আজি সুকান্ত হৈ পৰিল এটা শক্তি। এতিয়া এই মুহূৰ্তত তাৰ উমান তুমি নাপাব পাৰা, কিন্তু দেখিবা সময়ত সুকান্তৰ হত্যাৰ ক্ষোভৰ প্ৰকাশ ঘটিব।

১ম সাং ঃ নিশ্চয় মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱাজন বীৰ নহয়। বীৰ সেইজনহে যিজনৰ কৰ্মই, যিজনৰ জীৱনদানে হেজাৰজনক ৰাজপথলৈ উলিয়াই আনিব পাৰে।

২য় সাং ঃ তোমাৰ কথা মই বুজা নাই।

১ম সাং ঃ বুজিবলৈ চেষ্টা কৰা নাই। সুকান্তৰ ৰাজনীতি ক্ষমতাৰ ৰাজনীতি। I mean ক্ষমতা লাভৰ ৰাজনীতি *(pause. কিবা এটা ভাবি)* আচ্ছা, এনেকুৱা হ'ব পাৰে নেকি যে সুকান্তক তেওঁৰ দলৰ সহকৰ্মীয়ে হত্যা কৰিছে?

২য় সাং ঃ তুমি বলিয়া হৈছা নেকি?

১ম সাং ঃ হয়। সুকান্তক তেওঁৰ সহকৰ্মীয়ে হত্যা কৰিছে। নিৰ্বাচনত জিকিবৰ কাৰণে বহু কৌশল অৱলম্বন কৰা হয়। সুকান্ত জনপ্ৰিয় ৰাজনৈতিক কৰ্মী। মানুহৰ মনত সুকান্তৰ ইমেজ খুবেই ভাল। গতিকে ভোট আদায়ৰ বাবে আৱেগৰ জোৱাৰ তুলিবলৈ সুকান্তক হত্যা কৰাটো সাধাৰণ কাম।

২য় সাং ঃ তুমি অদ্ভুত কল্পনা কৰিছা।

১ম সাং ঃ কল্পনা? অদ্ভুত কল্পনা? নিৰ্বাচনী ৰাজনীতিত এইটোৱেই বাস্তৱ। কল্পনা কৰিব নোৱাৰা বাস্তৱ। *(শটোৰ ওচৰৰ পৰা পুলিচ বিষয়াই মানুহবোৰ আঁতৰাই সাংবাদিক দুজনৰ ফালে আগবাঢ়ি আহে।)*

১ম সাং ঃ *(পুঃ অফিচাৰক)* কিবা ক্লু পালেনে?

পুঃ আঃ ঃ আপোনালোক এতিয়াও ইয়াতে আছে?

২য় সাং ঃ আমি সুধিছো হত্যাকাৰীৰ কিবা ক্লু পাইছেনে?

পুঃ অঃ ঃ মই বাৰে বাৰে কৈ আহিছো যে হত্যাকাৰীৰ বিষয়ে কিবা জানিবলৈ পালে আপোনালোকক জনোৱা হ'ব। আমি থানাৰ পৰা কাগজবিলাকক জনাই দিম। অযথা আপোনালোক ইয়াত বহি থাকি লাভ নাই।

*(এনেতে বাহিৰত শ্লোগান শুনা যায়। অনুমান হয় যেন বিক্ষুব্ধ এদল লোকে শোভাযাত্ৰা কৰি আহি আছে। শ্লোগানবোৰ হ'ব এনে ধৰণৰ- 'আৰক্ষীৰ অত্যাচাৰ বন্ধ কৰক', 'অত্যাচাৰী শাসন বন্ধ কৰক', 'বাক স্বাধীনতা আমাৰ জন্মস্বত্ব'। পুলিচ বিষয়া সচকিত হৈ পৰে।)*

১ম সাং ঃ এই প্ৰছেচন কিহৰ?'

২য় সাং ঃ ইয়াতে ৰৈছে দেখোন?

পুঃ অঃ ঃ *(বাহিৰলৈ চায়)* আপোনালোক সেইখিনিৰ পৰা আগবাঢ়ি নাহিব।

১কণ্ঠ off voiceঃ আমি আপোনাৰ ওচৰলৈ আহিছো। আমাৰ নেতা বদন বড়োক উলিয়াই দিয়ক।

পুঃ অঃ ঃ আপোনালোকৰ কথা মই বুজা নাই।

১ম সাং ঃ আপুনি কোনোবা লোকক গ্ৰেপ্তাৰ কৰিছে নেকি পুলিচ চাহাব?

পুঃ অঃ ঃ *(যেন সাংবাদিকে সোধা প্ৰশ্ন শুনাই নাই, বাহিৰলৈ চাই চিঞৰি চিঞৰি)* আপোনালোকৰ মাজৰ পৰা যিকোনো এজন লোক মোৰ ওচৰলৈ আহক। যিকোনো এজন আহিব। আৰু কি ক'ব লগা আছে কওকহি।

২য় সাং ঃ গণ্ডগোলটো কি পুলিচ চাহাব?

১ম সাং ঃ মানুবোৰ এনেকৈ 'জৰ্কি' উঠিছে কিয়?

২য় সাং ঃ আপোনালোক পুলিচবিলাকে গণ্ডগোল বেছি বঢ়াই দিয়ে।

পুঃ অঃ ঃ *(খঙেৰে)* মনে মনে থাকক আৰু এতিয়াই এই ঠাইৰ পৰা আঁতৰি যাওক। *(এজন মানুহ বাহিৰৰ পৰা সোমাই আহে।) তেওঁক কিছু উত্তেজিত দেখা যায়।)*

মানুহ ঃ কি দোষত আপুনি বদন বড়োক 'লকআপত' সুমুৱাই থ'ব?

পুঃ অঃ ঃ কোন বদন বড়ো?

মানুহ ঃ যাক আপোনাৰ চিপাহীয়ে চোঁচোৰাই নিয়াদি লৈ গৈ 'লকআপত' সুমুৱাই থ'লেগৈ। সেই বদন বড়োক এতিয়া চিনি নোপোৱা হ'ল- নহয়? তেওঁৰ দোষ কি? অন্যায়ৰ বিৰুদ্ধে তেওঁ প্ৰতিবাদ কৰিছিল? নাগৰিকৰ নিৰাপত্তা বিচাৰি তেওঁ ক্ষোভ প্ৰকাশ কৰিছিল? আপোনালোকৰ অপশাসনৰ বিৰুদ্ধে দৃঢ় কণ্ঠে তেওঁ মাত মাতিছিল? এয়েই কি তেওঁৰ অপৰাধ? আপোনালোক পুলিচ মানুহবোৰে জানেনে নাজানে - যে?

পুঃ অঃ ঃ আপুনি বেছি কথা কৈছে।

মানুহ ঃ শুনি ভাল পোৱা নাই নহয়নে। সত্য কথা শুনিবলৈ আপোনালোকৰ ধৈৰ্যও নাই, সাহসো নাই। আপোনালোকৰ এই অপশাসন-

পুঃ অঃ ঃ 'অন্যায়, সংগ্ৰাম, অপশাসন' এই শব্দবোৰ বহুবাৰ শুনা হৈ গৈছে। শব্দৰ বিপ্লব ইয়াত শুনাব নুখুজিব। আৰু...

মানুহ ঃ আৰু শুনিব লাগিব। আমি আৰু শুনাবলৈ আহিছোঁ। আপুনি জানেনে নাজানে যে আমাৰ সংবিধানে আমাক কথা কোৱাৰ অধিকাৰ দিছে।

**পুঃ অঃ** : আৰু আমাৰ সংবিধানে আমাক আপোনালোকৰ নিচিনা লাগ- বান্ধ নোহোৱাকৈ কথা কোৱাসকলক ভৰাই ৰাখিবলৈ অধিকাৰ দিছে।

**মানুহ** : *(বাহিৰলৈ চাই)* ৰাইজ, সমস্বৰে কওক, 'পুলিচৰ স্বেচ্ছাচাৰিতা নচলিব, নচলিব'

*(বাহিৰত সমবেত শ্ল'গান)*

**পুঃ অঃ** : আপোনালোকক ভালেৰে কৈছো ইয়াৰ পৰা আঁতৰি যাওক।

**মানুহ** : আমি ইয়ালৈ অহা নাই ডাঙৰীয়া, আমি থানালৈ আহিছো। আপুনি ইয়াত আছে বুলি জানি কথাবোৰ জনাই যাবলৈ আহিছোঁ। আমি থানা ঘেৰাও কৰিমগৈ। নমস্কাৰ।

*(মানুহজন ওলাই যায়।)*

**১ম সাং** : *(মানুহজনক চিএৰি)* ৰ'ব,ৰ'ব ডাঙৰীয়া। নিউজটো আমাক দি যাওক। হেৰি ডাঙৰীয়া *(২য় সাং চাই)* ব'লা ব'লা লগে লগে যাওঁ- ব'লা।

**২য় সাং** : ব'লা - ব'লা। *(দুয়ো ওলাই যায়। পুঃ অফিচাৰে চাই থাকে। অফিচাৰে পুনৰ শটোৰ ফালে চাই-)*

**পুঃ অঃ** : মানুহবোৰ শটো হেঁচা মাৰি ধৰিছে কিয়? তাৰ পৰা আঁতৰক। এনেকৈ হেঁচা মাৰি ধৰিলে আমি আমাৰ কাম কৰিম কেনেকৈ? *(চিএৰি)* ধৰণী-এই ধৰণী। এইফালে আহ।

*(ধৰণী নামৰ চিপাহী এটা শটোৰ ওচৰৰ পৰা দৌৰি পুঃ অফিচাৰৰ কাষলৈ আহে।)*

**পুঃ অঃ** : মানুহবোৰ আঁতৰাই দে।

**ধৰণী** : কৈছোঁহে কৈছোঁ, নাযায় ছাৰ।

**পুঃ অঃ** : তহঁত কেইটা আছ?

**ধৰণী** : নাই ছাৰ, মই অকলে আছো। আৰু দুটামান চিপাহী লাগিছিল।

**পুঃ অঃ** : চিপাহী লাগিছিল বুলিলেই নহ'ব নহয়। এইবোৰক কামে কামে পঠিওৱা হ'ল। শুন, তই থাক। মই এবাৰ থানাৰ পৰা আহোঁগৈ। গাড়ীখন আহিলে শটো মেডিকেললৈ লৈ যাবি। ক্ষীৰেশ্বৰ আৰু ডম্বৰু যদি আহিছে সিহঁতক মই পঠিয়াই দিম। শটো গাড়ীত তুলি মোলৈ টেলিফোন কৰি দিবি।

**ধৰণী** : মই অকলে কেনেকৈ চম্ভালিম ছাৰ।

**পুঃ অঃ** : অলপ সময় তই চম্ভালিব নোৱাৰিবিনে? পাৰিবি যা পাৰিবি।

**ধৰণী** : মানুহবোৰে মোৰ কথা নুশুনে ছাৰ। চাওকচোন, শত শগুণ পৰাদি পৰিছে।

**পুঃ অঃ** : *(শটোৰ ফালে গৈ গৈ-)* আপোনালোক আঁতৰি দিয়ক, আঁতৰি দিয়ক।

ভালেৰে কৈছোঁ আঁতৰি দিয়ক। *(শটোৰ ফালে যায়। পিছে পিছে ধৰণী। শটোৰ ওচৰৰ পৰা দুজন ডেকা ল'ৰা ওলাই আহে। বিক্ৰম আৰু সুকান্তৰ দ্বাৰা এইটো অভিনয় কৰাব পাৰে)*

বিক্ৰম : *(সুকান্ত)* তই যা আৰু তৎক্ষণাৎ লৈ আহগৈ। দেৰি নকৰিবি।

সুকান্ত : ঠিক আছে। *(সুকান্ত ওলাই যায়। বিক্ৰমে চিগাৰেট এটা জ্বলায়। পুলিচ বিষয়াই মানুহবোৰ আঁতৰাই বিক্ৰমৰ ফাললৈ আহে।)*

পুঃ অঃ : (বিক্ৰমক দেখি) তোমাক ইয়াত কি লাগে?

বিক্ৰম : চাবলৈ' আহিছো ছাৰ।

পুঃ অঃ : দেখিলা নহয়, এতিয়া যোৱা।

বিক্ৰম : কথা আছে ছাৰ। ল'ৰাটো মোৰ চিনাকি চিনাকি যেন লাগিছে। অৱশ্যে 'কনফাৰ্ম' নহয়।

পুঃ অঃ : ভালকৈ কোৱা। কেনেকুৱা চিনাকি চিনাকি যেন লাগিছে?

বিক্ৰম : ঠিক ধৰিব পৰা নাই। কথাটো 'ভেৰিফাই' কৰিবৰ কাৰণে সময় লাগিব।

পুঃ অঃ : তেনেহ'লে ওচৰলৈ যোৱা আৰু ভালকৈ চাই আঁহা।

বিক্ৰম : মই ছাৰ অথনিৰ পৰা ভালকৈ চাই আছিলো। অৱশ্যে নাম-চাম নাজানো। ঘৰনো ক'ত তাকো নাজানো। কাম-চাম কি কৰে তাকো ক'ব নোৱাৰো। কিন্তু মোৰ এনেকুৱা লাগিছে যেন সি মোৰ চিনাকি। দেখিছো। মনত পৰি যাব পাৰে।

পুঃ অঃ : মনত পেলোৱা- মনত পোলোৱা।

বিক্ৰম : অথনিৰ পৰা সেই চেষ্টাকে কৰি আছো। খুব সম্ভৱ ল'ৰাটোৰ মাক আছে।

পুঃ অঃ : মাক নথকাকৈ কোনোবা মানুহ থাকে নেকি?

বিক্ৰম : নাই নাই, মই সেইটো ক'ব খোজা নাই। মই ক'ব খুজিছো তাৰ মাক আছে। জীয়াই আছে।

পুঃ অঃ : পাগলৰ নিচিনা কথা নক'বা। তাৰ মাকক চিনি পোৱা?

বিক্ৰম : কথাটো খাটাং নহ'লে চিনি পাওঁ বুলি ক'বলৈ মস্কিল। তুমি যাৰ কথা ভাবিছা তেওঁ কোন?

পুঃ অঃ : এজনী মানুহৰ লগত এই ল'ৰাটো ক'ৰবাত ক'ৰবাত দেখিছো। মানুহজনী মাক হয়নে নহয় নাজানো। কিন্তু দেখাত ল'ৰাটোৰ মাক যেন লাগে। মানুহজনীৰ চেহেৰাটো মা-মা।

পুঃ অঃ : কিন্তু সেই মা-মাজনীৰ ঘৰ ক'ত?

বিক্ৰম : সেইটো নাজানো মেম'ৰিয়ে পোৱাগৈ নাই।

পুঃ অঃ : এনেকুৱা আল্টু ফাল্টু কথা নক'বা।

বিক্রম : মইতো ছাৰ নিজে একো কোৱা নাই। আপুনি সুধিছে মই কৈ দিছো। মই কৈছো যে ল'ৰাটোক ক'ৰবাত দেখা দেখা যেন লাগিছে। ক'ত ঘৰ, কি নাম-এইচব একো নাজোনো। তবে হয় মই যিজনী 'মা'ৰ কথা কৈছো আৰু যিটো ল'ৰাৰ কথা কৈছো সিহঁত দুখীয়া মানুহ যেন লাগে। কিন্তু ইয়াৰ স্কুটাৰ আছে। তাৰ মানে সি সিমান দুখীয়া নহয়। অৱশ্যে স্কুটাৰ লোকৰো হ'ব পাৰে। সেই কাৰণে ছাৰ গণ্ডগোল লাগিছে। আগতে কথাটো 'কনফাৰ্ম' কৰি ল'ব লাগিব।

পুঃ অঃ : তোমাৰ নাম কি?

বিক্রম : বিক্রম।

পুঃ অঃ : বিক্রম কি? উপাধি কি?

বিক্রম : বিক্রম দস্তিদাৰ।

পুঃ অঃ : থাকা ক'ত?

বিক্রম : মোৰ original ঘৰ ছাৰ ডিব্রুগড়ত।

পুঃ অঃ : মই সুধিছো ইয়াত ক'ত থাকা?

বিক্রম : সেইটো কোৱা মস্কিল ছাৰ।

পুঃ অঃ : কিয়?

বিক্রম : ভাৰাঘৰত থাকো ছাৰ। য'তেই ভাৰা কম পাওঁ, য'তেই সুবিধা বেছি পাওঁ তালৈকে গুচি যাওঁ। পাণ্ডু, মালিগাওঁ, জালুকবাৰী, কামাখ্যা গেট্, শান্তিপুৰ, মাছখোৱা, পল্টনবজাৰ, ৰিহাবাৰী, উলুবাৰী-

পুঃ অঃ : চুপ কৰা।

বিক্রম : আৰু আছে ছাৰ। আৰু বহুত ঠাইত আছো ছাৰ।

পুঃ অঃ : মই সুধিছো এতিয়া ক'ত আছা?

বিক্রম : চান্দমাৰীত আছো ছাৰ। পাহাৰৰ ওপৰত। সেইটো ঘৰো এৰিম। উঠা- নমা অসুবিধা।

*(ধৰণী পুলিচ অফিচাৰৰ ওচৰলৈ আহে।)*

পুঃ অঃ : কি হ'ল?

ধৰণী : ডেড বডিটো এইখিনিলৈকে লৈ আনো নেকি ছাৰ? তাত অলপ দিগদাৰ হৈছে। গাড়ী আহিলেও ছাৰ সেইখিনিলৈ নাযায়। ইয়াতেহে উঠাবহি লাগিব। তাত মানুহেও হেঁচা মাৰি ধৰে।

পুঃ অঃ : তই অকলে কেনেকৈ আনিবি?

ধৰণী : চোঁচোৰাই লৈ আনিব পাৰিম ছাৰ।

পুঃ অঃ : নালাগে। গাড়ীখন আহক। মই চিপাহী পঠিয়াই দিওঁগে। তাৰ পিছত আনিবি।

ধৰণী : সৌৱা ছাৰ, সৌ দুটা আহিছে।

*(ডম্বৰু আৰু ক্ষীৰেশ্বৰ সোমাই আহে। প্ৰথমতে ওলোৱা দুজন চিপাহীয়েই ডম্বৰু আৰু ক্ষীৰেশ্বৰ। অৰ্থাৎ যি দুজনে 'ডেকা'ক ধৰি নিছিল।)*

পুঃ অঃ : তাক ভৰাই থৈ আহিছ?

ডম্বৰু : তাৰে মানে বদন বড়ো ছাৰ।

পুঃ অঃ : মই তোক তাৰ নাম সোধা নাই।

ক্ষীৰেশ্বৰঃ এজাক মানুহে ছাৰ থানা ঘেৰাও কৰিছিলে। আমি ছাৰ ভাগ্যে ওলাই আহিলো বুলিহে। D.S.P. চাহাবে আপোনাক এতিয়াই মাতিছে। কিন্তু গ'লেও ছাৰ আপুনি সোমাবগৈ নোৱাৰে। মানুহবোৰে থানাখন বেঢ়ি আছে।

ডম্বৰু : মানুহটোক বোলে উলিয়াই দিব লাগে। সেই কাৰণে আপোনাক D.S.P. চাহাবে এতিয়াই মাতিছে।

পু. অ. : তহঁত তিনিওটাই লগ লাগি ডেড বডিটো ইয়ালৈ লৈ আহ। মই গাড়ীখন পঠিয়াই দিওঁগে।

ক্ষীৰেশ্বৰঃ থানাতো আৰু চিপাহী লাগে বোলে। D.S.P. চাহাবে ধৰণীকো লগত লৈ যাবলৈ কৈছে। আমি দুটা ইয়াত থাকিম ছাৰ।

ডম্বৰু : আমি দুটাই ডেড বডিটো লৈ আহিব পাৰিম ছাৰ। ধৰণী নহ'লেও হ'ব। আপোনাক যিমান পাৰে সোনকালে যাবলৈ কৈছে। ছাৰ?

পু. অ. : মই গৈ আছো- ধৰণী, তই অট' এখন লৈ যাবিগৈ। ইহঁতে ইয়াত চম্ভালিব। আহ মোৰ লগত আহ। *(ডম্বৰুহঁতক)* তহঁতে চম্ভালিব পাৰিবি নহয়?

ডম্বৰু : পাৰিম ছাৰ, ডেড বডিহে ৰখি থাকিব লাগে। হৈ যাব ছাৰ। নহ'লে এটা কাম কৰো নেকি ছাৰ- অট' এখনত ডেড বডিটো লৈ যাম নেকি?

পু. অ. : যিকোনো অট'ই ডেড বডিটো নিনিব নহয়।

ক্ষীৰেশ্বৰঃ ঠেলা এখনতে লৈ যাব পাৰি ছাৰ।

বিক্ৰম : আপুনি যাওক ছাৰ। মই ইয়াত আছো নহয়। ঠেলা, অট' যি লাগে মই বন্দবস্ত কৰি দিম। কিন্তু তাৰ আগতে মই 'কনফাৰ্ম' হ'ব বিচাৰিছো মই চিনাকি বুলি ভবা ল'ৰা - এইটো হয়নে নহয়। বডিটো ইয়াত আনি ৰখাই ভাল হ'ব ছাৰ।

পু. অ. : যদি প্ৰয়োজন হয় তোমাৰ সহযোগ বিচাৰিম। এতিয়া তুমি মনে মনে থাকিলেই ভাল পাম। আহ ধৰণী আহ। *(দুখোজমান গৈ)*

ভদ্ৰ : আমি ভাবিলো ছাৰ— কিবা বিজুতি— মানে কিবা কাৰণত ছাৰ—

গুণে : মানে ছাৰ লেখাও আছে— হঠাৎ প্ৰধানমন্ত্ৰীয়ে এই সিদ্ধান্ত লৈছে বুলি। *(ভদ্ৰকান্তই চকুৰ পচাৰতে গৈ খবৰ কাগজখন আনি অ'.চিক দেখুৱাই।)*

ভদ্ৰ : এয়া চাওক ছাৰ— প্ৰধানমন্ত্ৰীৰ অসম ভ্ৰমণ। কাইলৈ চৈধ্য মাৰ্চ তাৰিখে। হঠাৎ লোৱা সিদ্ধান্ত.

গুণে : মই ছাৰ ইয়াক খবৰটো দেখুৱাইছো।
*(অ'.চিয়ে ৰিচিভাৰ ডায়েল কৰে।)*

অ'.চি. : Good morning Sir, মই কৈছো ছাৰ। এই মাত্ৰ খবৰ পালো P.M. আহিব। কাইলৈ, অফিচিয়েল খবৰ একো পোৱা নাই। D.C. অফিচেও জনোৱা নাই। খবৰ কাগজতহে পাইছো ছাৰ। এতিয়া ছাৰ ইয়াত, থানাত। হয় ছাৰ— আজিৰ কাগজ। মই পঢ়িছো ছাৰ। "প্ৰধানমন্ত্ৰীৰ অসম ভ্ৰমণ— সাম্প্ৰতিক অসমৰ অগ্নিগৰ্ভা পৰিস্থিতিৰ চৰজমিন অধ্যয়নৰ কাৰণে প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে কাইলৈ......"
*(বাক্যটো সম্পূৰ্ণ নকৰি অ'.চি. ৰৈ যায়।)*

অ'.চি. : Sorry Sir এইখন '৮৩ চনৰে কাগজ। 83 sir মই খুবেই Sorry Sir।
*(অ'.চিয়ে ৰিচিভাৰ থৈ দিয়ে আৰু খঙেৰে.....)*

অ'.চি. : কুকুৰ, খবৰ কাগজ পঢ়িছ? তহঁতবোৰে ইন্দিৰা গান্ধীৰ নামটো পোৱাৰ পিছত কাগজখনৰ তাৰিখটো চাব নালাগেনে? ইমান বছৰৰ আগৰ কাগজখন ক'ত পালি তহঁতে? এইখন ইয়ালৈ কেনেকৈ আহিল?

ভদ্ৰ : মই নাজানো ছাৰ, সিহে জানে।

গুণে : পুৰণা কাগজ বুলি মই ভবা নাছিলো ছাৰ। কতিয়াই লণ্ড্ৰিৰ পৰা এইখন কাগজত কাপোৰ বান্ধি আনিছিল।

অ'.চি. : কাণ্ড-জ্ঞান নাই? মোক এতিয়া কিমান অপমান কৰিলে জাননে? তহঁতৰ কথা বিশ্বাস কৰি S.P. চাহাবলৈ মই ফোন কৰিলোঁ। বোলো আমি একো গম পোৱা নাই, আপুনি কিবা গম পাইছে যদি জনাওক। তেওঁহে ফটকৈ ক'লে বোলে কাগজৰ তাৰিখ চাওক। তাৰ পিছত মোক কম গালি পাৰিলেনে ক'চোন। তেওঁৰ ওচৰত মই খাৰা হ'ম

কেনেকৈ?

গুণে : মানে ছাৰ—

অ'.চি. : চুপ বুলিছো চুপ। মুখেৰে এটাও শব্দ নকৰিবি। দায়িত্ব নাই, চিন্‌চিয়েৰিটি নাই, পুলিচৰ চাকৰি কৰিবলৈ আহিছ। মোৰ চকুৰ আগৰ পৰা আঁতৰ। যা দুৱাৰমুখত বৈ থাকগৈ। *(গুণেশ্বৰ আৰু ভদ্ৰকান্ত বাহিৰলৈ ওলাই যায়, অ'.চি. চকিত বহি ফোনত ডায়েল কৰে।)*

অ'.চি. : মই কৈছো শুনা, এইমাত্ৰ মই অফিচ আহি সোমাইছোহি। ঘৰৰ পৰা বাহিৰে বাহিৰে চান্দমাৰী থানালৈ গৈছিলো, যাওঁতে মোৰ দেৰি হ'ব। মোলৈ বৈ নাথাকিবা। ৰ'বা, মোৰ কথা শুনাচোন। অফিচৰ পৰা বাহিৰে বাহিৰে মই চাৰাবভাটিৰ ফালে যাম। বজাৰ? মই তোমাক বজাৰলৈ যোৱাৰ কথা কেতিয়া কৈছিলো? সেইবোৰ লেঠা মোক নিদিবা। ২-৪৫ ৰ ভিতৰত যদি মই নাপাওঁ গৈ, জোনমণিক তুমিয়েই স্কুলৰ পৰা আনিবা। অ' জোনমণিৰ কথা কৈছো, কি? কি কৈছা। তুমিয়েই স্কুলৰ পৰা আনিবাগৈ। তোমাৰ হৈছে কি? জোনমণিৰ কথাকে কৈছো, এতিয়া বুজিলানে? কি ক'লা? মই বুজা নাই। অ' ডাৰলিং তুমি ধেমালি কৰিছা কেলেই? থানাত সোমোৱাৰ পিছত ইচ্ছা কৰিলেও ধেমালি কৰিব নোৱাৰি জানা। মানে? মই বিচাৰিছো মানে? তোমাৰ হৈছে কি? মই কৈছো, তোমাক কৈছো, মোৰ পত্নীক, মোৰ সন্তানৰ মাতৃক। কি? জোনমণিক চিনি নোপোৱা? ....... এইটো ৫৬১৩৫৯ নহয় জানো? ......Sorry wrong number হৈ গ'ল। (ৰিচিভাৰ থয় আৰু চিঞৰে) —গুণেশ্বৰ, গুণেশ্বৰ— *(গুণেশ্বৰ দৌৰি সোমাই আহে। অ'.চিয়ে নিজকে নিজে কোৱাৰ দৰে)* — যত চব!

গুণে : মই আহিছো ছাৰ।

অ'.চি. : *(খঙেৰে)* এইবোৰ কি হৈছে? ভাঙি পেলাম এইবিলাক। *(মাতে—)* গুণেশ্বৰ, ঐ গুণেশ্বৰ।

গুণে : ছাৰ, ইয়াতেই আছো ছাৰ।

অ'.চি. : ছিঃ ছিঃ, মৰি গ'লো। নিজৰ ঘৈণী বুলি লোকৰ ঘৈণীৰ লগত কথা পাতিবলগীয়া হ'ল। এই টেলিফোনবোৰে দেখিছো মান-ইজ্জত সকলো শেষ কৰিব।

গুণে : হয় ছাৰ।

অ'.চি. ঃ কি হয় ছাৰ?

গুণে ঃ নহয় ছাৰ, আপুনি যে কৈছে, সেইটো হয়।

অ'.চি. ঃ কি কৈছিলো মই— ?

গুণে ঃ 'লোকৰ ঘৈণী নিজৰ ঘৈণী' এনেকুৱা কিবা এটা কৈছিল ছাৰ।

অ'.চি. ঃ কথাবোৰ ভালকৈ বুজি-বাজি নোপোৱাকৈ 'হয় ছাৰ', 'নহয় ছাৰ' এনেকুৱা কথাবিলাক নক'বি।

গুণে ঃ হয় ছাৰ।

অ'.চি. ঃ তোক মই কিহৰ কাৰণে মাতিছিলো?

গুণে ঃ সেইটো সুধিবৰ কাৰণেই বৈ আছো ছাৰ।

অ'.চি. ঃ তই যা। বাইদেৱেৰাক ক'বিগৈ যে, মোৰ যোৱা দেৰি হ'ব পাৰে। গতিকে মোলৈ বৈ থাকিব নালাগে। ভাত খাব।

গুণে ঃ ভাল ছাৰ। (যাব খোজে)

অ'.চি. ঃ আৰু শুন, আৰু ক'বিগৈ ২-৪৫ ৰ ভিতৰত যদি মই যাব নোৱাৰো, তেনেহ'লে জোনমণিক তেঁৱেই স্কুলৰ পৰা লৈ আহিবগৈ।

গুণে ঃ টেলিফোনটো ছাৰ বেয়া হৈছে নেকি?

অ'.চি. ঃ এইটো? আছে, জীৱ আছে। নম্বৰ পকালে ৰিঙো কৰে। কিন্তু কালৈ পোনালে ক'ত লাগেগৈ তাৰ নিশ্চয়তা নাই। এজনীৰ গালি খালোৱেই আৰু লোকৰ মাইকীৰ গালি শুনাৰ ধৈৰ্য নাই। সেই কাৰণে কথাকেইটা তয়েই ক'বিগৈ।

গুণে ঃ ভাল ছাৰ।

*(গুণেশ্বৰে কাষলতিৰ তলত লাঠিডাল লৈ চেলুত মাৰে। ঠিক সেই সময়তেই শীলা দেৱী আহি গুণেশ্বৰৰ পিছত থিয় হয়হি। চেলুত মাৰি গুণেশ্বৰে দুৱাৰৰ ফালে ঘূৰি দিয়ে। কাষলতিৰ তলৰ পৰা ওলাই থকা লাঠিডালৰ আগটোৱে শীলা দেৱীক যেন মহটিয়াই নিব। শীলা দেৱীয়ে 'হেই-হেই' কৈ চিঞৰিব ধৰে।)*

শীলা ঃ মানুহ দেখা নাই নেকি? এনেকৈ মানুহ মহটিয়াই নিয়ে নেকি?

অ'.চি. ঃ অলপ ইফালে-সিফালে চাবিচোন।

শীলা ঃ এই যে চকুহাল আছে, এই চকু দিয়া হৈছে— চাই-চিতি ল'বৰ কাৰণে।

গুণে ঃ পিছফালে মোৰ চকু নাই। চকুৰ সন্মুখত যি আছে দেখিছো। ... নিজেই দেখি ফলালে।

*(গুণেশ্বৰ ওলাই যায়)*

অ'.চি. : Sorry শীলা দেৱী। ক'ৰবাত দুখ পালে নেকি?

শীলা : আপোনাৰ চিপাহীবোৰক অলপ আগ-পিছ চাবলৈ শিকাব।

অ'.চি. : আপুনি একেবাৰে পিছতে আহি থিয় হ'লহিতো, সেয়ে ধৰিব নোৱাৰিলে। আহক, বহক।

শীলা : মই আপোনাৰ ওচৰত বহিবলৈ অহা নাই।

অ'.চি. : থানালৈ আলহী খাবলৈ বুলি কোনোৱে নাহে, সেইটো মই জানো শীলা দেৱী। কথা হৈছে.......

*(তেনেতে বাহিৰত এটা হুলস্থূল শুনা যায়।)*

অ'.চি. : এক মিনিট শীলা দেৱী।

*(অ'.চি. বাহিৰলৈ ওলাই যায়। কেইমুহূৰ্তমান শীলা দেৱী মঞ্চত অকলে। মাটিত পৰি থকা পুৰণি খবৰ কাগজখন শীলা দেৱীৰ চকুত পৰে। সেইখন তুলি আনি ওপৰে ওপৰে চাওঁতেই এজন যুৱকৰ সৈতে অ'.চি. আৰু ভদ্ৰকান্ত সোমাই আহে। অ'.চিয়ে যুৱকজনক প্ৰায় গতিয়াই অনাদি আনে।)*

অ'.চি. : ডেকা তেজ দেখুৱাবলৈ আহিছ নহয়? বাপেৰক চিনি পোৱা নাই?

যুৱক : পাপাক ধৰি কথা নক'ব দেই। বেয়া হ'ব কিন্তু। আপুনিও মোক চিনি পোৱা নাই। চাওক মই ভদ্ৰভাৱে কৈছো, মোক এতিয়া যাবলৈ দিয়ক।

অ'.চি. : যদি নিদিওঁ?

যুৱক : বাপ বুলি দিব।

অ'.চি. : কি ক'লি? আকৌ এবাৰ ক'চোন, কি ক'লি। 'বাপ বুলি দিম'? *(অ'.চিয়ে যুৱকৰ চুলিত ধৰি চৰিয়াবলৈ ধৰে।)* ভদ্ৰকান্ত, যা সুমুৱাই থ'। লৈ যা এইটোক।

*(যুৱকক বাহিৰলৈ গতা মাৰি পঠিয়াই দিয়ে।)* সি তাৰ বাপেকক চিনি পোৱা নাই। ডেকা তেজ দেখুৱাইছে, বুইছে। Wine shop এখনলৈ গৈ মাৰপিট কৰিছিল। বটল লৈ দাম নিদিয়াকৈ আহিছিল। পইচা খোজাৰ বাবে মাৰপিট কৰিছিল। লকআপতো সেয়ে দেখিলে নহয়, আমাৰ এই ভদ্ৰকান্ত বোলা চিপাহীটোৰ লগত মাৰপিট কৰিব খুজিছিল। তাক যাবলৈ দিব লাগে। এইবোৰেই দেশখন খালে বুইছে। ইহঁতক ঠাণ্ডা কৰিবলৈ বৰ বেছি সময় নালাগে নহয়।

শীলা : এইবোৰ কথাত ভাগ ল'বলৈ মই অহা নাই।

অ'.চি. : বিশ্বাস কৰক। কালিৰে পৰা মই আপোনাৰ কথাকে ভাবি আছো। মানে কিছুমান কথাই মূৰটো গৰম কৰি পেলায় বুজিছে। একাপ চাহ! নে কফি?

শীলা : No Thanks. আপুনি এইমাত্র মোক কি কৈছিল, মোৰ কথাকে ভাবি আছিলে? কিন্তু মই, মোৰ কথা আপোনাক ভাবিব'ল কোৱা নাই। মই report কৰাৰ পৰা এতিয়ালৈকে কিমান সময় পাৰ হৈ গ'ল জানেনে? পূৰা ২৪ ঘণ্টা। এই ২৪ ঘণ্টাত আপোনালোকে কি কৰিলে। একো কৰিব পৰা নাই।

অ'.চি. : মানে কথা হৈছে—

শীলা : কেৱল কথা হৈ থাকিলে নহ'ব। কাম কৰিব লাগিব। কওক মই কাগজত লিখিম?

অ'.চি. : খং নকৰিব মেডাম। মই ক'ব খুজিছো, যোৱা ২৪ ঘণ্টাত আপোনাৰ কথাকে ভাবি আছোঁ।

শীলা : তেনেহ'লে এই কথাও মই কাগজত লিখিম যে যোৱা ২৪ ঘণ্টাৰ আগতে মোৰ স্কুটাৰখন বজাৰৰ পৰা কোনোবাই চুৰি কৰি লৈ গ'ল। মই থানাত report কৰিলোঁ। থানাই মোৰ হেৰোৱা স্কুটাৰ নিবিচাৰি কেৱল মোৰ কথা ভাবি থাকিল।

অ'.চি. : No No শ্রীমতী শীলা দেৱী, আপোনাৰ কথা ভবা নাই। আপোনাৰ হেৰোৱা স্কুটাৰখনৰ কথা ভাবিছোঁ। আপোনালোক সাংবাদিকবোৰক লৈ বৰ বিপদ। ক'ম কিবা এটা, বুজিব কিবা এটা, কাগজত লিখিব কিবা এটা— আমি নিৰুপায়। (চিঞৰি) ভদ্রকান্ত, ভদ্রকান্ত। *(ভদ্রকান্ত দৌৰি সোমাই আহে।)* বীৰুক খবৰ দিলি?

ভদ্র : হয় ছাৰ। সি আহিব। তাক মই ১২ টাৰ আগতে আহিবলৈ কৈছো ছাৰ।

অ'.চি. : শুনিলে শীলা দেৱী, চোৰটোক মই মাতি পঠিয়াইছোঁ।

শীলা : মানে!

অ'.চি. : *(ভদ্রক)* তই তাক কিবা কৈছিলি নেকি?

ভদ্র : নাই ছাৰ, নাই কোৱা।

অ'.চি. : ভাল কৰিছ— যা এতিয়া *(ভদ্র যায়)*

শীলা : মই আপোনাৰ কথা বুজা নাই।

অ'.চি. ঃ অলপ সময় বহক, আপুনি সকলো বুজিব। কথা হৈছে মেডাম আপোনালোকে, বিশেষকৈ জাৰ্ণেলিষ্টবিলাকে আমাৰ ওপৰত হকে-বিহকে দোষ দি ভাল পায়। আমি যে চেষ্টাৰ ক্ৰটি নকৰো, সেই কথাটো আপোনালোকে বুজিবলৈ নিবিচাৰে। please, আকৌ এবাৰ কওকচোন, ঘটনাটো কেনেকৈ ঘটিল। By the way একাপ চাহ খাব নেকি?

শীলা ঃ No thanks. Reporting ৰ বাবে মই ঘূৰিব লাগে। ৰিক্সা-চিটিবাছত ঘূৰি Reporting কৰা সম্ভৱ নহয়। নিজৰ বাহন নাথাকিলে Reporter বিলাকৰ কিমান মস্কিল হয়, সেই কথা অনুভৱ কৰিব পাৰেনে আপোনালোকে? নোৱাৰে। যদি পাৰিলেহেঁতেন, এই ২৪ ঘণ্টাৰ ভিতৰত মোৰ স্কুটাৰখন উলিয়াই দিবলৈ যত্ন কৰিলেহেঁতেন। Reporting কৰাৰ ২৪ ঘণ্টাৰ পিছত আপুনি সুধিছে— ঘটনাটো কেনেকৈ ঘটি গ'ল। কি আচৰিত আপোনালোক।

অ'.চি. ঃ আপুনি কথাটো নুবুজে কিয়, আপোনাৰ স্বাৰ্থতেই মই ঘটনাটো পুনৰ আপোনাৰ পৰাই শুনিব খুজিছো।

শীলা ঃ মই লিখিতভাৱে আপোনাক জনাইছো। প্ৰয়োজন হ'লে আপুনি মোৰ এজাহাৰখন আকৌ এবাৰ পঢ়ি চাব পাৰে।

অ'.চি. ঃ মই কিন্তু মেডাম আপোনাৰ মুখৰ পৰা শুনিব খোজো। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে আপুনি কথা কৈ থাকিলে আপোনাৰ মুখৰ অঙ্গী-ভঙ্গীবোৰ ভাল লাগে। অথবা আপোনাৰ কথা কোৱা ধৰণ দেখি ভাল লাগে। আশাকৰো সেই লাইনত কথাবোৰ নেভাবিব।

শীলা ঃ What do you mean by that?

অ'.চি. ঃ I mean what I say.

শীলা ঃ আপোনাৰ এই ধৰণৰ ব্যবহাৰ মই ভাল পোৱা নাই।

অ'.চি. ঃ জানেই নহয় মেডাম পুলিচৰ মানুহ, চোৰ-ডকাইত, গুণ্ডা-বদমাছ এইবোৰৰ পিছে পিছে ঘূৰি ফুৰো। ভালদৰে কথা পাতিবলৈ, মানে ভাল ধৰণে কথা ক'বলৈ, শিকিবলৈ আমাৰ দেখোন সুবিধাই নাই। তথাপি আপোনাৰ নিচিনা ভদ্ৰমহিলা বা ভদ্ৰলোক আহিলে ভালদৰে কথা পাতিবলৈ যত্ন কৰা হয়। যত্নহে কৰা হয়, অভ্যাস নোহোৱাৰ

বাবে খেলি-মেলিও হৈ যাব পাৰে। বাৰু, বাৰু কওকচোন, ঘটনাটো আকৌ কওক।

শীলা : আচল কথা হৈছে মোৰ লিখিত অভিযোগৰ লগত মোৰ কোৱা কথাখিনি মিলে নে নিমিলে, সেইটো কথাই নহয় জানো? সেইটোকে চাব খুজিছে? ৰাইট?

অ'.চি. : ধৰি লওক— সেইটো কথাও।

শীলা : পাণ বজাৰৰ কটনৰ আগত স্কুটাৰখন পাৰ্ক কৰি থৈ মই ইফালে-সিফালে ঘুৰিছিলো। ঘুৰি আহি দেখো— মোৰ স্কুটাৰখন নাই। বছ, কথা ইমানেই। ৰংটোৰ বিষয়ে কৈছোৱেই, নাম্বাৰ দিছোৱেই আৰু কিবা ক'ব লাগিব? *(গুণেশ্বৰৰ পত্নী বিমলা সোমাই আহে। পিছে পিছে গুণেশ্বৰ)*

গুণে : *(কৈ কৈ আহে)* তই মোৰ কথা নুশুন কিয়? মই তোক কাবৌ কৰিছো। ইয়াত আহি ছাৰক দিগদাৰ নকৰিবি।

বিমলা : তোমাক ইয়ালৈ কোনে মাতিছে? মই ছাৰৰ লগত কথা পাতিবলৈ আহিছো।

অ'.চি. : কি, হৈছে কি?

গুণে : মই কওঁ, শুনক ছাৰ—

বিমলা : তুমি একো ক'ব নোৱাৰা। ছাৰক মই ক'ম। কথা হ'ল ছাৰ—

গুণে : তই মনে মনে থাকচোন।

বিমলা : কিয় মনে মনে থাকিম? ছাৰক কথা ক'বলৈকে মই আহিছো।

অ'.চি. : চোৱা, তোমালোক স্বামী-স্ত্ৰীৰ মাজত যদি কিবা কাজিয়া লাগিছে, তেনেহ'লে তাৰ মাজত মোক নুসুমুৱাবা।

গুণে : হয় ছাৰ। তাই মোক যোৱা চাৰি দিন মতা নাই। কিবা সুধিলেও উত্তৰ নিদিয়ে। যি মূৰ্তি ধৰিছে ওচৰ চাপিবলৈ সাহস নহয়। একেবাৰে জুই।

বিমলা : চখত নহয়নে? চখত মই কাজিয়া কৰিছো! মানুহৰ ধৈৰ্যৰ সীমা আছে ছাৰ। ঘৈণী হ'লো বুলি, এঘৰৰ পৰা ওলাই আহিছো বুলি মই মোৰ বাই-ভনী, ককাই-ভাইক বাদ দিব পাৰোনে ছাৰ? কওক ছাৰ, পাৰোনে?

অ'.চি. : কথা কি ভালকৈ কোৱা। গুণেশ্বৰ!

গুণে : ছাৰ—

অ'.চি. : তই বাহিৰলৈ যা।

গুণে : মই আঁতৰি গ'লে তাই আপোনাক যিহকে-তিহকে লগাব ছাৰ। এইৰ মুখ লাওপাত-কচুপাত। মই বুলিহে ভক্তি আছো। বেলেগ হোৱা হ'লে এৰা-এৰি হ'লহেঁতেন।

বিমলা : তেনেকৈ নক'ব দেই।

গুণে : এইৰ কথাত দায়-দোষ নধৰো বুলি কওক ছাৰ।

বিমলা : মই ছাৰৰ ওচৰত কথা ক'বলৈ আহিছো কথা ক'ম। তুমি থাকিলেও ক'ম।

অ'.চি. : কোৱা, কি ক'ব খুজিছা কোৱা। *(গুণেক)* তোক মই বাহিৰলৈ যাবলৈ কৈছো নহয়।

গুণে : আপুনি সকলো কথা বিশ্বাস নকৰিব ছাৰ।

অ'.চি. : মই কৈছো তই বাহিৰলৈ যা।

গুণে : এই বৰ জেদী ছাৰ।

অ'.চি. : *(খঙেৰে)* তই বাহিৰলৈ যাবি নে নেযাব?

শীলা : তোমাক বাহিৰলৈ যাবলৈ কৈছে, নোযোৱা কিয়?

গুণে : এইৰ মুখ বাইদেউ, আপোনাতকৈও চোকা। কথা নহয়, শেল একোপাতহে।

অ'.চি. : তই ভালে ভালে বাহিৰলৈ যা। আৰু এটাও কথা নক'বি।
*(গুণেশ্বৰ বাহিৰলৈ যায়)*

অ'.চি. : কোৱা।

বিমলা : বিয়া হোৱা আজি মোৰ চাৰি বছৰ হ'ল। এই চাৰি বছৰে ছাৰ, এবাৰলৈও মই মোৰ আইৰ ঘৰলৈ যাব পৰা নাই। তেওঁ সেই বিয়াৰ পিছত— আঠমঙলাতে গৈছিল। তাৰ পিছত আৰু যোৱা নাই। সদায় ছুটী নাই বুলি কয়। আইৰ অসুখ, বিছনাত পৰি আছে। এবাৰ যোৱাৰ কথা ক'লে মিনিষ্টাৰ আহিব, তেওঁ নাথাকিলেই নহ'ব, তেওঁ নাথাকিলে বোলে আপুনি অকলে অফিচ চম্ভালিব নোৱাৰিব, গণ্ডগোল হ'ব— এইবোৰ কথা কয় ছাৰ। দিল্লীৰ পৰা মিনিষ্টাৰ আহিলে তেওঁ অফিচত থাকিব লাগিব বুলি মিনিষ্টাৰে হেনো টেলিফোনত কৈ দিয়ে।

গুণে : *(বাহিৰৰ পৰা)* ঐ তই বেছিকৈ কৈছ দেই। মই ইয়াৰ পৰা শুনি আছো কিন্তু।

অ'.চি. : তই মনে মনে থাক গুণেশ্বৰ। *(গুণেশ্বৰ সোমাই আহে)*

গুণে : এই ছাৰ কথাবোৰ যেনে ধৰণে আপোনাক কৈছে, তেনে ধৰণে মই কোৱা নাই। মন্ত্ৰী অহা-যোৱা কৰিলে আমাৰ যে ডিউটি থাকে, সেইটো অৱশ্যে কৈছো ছাৰ।

অ'.চি. : তোক বাহিৰত থাকিবলৈ কৈছিলো নে নাই? বাহিৰত থাক।

গুণে : *(বিমলাক)* অলপ লেকাম ধৰি ধৰি কথা ক'বি দেই। *(গুণেশ্বৰ বাহিৰলৈ যায়।)*

বিমলা : *(চকুপানী মোহাৰি)* মই ভাবিছিলো, এওঁ চকীত বহা অফিচাৰ বুলি। এতিয়াহে বুজিলো, এওঁ অফিচাৰ নহয়, মানুহহে। দুৱাৰমুখত বৈ থকা মানুহ।

অ'.চি. : আচল কথা কোৱা।

বিমলা : নিশা এডোখৰতে উঠি ছাৰ— ডিউটিলৈ যাওঁ বুলি ওলাই আহে। লোকৰ অফিচাৰ দেখিছো— দহ বজাতহে অফিচলৈ যায়।

গুণে : *(বাহিৰৰ পৰা)* ঐ ঐ *(সোমাই আহে)* এইক ছাৰ মই বুজাব পৰা নাই যে— মই পুলিচ। মৰ্ণিং ডিউটি নকৰিলে দৰমহাৰ পইচাৰে ঘৰ নচলে।

বিমলা : এওঁকনো ছাৰ কাউৰীয়ে কা নৌ-কৰাৰে পৰাই এনেকৈ খটুৱায় কিয়?

গুণে : হেৰ' তই মনে মনে থাকচোন।

শীলা : ট্ৰাক ধৰিবলৈ নাহা নেকি গুণেশ্বৰ? ৰাতিপুৱা যে ট্ৰাক যায়—

গুণে : দৰমহাৰ পইচা কেইটাৰেনো সংসাৰ চলাব পাৰোনে বাইদেউ?

অ'.চি. : ভালে ভালে তই বাহিৰলৈ যা, নহ'লে কথা বেয়া হ'ব। যা বুলিছো। *(গুণেশ্বৰ বাহিৰলৈ যায়)* *(বিমলাক)* কোৱা, কি ক'ব খুজিছা। আজে-বাজে কথা নক'বা, আচল কথা কোৱা।

বিমলা : পৰহিলৈ ছাৰ— মোৰ ভনীজনীৰ বিয়া। ঘৰৰপৰা খনে খনে চিঠি দিছে। এওঁকো মাতিছে। যেনেতেনে এওঁক লৈ যাবলৈ কৈছে। এওঁ নাযায়। বোলে দিল্লীৰ পৰা মিনিষ্টাৰ আহিব। আপোনাক কাবৌ কৰিছো ছাৰ, এসপ্তাহমানৰ কাৰণে এওঁৰ ছুটী মঞ্জুৰ কৰক।

অ'.চি. : বাৰু তুমি যোৱা।

বিমলা : এইকণ দয়া কৰক ছাৰ। আই আৰু কিমান দিন থাকে ঠিক নাই। ভনী বুলিবলৈ সেই একেজনীয়েই। তাইৰ বিয়ালৈ ভিনিহিয়েক নগ'লে তাই দুখ নাপাবনে?

অ'.চি. : কৈছো নহয়, তুমি এতিয়া যোৱা।

বিমলা : কিবা এটা কৰিব ছাৰ। *(বিমলা ওলাই যায়।)*

অ'.চি. : গুণেশ্বৰ, এইফালে আহ। *(গুণেশ্বৰ আহে)* তোক এসপ্তাহ ছুটী দিয়া হৈছে।

গুণে : মোক মৰিয়াই নামাৰিব ছাৰ!

শীলা : ছুটী দিলেনো মৰিয়াই মৰা হয়নে?

গুণে : মই তাইক কৈছো ছাৰ। পা-পইচা যিমান লাগে তই ল', যা। ভনীয়েৰক কি বয়-বস্তু কিনি দিব লাগে দেগৈ। মোক নধৰিবি।

অ'.চি. : কি হ'ল, শহুৰেৰৰ ঘৰৰ লগত কিবা কাজিয়া লাগিল নেকি?

গুণে : জানি-শুনিনো সেই কথা কিয় সোধে ছাৰ?

অ'.চি. : বুজাই ক'চোন।

গুণে : ৰাতিপুৱাৰ ডিউটিটো এৰিবলৈ মই বেয়া পাওঁ ছাৰ। মোৰ হৈ আন কোনোবাই সেইটো ডিউটি দিবলৈ পালে লেঠা লাগিব ছাৰ। মোক আৰু সেইটো ডিউটি কৰিবলৈ সুবিধা নিদিব। শহুৰৰ ঘৰলৈ যোৱা মানে পইচাহে খৰচ ছাৰ। উপাৰ্জনৰ ৰাস্তা বন্ধ কৰি কেৱল খৰছৰ বাটটোনো মই কিয় উলিয়াই লওঁ ছাৰ। আমি বৌ-বৰালি ধৰিব নোৱাৰো, পুঠি-খলিহনা একোটাকে ধৰো। তাৰ পৰা বঞ্চিত নকৰিব ছাৰ।

অ'.চি. : যা-যা এতিয়া বাহিৰলৈ যা।
*(শীলাই হাঁহিবলৈ ধৰে। গুণেশ্বৰ বাহিৰলৈ যায়)*

অ'.চি. : *(শীলাক)* হাঁহিলে যে?

শীলা : হঁহুৱাইছে বাবেই হাঁহিছো। (টেলিফোনত ৰিং হয়।)

অ'.চি. : *(ৰিচিভাৰ লৈ)* Yes মই অ'.চিয়ে কৈছো। *(ঘপ্‌কৈ বহাৰ পৰা থিয় হয়)* Good morning Sir, কৈছো ছাৰ, মানে ছাৰ। কথা হৈছে...... দুই-আঢ়ৈ ঘণ্টামান হৈছে ছাৰ।..... বাধ্য হৈছো ছাৰ। ...... সি কাকো মানিব নোখোজে। ........ লগত ছাৰ ডেগাৰো আছে, পিষ্টলো আছে। Wine Shop ৰ মালিকটোৰ দাঁত ভাঙি দিলে ছাৰ। আমাৰ চিপাহী ভদ্ৰকান্তকো চুলিত ধৰি জোকাৰিছিল। তাকো মাৰিব খুজিছিল। ..... অলপ মাৰপিট নকৰিলে নহয় বাবে ছাৰ দুই এচাট মাৰিছো।..... তাক এৰি দিলে আমাৰ বদনাম হ'ব ছাৰ।...... ছাৰ, আপুনি নিজে আহি তাৰ লগত এবাৰ কথা পাতিলেই বুজিব পাৰিব সি কিমান সাংঘাতিক বস্তু।..... ভাল ছাৰ। আপুনি নহালৈকে

মই অফিচতে থাকিম ছাৰ। *(অ'.চি.য়ে বিচিভাৰটো থয়।) (চিঞৰি)* ভদ্ৰকান্ত, ভদ্ৰকান্ত। *(ভদ্ৰকান্ত সোমাই আহে।)*

অ'.চি. : তোক সি কি কৰিছিল?

ভদ্ৰ : কাৰ কথা কৈছে ছাৰ?

অ'.চি. : stupid! সেই ল'ৰাটোৰ কথা কৈছো। Wine Shop ত গণ্ডগোল কৰা ল'ৰাটোৰ কথা।

ভদ্ৰ : সি মোক মাৰিবলৈ খেদি আহিছিল ছাৰ।

অ'.চি. : খেদি আহিছিল নে মাৰিছিল?

ভদ্ৰ : মোক সি কি মাৰিব ছাৰ— মোৰফালে অহাৰ লগে লগে মই ছাৰ চিঞৰিলোৱেই নহয়। লাঠিডালেৰে থাপ থাপ আঙুলিতে দুকোব লগাই দিলোঁ। তেনেকুৱাতে ছাৰ আপুনি পালেগৈয়ে।

অ'.চি. : এতিয়া D.S.P. চাহাব আহিব। সি তোক মাৰিছে বুলি ক'ব লাগিব। ক'ব লাগিব যে সি তোক চুলিত ধৰি দুঘোচা মাৰিছিল। তোৰ দাঁতৰ বিষ হৈছিল বুলি কৈছিলি নহয়।

ভদ্ৰ : হয় ছাৰ। বেলকনিৰ ফালৰ এই দাঁতটো লৰি আছে ছাৰ।

শীলা : মুখৰ ভিতৰত দেখোন বেলকনি ওলাল।

অ'.চি. : মানে ওপৰৰ পাৰি দাঁতৰ কথা কৈছে।

শীলা : আপোনাৰ চিপাহী চিনেমা হললৈ বেছিকৈ যায় যেন পাইছো।

ভদ্ৰ : নাই বাইদেউ, আমিনো চিনেমা চাবলৈ সময় পাওঁ ক'ত। মাজে মাজে অৱশ্যে ব্লেকাৰ বিচাৰি যাওঁ।

শীলা : *(হাঁহি)* বিহু, পূজা এনেকুৱাবিলাক উৎসৱৰ সময়ত, ব্লেকাৰ-গ্লেকাৰবিলাকৰ পৰা বহুত সহায় পোৱা যায়, নহয়নে।

ভদ্ৰ : আমাৰ বিষয়ে বাইদেউৱে বহুত কথাই জানে।

শীলা : জানো। পুহমহীয়া জাৰৰ দিনতো যে ৰাতি ক'ত পুৱাল, ক'ত নুপুৱালতে ৰাজআলিলৈ গৈ ট্ৰাক ধৰা ডিউটি কৰিবলৈ ভাল পোৱা, সেইটোও জানো।

অ'.চি. : কথা ক'ব নজনাৰ দোষতে ইহঁত মৰে, বুজিছে মেডাম। *(ভদ্ৰক)* এতিয়া যা। *(শীলাক)* মেডাম, আমাৰ সাধাৰণ চিপাহী একোটাই কাৰোবাৰ পৰা চাহৰ দামটো লোৱা দেখিলেই আপোনালোকৰ চকু পোৰে। খোৱাই যে লাখ লাখ, কোটি টকাকৈ খায়, সেইবোৰ চকুত নপৰে নহয়নে? আৰু মেডাম, বেয়া নাপাব দেই, আপোনালোকৰ

বহুতেই যে পার্টি খাই খাই খবৰ কাগজৰ Report লিখে, সেইবোৰ কথা আমি নাজানো নেকি, কওকচোন।

শীলা : আচল কথালৈ আহক।

অ'.চি. : মই আপোনাক কিবা কথা সুধিছিলো নহয়নে? মানে আপোনাৰ হেৰোৱা স্কুটাৰখনৰ বিষয়ে।

শীলা : হয়। আৰু ময়ো লিখি দিয়া কথাখিনি পুনৰ আপোনাৰ সন্মুখত কৈ আছিলো।

অ'.চি. : ৰংটো ধোঁৱাবৰণীয়া বুলিছিল নহয় জানো?

শীলা : হয়।

অ'.চি. : ধোঁৱাবৰণীয়া বুলিলে অলপ অসুবিধা হয়। ধৰক কয়লাৰ ধোঁৱা আৰু ধানখেৰৰ জুইৰ ধোঁৱা, কেঁচা খৰিৰ ধোঁৱা, বাঁহখৰিৰ ধোঁৱা— এইবোৰ একে নহয়। Any way......... ৰংটোৰ সম্পৰ্কে মোটামোটি এটা ধাৰণা কৰি লৈছো।

শীলা : আৰু কিবা সুধিব?

অ'.চি. : আপুনি মেডাম, কেতিয়াৰ পৰা স্কুটাৰ চলাবলৈ লৈছে?

শীলা : এবছৰ হ'ল। কোনে শিকালে সেইটোও ক'ব লাগিব নেকি?

অ'.চি. : বেয়া নাপাব, মই কথাটো সুধিলো এইবাবেই যে— সাধাৰণতে স্কুটাৰ চলোৱা লেডিজ আমাৰ বৰ কম। আচলতে ভয়তে নচলায়।

শীলা : মোৰ ভয়-চয় নাই।

অ'.চি. : সেইটোও বুজিলো।

শীলা : মোৰ স্কুটাৰখন 'ম'পেড'। কিন্তু প্ৰয়োজন হ'লে মই 'মটৰ চাইকেলো' চলাওঁ। মোৰ প্ৰফেছনটোৰ বিষয়ে আপোনাক আৰু কিবা ক'ব লাগিব নেকি?

অ'.চি. : সেইটো আপুনি আগতে ক'লেই। *(গুণেশ্বৰে হাতত চাহ লৈ সোমাই আহে।)*

অ'.চি. : অ' তই দেখোন চাহ আনিলিয়েই।

শীলা : মই চাহ নাখাওঁ বুলি কৈছিলোৱেই দেখোন। তোমাকতো মই চাহ আনিবলৈ কোৱা নাছিলো।

গুণে : নহয় বাইদেউ, আপোনাৰ নিচিনা বাইদেউ আহিলে চাহ খুৱায়েই।

অ'.চি. : *(গুণেক)* তই যা এতিয়া, বাহিৰলৈ যা।
*(গুণেশ্বৰ যায়)*

খাওক মেডাম খাওক। চাহ খাই খায়েই কথা পাতো।

শীলা : চাওক, কথা পাতি থাকিবলৈ মোৰ সময় নাই।

অ'.চি. : আপুনি চিন্তা নকৰিব। আপোনাৰ স্কুটাৰ, I mean ম'পেড মই উলিয়াই দিম। হয়তো অলপ পইচা খৰচ হ'ব।

শীলা : তাৰ মানে?

অ'.চি. : আপুনি জাৰ্ণেলিষ্ট মানুহ। কিছুমান কথা নক'লেও বুজিব লাগে। এই ধৰক যিটো চোৰে বেছ কষ্ট কৰি আপোনাৰ স্কুটাৰখন নিলে, আকৌ সি আহি আপোনাক ঘূৰাই দিবহি লাগিব। তাৰ সেই পৰিশ্ৰমখিনিৰো কিছু দাম আছে। নাই জানো কওক। ইয়াৰ উপৰি তাৰ কিছু পেট্ৰ'লো নিশ্চয় খৰচ হৈছে। সেই কাৰণেই কৈছো—

শীলা : চোৰৰ পৰা বস্তু উদ্ধাৰ কৰাটো আপোনালোকৰ কৰ্তব্য।

অ'.চি. : মেডাম, য'তে ত'তে বস্তু এৰি চোৰৰ হাতত পেলাই দিয়াটো বাৰু আপোনালোকৰ কৰ্তব্য নেকি? আপোনালোকে বস্তু হেৰুৱাব আৰু আমাক লটি-ঘটি কৰি মাৰিব। এইটো কিবা কৰ্তব্য নেকি?

শীলা : কিন্তু এইবোৰৰ কাৰণেই আপোনালোকক দৰমহা দি ৰখা হৈছে। *(ভদ্ৰকান্ত সোমাই আহে)*

ভদ্ৰ : আহিছে ছাৰ, ইয়ালৈকে লৈ আহো নেকি?

অ'.চি. : কোন আহিছে?

ভদ্ৰ : বীৰু আহিছে।

অ'.চি. : দে পঠিয়াই দে। *(ভদ্ৰকান্ত ওলাই যায়)*

অ'.চি. : দেখিলে মেডাম, চোৰ আহি গৈছে। চাই লওক। *(বীৰু সোমাই আহে।)*

বীৰু : নমস্কাৰ চাহাব। ক'ৰবাত কিবা হৈছে নেকি চাহাব। মোক যে মাতি পঠালে?

অ'.চি. : তই বৰ বদমাছ হৈছ অ' বীৰু।

বীৰু : মই কিবা কৰিছো নেকি চাহাব?

অ'.চি. : এখেতক চিনি পাব?

বীৰু : এখেত Reporter বাইদেউ। এখেতক কোনে চিনি নাপায়। কিবা problem হৈছে নেকি বাইদেউ?

অ'.চি. : এখেতৰ ম'পেডখন আনি দে।

বীৰু : মই একো বুজা নাই চাহাব।

অ'.চি. ঃ কালি এখেতৰ স্কুটাৰখন চুৰি হৈছে। তই নিয়া নাই?

বীৰু ঃ ক'ৰ পৰা চুৰি হৈছে চাহাব?

অ'.চি. ঃ বেছি কথা সোধাৰ তোৰ কোনো দৰকাৰ নাই। ভালে ভালে স্কুটাৰখন উলিয়াই আনি দে। নহ'লে মোকতো চিনি পাবই— সেই লক্‌আপত ভৰাই থ'ম।

বীৰু ঃ স্কুটাৰখন ক'ৰ পৰা নিছে মইতো জানিব লাগে।

শীলা ঃ পাণ বজাৰৰ পৰা। কটনৰ সন্মুখৰ পৰা।

অ'.চি. ঃ ৰ'ব মেডাম। তাৰ লগত মই কথা পাতিম।

বীৰু ঃ পাণ বজাৰটো মোৰ এৰিয়া নহয় ছাৰ।

শীলা ঃ তোমাৰ এৰিয়া নহয় মানে?

অ'.চি. ঃ Please মেডাম, সেইবোৰ কথা আপুনি নুবুজে। অ', ক'চোন বীৰু—

বীৰু ঃ আপুনি দেখোন জানেই চাহাব। সেইটো মোৰ এৰিয়া নহয়। মোৰ এৰিয়া হ'ল— বেং পুখুৰীৰ এই ছাইড। পল্টন বজাৰৰ পৰা উলুবাৰী চাৰিআলিলৈকে। গতিকে মই ক'ব নোৱাৰো।

অ'.চি. ঃ পাণ বজাৰটো কাৰ এৰিয়া? ভাইটিৰ এৰিয়া নেকি?

বীৰু ঃ আজিকালি ছাৰ ধৰিবই নোৱাৰা হৈছো। বহুত নতুন মানুহ সোমাই গৈছে।

অ'.চি. ঃ মই তোক সুধিছো সেইটো কাৰ এৰিয়া?

বীৰু ঃ আগেয়ে চাহাব সেইটো মোৰ এৰিয়া আছিল। এদিন ভাইটি আৰু মোৰ মাজত কাজিয়া হোৱাৰ কাৰণে আপুনি কম্প্ৰ'মাইজ কৰি দিলে।

অ'.চি. ঃ তেনেহ'লে— এইটো কাম ভাইটিয়ে কৰিছে!

বীৰু ঃ আজিকালি ছাৰ ভাইটি নিজে নোলায়। তাৰ Employee আছে। মই Employee ৰখা দেখি সিয়ো ৰাখিবলৈ লৈছে। মোতকৈ আজিকালি তাৰ বিজনেচো ভাল ছাৰ।

অ'.চি. ঃ তইঁতক বিশ্বাস কৰা টান অ'।

বীৰু ঃ ভাইটিক ছাৰ ময়ো বিশ্বাস নকৰো। সি লোকৰ এৰিয়াতো যায়। কিন্তু মোক ছাৰ আপুনি পূৰা বিশ্বাস কৰিব পাৰে।

অ'.চি. ঃ চা বীৰু, এই মেডামক মই কথা দিছো— তেখেতৰ ম'পেডখন মই উলিয়াই দিম। মোৰ এটা ইজ্জতৰ কথা আছে। তইঁতে জনা উচিত

যে সকলো মানুহৰ বস্তু চুৰি কৰিব নাপায়।

বীৰু : সেইটোতো মই জানো ছাৰ। মোৰ Record ও আপুনি জানে ছাৰ। যা-তা ফাল্টু মানুহৰ বস্তুত মই হাত নিদিওঁ।

শীলা : তুমি কি ক'লা। যা-তা ফাল্টু মানুহ বুলি যে কৈছা, কোন ফাল্টু মানুহ। মই? মই ফাল্টু মানুহ?

অ'.চি. : ৰ'ব মেডাম। আপুনি কেলৈ খং কৰিছে?

শীলা : আপোনাৰ সন্মুখত এটা চোৰ-বদমাছে মোক ফাল্টু বুলিছে আৰু মই চুপ হৈ বহি থাকিম?

বীৰু : মই আপোনাক ফাল্টু বোলা নাই বাইদেউ। এই বীৰুক আপুনি নাজানে। এই চাহাবে মোক ভালদৰে জানে। মোৰো prestige আছে বাইদেউ। যোৱাবাৰ বিহু ফাংচনৰ কাৰণে মই দহ হেজাৰ ড'নেচন দিছো। মোক বিহু কমিটীয়ে পেট্ৰন বনাই থৈছে। ময়ো ভদ্ৰ মানুহ বাইদেউ।

অ'.চি. : তই সঁচা কথা ক।

বীৰু : আপুনিতো জানেই চাহাব, মইতো কেতিয়াও মিছা নকও। জানিলেতো মই কৈয়েই দিলোহেঁতেন। মোৰ লগত ফাকি-ফুকাৰ কাৰবাৰ নাই।

অ'.চি. : *(চিএঞৰি)* ঐ ভদ্ৰকান্ত।

বীৰু : মই যাওঁ ছাৰ।

অ'.চি. : যাবলগীয়া হ'লে মই যাবলৈ ক'ম নহয়। *(ভদ্ৰকান্ত সোমাই আহে।)*

অ'.চি. : ইয়াক এতিয়া ভৰাই থ'।

ভদ্ৰ : ব'ল...........

বীৰু : কিমান দেৰি থাকিব লাগিব ছাৰ?

অ'.চি. : যেতিয়ালৈকে মই তোক যাবলৈ permission নিদিওঁ তেতিয়ালৈকে।

বীৰু : কেতিয়া permission দিব চাহাব?

অ'.চি. : সময় হ'লে।

বীৰু : মোৰ চাহাব বহুত urgent কাম আছে।

অ'.চি. : তোৰ urgent কাম পিছতো কৰিবি।

ভদ্ৰ : ব'ল, ঐ ব'ল।

বীৰু : মইতো ছাৰ Payment Regular কৰি আছো।

অ'.চি. : *(খঙেৰে)* চুপ, *(ভদ্ৰ)* লৈ যা ইয়াক। *(ভদ্ৰকান্তই বীৰুক লৈ যায়।)*

অ'.চি. ঃ ইয়ঁতক বুইছে মেডাম মাজে মাজে অলপ ভয় খুৱাব লাগে। ইটোৰ লগত সিটোৰ পূৰা লিংক থাকে। আমি সেইবোৰ চব জানো। আপুনি চিন্তা নকৰিব, আপোনাৰ চুৰি বস্তু ওলাই যাব। মাথোন অলপ ধৈৰ্য ধৰিব লাগিব।

শীলা ঃ তাৰ মানে এই চোৰবিলাকক আপোনালোকে চিনি পায়?

অ'.চি. ঃ কিন্তু চিনি পালেতো নহ'ব। হাতে-লোটে ধৰা পেলাব লাগিব। চুৰিৰ প্ৰমাণ লাগিব। নহ'লে কেছ্ খাৰা কৰিব নোৱাৰিম নহয়।
*(বীৰু আকৌ সোমাই আহে। লগে লগে ভদ্ৰকান্ত।)*

অ'.চি. ঃ কি হ'ল আকৌ?

বীৰু ঃ লক্আপত মই সোমাই থাকিব নোৱাৰিম চাহাব। মোৰ বহুত কাম আছে। মোৰ বিজনেছ্ বৰবাদ হৈ যাব।

অ'.চি. ঃ তেনেহ'লে কৈ নিদিয় কেলৈ, ম'পেড স্কুটাৰখন কোনে নিছে। চা বীৰু, মই তোক তোৰ ভালৰ কাৰণেই কৈছো। সকলো মানুহৰ বস্তুত হাত দিব নাপায়। মই এখেতৰ কথা তোক কৈছো, কাগজৰ মানুহ। তোৰ কথা লিখি দিব। তেতিয়া তই কি কৰিবি?

বীৰু ঃ মই দেখোন কৈছোৱেই চাহাব, মোৰ এৰিয়াত যদি কিবা হ'লহেঁতেন, মই বস্তু আনি আপোনাৰ ওচৰত পৌচাই দিলোহেঁতেন। নহ'লে আপোনাক জনাই দিলোহেঁতেন কাৰ হাতত বস্তু আছে, কেতিয়া আপুনি পাব। মোক বিশ্বাস কৰক চাহাব— এইটো ভাইটিৰ মানুহৰ কাম হ'ব। মোক চাহাব বেছি সময় ভৰাই নাৰাখিব।

অ'.চি. ঃ কিন্তু মই তোক সন্দেহ কৰিছো। আগেয়েতো সেইটোৱেই তোৰ এৰিয়া আছিল।

বীৰু ঃ সেই এৰিয়া এৰা ছমাহতকৈ বেছি হৈ গ'ল। আপোনাক মই কিয় ফাকি দিম চাহাব? আপোনালোকে মৰম নকৰা হ'লে আমি বৰবাদ হৈ গ'লোহেঁতেন।

অ'.চি. ঃ ঠিক আছে, ভাইটি নহালৈকে তই থাকিব লাগিব। *(ভদ্ৰক)* ভদ্ৰ— গুণেশ্বৰক মাত। আৰু তই ইয়াক লৈ যা।

বীৰু ঃ চাব চাহাব, এতিয়া কিজানি এঘাৰ বাজি গ'ল। এক বজাত মই ঘৰ পাব লাগিব। এঘণ্টামান বহো বাৰু। একাপ গৰম চাহ কিন্তু খুৱাব লাগিব।

ভদ্ৰ ঃ আহ আহ। *(আগে আগে ভদ্ৰ, পিছে পিছে বীৰু সোমাই যায়।)*

অ'.চি. : কি বুজিলে মেডাম? আচল কথা কি জানে, ইহঁতক মই এনেকুৱাকে ৰাখিছো যে মোৰ আগত ইহঁতে মিছা মাতিব নোৱাৰে। *(গুণেশ্বৰ সোমাই আহে)* ভাইটিক মাতি আনগৈ। তই লগতে লৈ আহিবি।

গুণে : নাই নহয় ছাৰ।

অ'.চি. : নাই মানে?

গুণে : সি তাৰ ফেমেলি লৈ তীৰ্থ কৰিবলৈ গৈছে। কাশী, বৃন্দাবন, মথুৰা— দুসপ্তাহমান হ'ল। যাওঁতে দেখোন ছাৰ ইয়াত খবৰ দি গৈছে।

শীলা : বুজিছো যে মই মোৰ ম'পেডখন বিচাৰি নাপাওঁ। আপোনালোকে উলিয়াই দিব নোৱাৰে। লগতে এইটোও বুজিছো যে ইচ্ছা কৰিলে আপোনালোকে উলিয়াই দিবও পাৰে।

অ'.চি. : চাওক মেডাম, কেছটো অলপ Complicated হৈ গ'ল। বীৰুৱে কি Statement দিলে দেখিলেই। ভাইটিও নাই বোলে। এতিয়া কোনে কামটো কৰিলে। Any way, বস্তু আপোনাৰ ওলাব। এই গুণেশ্বৰ, ডিম্ব-মুকুন্দ ইহঁত দুটাক লৈ তই অলপ খা-খবৰ কৰি আহ। গেৰেজবিলাকত খবৰ কৰিবি।

গুণে : ভাল ছাৰ। *(গুণেশ্বৰ ওলাই যায়।)*

অ'.চি. : আপুনি হতাশ নহ'ব মেডাম।

শীলা : আপোনালোকৰ সান্ত্বনাবাণীয়ে পেট ভৰাব নোৱাৰে ডাঙৰীয়া।

অ'.চি. : খং নকৰিব মেডাম। মই আগতেও কৈছিলো, আকৌ কওঁ যে আপোনালোকো অলপ সাৱধান হ'ব লাগে।

শীলা : আৰু আপোনালোকে ঘোঁৰা ঘাঁহ কাটি থাকিব।

অ'.চি. : আপোনাৰ কথা কোৱা ধৰণটো অলপ বেয়া হৈছে মেডাম।

শীলা : লেনিয়াই ক'ব লাগে নেকি?

অ'.চি. : আপুনি বিচাৰে নেকি যে আমি পুলিচৰ মানুহখিনি আপোনাৰ স্কুটাৰখনৰ পিছে পিছে ঘূৰি ফুৰিম।

শীলা : আৰু আপোনালোকেও বিচাৰে নেকি যে আমি একেটা কথাৰ বাবেই দিনৰ পাছত দিন আপোনালোকৰ ওচৰলৈ আহি থাকিম, ঘণ্টাৰ পিছত ঘণ্টা বহি থাকিম?

অ'.চি. : তেনেকৈ কিন্তু আপোনাক কোৱা হোৱা নাই। Secretariate নহয় বা পেঞ্চনৰ অফিচ নহয় যে আপোনাক আজি নহয় কাইলৈ বুলি মাতি থাকিম। এইখন থানা।

শীলা : সেইখিনি জ্ঞান মোৰ আছে। *(ভদ্ৰকান্ত দৌৰি সোমাই আহে।)*

ভদ্ৰ : মন্ত্ৰী বাইদেউ আহিছে ছাৰ।

অ'.চি. : কোন?

ভদ্ৰ : আহিছে ছাৰ, পালেহিয়েই। মন্ত্ৰী বাইদেউ। *(কোবেৰে বিধায়িকা সুপ্ৰভা সোমাই আহে। অ'.চি. বহাৰ পৰা ঘপ্‌কৈ থিয় হয়।)*

অ'.চি. : আহক বাইদেউ, আহক আহক।

সুপ্ৰভা : তাৰ মানে মোক চিনি পাইছা?

অ'.চি. : আপুনি আমাৰ লোকেল M.L.S. তাতে ৰুলিং পাৰ্টিৰ। আপোনাক চিনি নেপাম কিয়?

সুপ্ৰভা : *(হঠাৎ শীলালৈ চকু পৰি)* তোমাক ক'ত দেখিছিলো?

শীলা : য'তে-ত'তে দেখিব পাৰে।

সুপ্ৰভা : মোক চিনি পাইছা?

শীলা : আপোনালোকক চিনি নেপালে আমাৰ কেনেকৈ হ'ব! আমাৰ Profession টোৱেই হৈছে আপোনালোকৰ পিছে পিছে ফুৰা।

সুপ্ৰভা : মনত পৰিছে, তুমি জাৰ্ণেলিষ্ট।

শীলা : হয়।

সুপ্ৰভা : ইয়াত তোমাৰ কি কাম আছে?

শীলা : ইয়ালৈ মই ৰেষ্ট্ ল'বলৈ অহা নাই মেডাম।

সুপ্ৰভা : এতিয়া তুমি যোৱা। হেৰা, শুনা *(ইফালে সিফালে যায়)*

শীলা : আপোনাৰ কথাৰ অৰ্থ?

সুপ্ৰভা : এওঁৰ লগত মোৰ বিশেষ কথা আছে। তুমি এতিয়া যাব পাৰা।

শীলা : মোৰ কাম শেষ হোৱা নাই।

সুপ্ৰভা : তুমি অলপ বাহিৰত বহাগৈ।

শীলা : মই কাম অলপ লৈ আহিছো।

সুপ্ৰভা : কৈছো নহয়, পিছত আহিবা। এওঁৰ লগত মোৰ বিশেষ কথা আছে।

শীলা : কিন্তু আপুনি খেদিলেই মই নাযাম মেডাম। মই বহি আছো, আপুনি কথা পাতক।

সুপ্ৰভা : মই অকলে কথা পাতিম।

অ'.চি. : Please শীলা দেৱী, অনুগ্ৰহ কৰি আপুনি অকণমান সিটো ৰুমত বহকগৈ। Request মোৰ।

শীলা : কিন্তু মই ইয়াৰ পৰা কিয় যাব লাগে?

সুপ্ৰভা : তৰ্ক নকৰিবা, তৰ্ক নকৰিবা। তৰ্ক মোৰ সহ্য নহয়। তুমি জানা, মই যেই-সেই মানুহ নহওঁ। এটা সমষ্টিৰ ৰাইজৰ প্ৰতিনিধি।

শীলা : আৰু ময়ো গোটেই ৰাজ্যখনৰ সকলো মানুহৰ মনৰ প্ৰতিনিধি।

সুপ্ৰভা : তোমাক কোনে কেয়াৰ কৰে হে। কোনে কেয়াৰ কৰে?

অ'.চি. : শীলা দেৱী, মোৰ Request ৰাখক। অকণমান বাহিৰত বহকগৈ। *(সুপ্ৰভাক)* এখেতৰ মেডাম, ম'পেড এখন চুৰি হৈছে।

সুপ্ৰভা : অসাৱধান।

শীলা : তাতকৈ কওক যে আপোনালোকৰ শাসনৰ তলত চোৰ-ডকাইত বৃদ্ধি হৈছে। পুলিচ নিষ্কৰ্মা হৈছে। ভদ্ৰ মানুহৰ স্থান নোহোৱা হৈছে। জীৱনৰ নিৰাপত্তা নোহোৱা হৈছে।

সুপ্ৰভা : এনেকুৱাবোৰ কথা ক'বলৈ তুমি ক'ত শিকিলা? *(অ'.চিক)* এই ছোৱালীজনীৰ লগত তুমি কি কথা পাতি আছা? এই ছোৱালীজনীৰ কথাবোৰে বুজাই দিছে যে এই কোনোবা বিদ্ৰোহী সংগঠনৰ সমৰ্থক। লক্‌আপত সুমুৱাই নোথোৱা কিয়।

শীলা : পাৰে যদি লক্‌আপত সুমুৱাই থওক।

সুপ্ৰভা : এনেকুৱা মুখ চোকা ছোৱালী। এনেকুৱা ছোৱালীক যি বিয়া কৰাব, সেই সংসাৰ উছন যাব। পৰিয়ালৰ মানুহে চলুৱে চলুৱে পানী খাব। কি সাংঘাতিক মুখ। মোৰ মুখে মুখে উত্তৰ দিয়ে।

অ'.চি. : *(শীলাক)* Please, Please মেডাম। অকণমান বাহিৰলৈ যাওক। ইয়াত মোৰ সন্মুখত কাজিয়া-পেচাল হ'লে মই বৰ দুখ পাম।

শীলা : ঠিক আছে। *(শীলা বাহিৰলৈ ওলাই যায়।)*

সুপ্ৰভা : এইবোৰ মানুহৰ লগত কোনো কথা নাপাতিবা। কোনো আঁসে নিদিবা। ইহঁতে সাপ হৈ খুটিব, বেজ হৈ জাৰিব।

অ'.চি. : আপুনি মেডাম, ইমান কষ্ট কৰি ইয়ালৈ আহিলে যে?

সুপ্ৰভা : তোমালোকৰ কাণ্ড-কাৰখানাবিলাক দেখি মই হতাশ হৈছো। মোৰ ল'ৰাটোক সুমুৱাই থৈছা কিয়?

অ'.চি. : আপোনাৰ ল'ৰা মানে বাইদেউ?

সুপ্ৰভা : চিনি নোপোৱা হ'লা নহয়। মোৰ ল'ৰা, মই দিগন্তৰ কথা কৈছো। কেলৈ সুমুৱাই থৈছা। তুমি জনা উচিত আছিল যে সি মোৰ ল'ৰা।

অ'.চি. : বাইদেউ, বিশ্বাস কৰক, মই একেবাৰে জনা নাছিলো। Wine

Shop এখনত—

সুপ্রভা : সি ক'ত কি কৰিছে সেইবোৰ মোক নালাগে। মোৰ ল'ৰা, গতিকে সি বেয়া কাম কৰিব নোৱাৰে। *(ঘপকৈ ফোনটো লৈ ডায়েল কৰে)* কোন? D.I.G? D.I.G ক দে। *(অ'.চিক)* তোমালোকৰ কোনো কাণ্ড-জ্ঞান নাই। (আকৌ ফোনত) মই কৈছো। তোমাৰ অ'.চিয়ে...... মই এতিয়াই লগত লৈ যাম। *(ৰিচিভাৰটো অ'.চিক দিয়ে।)*

অ'.চি. : মই কৈছো ছাৰ। ভাল ছাৰ। দিছো ছাৰ। *(ৰিচিভাৰ থয়)* ভদ্ৰকান্ত-ভদ্ৰকান্ত। *(ভদ্ৰকান্ত দৌৰি সোমাই আহে।)* ল'ৰাজনক লৈ আহ। (ভদ্ৰকান্ত সোমাই যায়।)

সুপ্রভা : এনেকৈ তোমালোকে কি চলাবা? কাৰ ল'ৰা, কি কথা, কি বতৰা এইবোৰ বিচাৰ কৰি চাব নালাগেনে? তোমালোকৰ ওপৰত কেনেকৈ আস্থা ৰাখিম? ভাবিছিলো তুমি এজন ভাল অফিচাৰ। এতিয়া দেখিছো তোমাক ইয়াত ৰাখিব নোৱাৰি!

অ'.চি. : মই জনা নাছিলো মেডাম। তেওঁ অৱশ্যে আপোনাৰ নাম লৈছিল। মই পিছে বিশ্বাস কৰা নাছিলো। মোৰ ধাৰণা আছিল—

সুপ্রভা : তোমাৰ কি ধাৰণা আছিল, সেইটো মোৰ কাৰণে দৰকাৰী কথা নহয়। (যুৱকক লৈ ভদ্ৰকান্ত সোমাই আহে। অ'.চিয়ে যুৱকলৈ লৰা-লৰিকৈ চকীখন আগবঢ়াই দিয়ে।)

যুৱক : ম্যেম, এনেকুৱা অফিচাৰ ৰাখিলে তোমালোকৰ সৰ্বনাশ হ'ব। সি মোৰ গাত হাত দিছে। আজিয়েই ইয়াক Transfer কৰি দিয়া। মই কোন বুজি পাওক।

অ'.চি. : বহকচোন বহক, খং নকৰিব। প্লিজ।

যুৱক : কোনো প্ৰয়োজন নাই। ব'লা ম্যেম। ইয়াত আৰু এক মুহূৰ্তও থাকিব নোৱাৰি। ই মানুহ চিনি পোৱা নাই। (কোবেৰে ওলাই যায়।)

সুপ্রভা : পিছত কিবা এটা হ'লে মোৰ গাত দোষ নাই। মই আহিলো। (সুপ্ৰভা কোবেৰে ওলাই যায়। অ'.চিয়ে চাই থাকে। শীলা সোমাই আহে।)

শীলা : হেৰি, কি হ'ল?

অ'.চি. : *(খঙেৰে)* দেখা নাই কি হ'ল। যত চব। কেনেকৈ দপদপাই গুচি গ'ল দেখা নাই? সিয়ো মোক গালি পাৰি থৈ গ'ল। কিয়, মই সকলোৰে গালি শুনিবলৈ চাকৰি কৰিছো নেকি? *(বলিয়াৰ দৰে চিঞৰিবলৈ ধৰে।)* ভদ্ৰকান্ত, গুণেশ্বৰ, ডিম্ব *(ভদ্ৰকান্ত আৰু গুণেশ্বৰ দৌৰি*

*সোমাই আহে।)*

ভদ্ৰ : কি হ'ল ছাৰ?

অ'.চি. : Get Out.

শীলা : ঠাণ্ডা হওক, বহক।

অ'.চি. : *(হঠাৎ শান্ত হৈ)* Sorry শীলা দেৱী— *(কেইমুহূৰ্তমান নীৰৱে থাকি)* হাঁ, কি কৈছিলো আপোনাক মই? আপুনি নিজে দেখিছে যে আমাৰ ফালৰ পৰা চেষ্টাৰ অকণো ত্ৰুটি কৰা নাই। ইতিমধ্যে আমি এটাক সেয়া লক্‌আপত ৰাখিছোহি। সন্দেহমুক্ত আনটো তীৰ্থলৈ গুচি নোযোৱা হ'লে আনি আপোনাৰ সন্মুখত হাজিৰ কৰাই দিলোহেঁতেন। এতিয়া সি তীৰ্থৰ পৰা অহালৈকে অপেক্ষা কৰক। মুঠতে আপোনাৰ বস্তু আপুনি পাব। এই কথাষাৰ—

শীলা : আপুনি বাৰে বাৰে কৈছে মই বাৰে বাৰে শুনিছো। মই এই কথাও বুজিছো যে চোৰে দয়া কৰি যদি আপোনালোকক বস্তুটো দিয়েহি তেনেহ'লে আপোনালোকে বিচাৰি উলিয়াব পাৰিব। আৰু যদি নিদিয়েহি তেনেহ'লে আপোনালোকৰ ওচৰলৈ মোৰ অহা-যোৱাটো এনেয়ে হ'ব। এই যে এতিয়া সুপ্ৰভা দেৱী আহি তেওঁৰ গুণ্ডা ল'ৰাটোক উলিয়াই লৈ গ'ল, সেইটো কোন আইন মতে এৰি দিয়া হ'ল?

অ'.চি. : সেইবোৰ কথা নুসুধিব মেডাম।

শীলা : কিয়?

অ'.চি. : মস্কিল প্ৰশ্ন।

শীলা : উত্তৰ নাই?

অ'.চি. : এইবোৰ চলিত নিয়ম মেডাম। পৰম্পৰাগত।

শীলা : পৰম্পৰাগত মানে?

অ'.চি. : চাওক মেডাম, তেখেতসকল মানুহ সঁচা, বেলেগ মানুহ, আপুনি দেখিলেই ফট্‌কৈ আমাৰ একেবাৰে ওপৰত জনাই টেলিফোনত কৈ দিলে বোলে এতিয়াই তৎক্ষণাৎ, সসন্মানে সুপ্ৰভা দেৱীৰ পুত্ৰক এৰি দিয়া— বচ, There is not to make reply.
There is not to reason why.

শীলা : মানে হৈছে, আইন সকলোৰে বাবে সমান নহয়?

অ'.চি. : মেডাম, আপোনালোক সাংবাদিকসকলে বৰ উল্টা-পুল্টা কথা

সোধে। এনেকৈ কথা সুধিলে আমি বেয়া পাওঁ।

শীলা : Please ডাঙৰীয়া, কেনেকৈ কথা সুধিব লাগে শিকাই দিয়ক না। আমি মানে বহুত কথা নাজানোতো, শিকিবলৈ মন যায়। *(শীলাই কথাখিনি বৰ লেনিয়াই মোলায়েমকৈ ক'ব। অ'.চিয়ে শীলাৰ মুখলৈ চাই থাকে। শীলাই কথাখিনি শেষ কৰাৰ পাছত কেইমুহূৰ্তমান pause। অ'.চিয়ে মাথোন ভেবা লাগি শীলাৰ মুখলৈ চাই থাকে।)*

শীলা : কি হ'ল? মোৰ মুখলৈ কি চাই আছে?

অ'.চি. : হুঁ, অ', নাই, মানে মেডাম, মই ভাবিছিলো আপুনি নৰ্মেল সুৰত, নাৰীসুলভ সুৰত কথা ক'ব নাজানে বুলি। এতিয়া আপুনি ইমান কোমলকৈ কথাকেইটা কৈছে যে মোৰ মনটোৱেই খেলি-মেলি হৈ গৈছে।

শীলা : মই উঠো। লগতে কৈ থৈ যাওঁ যে আপোনালোকৰ প্ৰতি মোৰ Impression একেবাৰে বেয়া। কথাখিনি ৰাজহুৱাকৈ প্ৰকাশ কৰিম। নমস্কাৰ। *(শীলা উঠি যাব খোজে। তেনেতে গুণেশ্বৰ দৌৰি সোমাই আহে।)*

গুণে :, ছাৰ, ছাৰ নম্বৰটো কিমান ছাৰ, নম্বৰটো? গাড়ীখনৰ নম্বৰ কিমান আছিল?

শীলা : গাড়ী নহয় ম'পেড।

গুণে : হয় ছাৰ, নম্বৰটো কিমান?

শীলা : MLZ - ৩৬৩ *(ফোনত ৰিং হয়)*

অ'.চি. : *(গুণেশ্বৰক)* এক মিনিট, *(ৰিচিভাৰত)* হেল্ল', কৈছো ছাৰ....... হয় ছাৰ। ভাল ছাৰ..... কোনোবাই দুখ-চুখ পাইছে নেকি ছাৰ— পঠাইছো ছাৰ। *(ৰিচিভাৰ থয়)*

গুণে : মানে ছাৰ—

অ'.চি. : তই আৰু ডিম্ব...... বাৰু ঠিক আছে, ভদ্ৰকান্তক মাত। *(গুণেশ্বৰ বাহিৰ ওলাই যায়।)*

শীলা : এওঁ যে আহি মোৰ গাড়ীৰ নম্বৰৰ কথা সুধিছিলহি?

অ'.চি. : ৰ'ব মেডাম, ডাঙৰ কথা হৈছে। *(চিএৰি)* ভদ্ৰকান্ত, ভদ্ৰকান্ত....

শীলা : কি, হৈছে কি?

অ'.চি. : মই এতিয়া কি কৰিম কওকচোন। S.P. চাহাবে ফোন কৰিছিল, তৎক্ষণাৎ— *(ভদ্ৰকান্ত, গুণেশ্বৰ সোমাই আহে।)*

অ'.চি. ঃ ডিম্ব আৰু তই তৎক্ষণাত হাতীগাঁৱলৈ যা। পাণ বজাৰ, থানাৰ D.S.P. চাহাবৰ গাড়ীখনে ব্ৰেইক ফেইল কৰি খালত সোমালগৈ। ড্ৰাইভাৰে দুখ পাইছে। ভাগ্য ভাল D.S.P. চাহাবৰ একো হোৱা নাই। চিপাহী দুটাও জখম হৈছে। S.P. চাহাবে Spot লৈ দুটা চিপাহী পঠিয়াই দিবলৈ কৈছে। পানবজাৰ থানাত বোলে Spare কৰিবলৈ চিপাহী নাই।

ভদ্ৰ ঃ ডিম্ব নাই ছাৰ। তাক আপুনি শান্তিপুৰলৈ পঠিয়াইছিল নহয়। অহাই নাই।

অ'.চি. ঃ মই এতিয়া কৰো কি। তইঁত দুয়োটাকে পঠিয়াই দিলে ইয়াত মই কি কৰিম! যা নহ'লে তই অকলে যা। ছাৰক ক'বি চিপাহীবোৰ ডিউটিত গৈছে। গুণেশ্বৰ ইয়াত থাওক।

ভদ্ৰ ঃ কিহত যাম ছাৰ?

অ'.চি. ঃ কিহত যাবি মানে? চাইকেল লৈ যা।

গুণে ঃ চাইকেলখন 'পামচাৰ' হৈ আছে।

অ'.চি. ঃ মহা মস্কিল। থানাখনত চাইকেল এখন আছে, তাকো পামচাৰ কৰি ৰাখিছ। পামচাৰ কৰিবলৈ তইঁতক কোনে কৈছিল?

গুণে ঃ নিজে নিজে হ'ল ছাৰ। ফুচ্‌কে শব্দ এটা হ'ল, তাৰ পিছত ছাৰ চকাটো বহি গ'ল।

অ'.চি. ঃ বেছিকৈ পাম কৰিছিলি চাগে।

গুণে ঃ নহয় ছাৰ, পাম কৰিলেই টডিবটো ফাটি যাব বুলি ভয়তে পাম কৰাই নাছিলো। টায়াৰ-টিউববোৰ নতুন কৰিব লাগে ছাৰ।

অ'.চি. ঃ কি কৰিব লাগে, কি কৰিব নালাগে সেইটো মোৰ কথা। *(ভদ্ৰক)* যা যা তই চিটিবাছতে যা। আৰু তই *(গুণেক)* এতিয়াই চকাটোৰ পামচাৰ মৰাই আন। দেৰি নকৰিবি। *(ভদ্ৰকান্ত আৰু গুণেশ্বৰ দুয়োটা ওলাই যায়।)*

শীলা ঃ *(ব্যঙ্গ সুৰত)* D.S.P. গাড়ীয়ে হ'ব পায় ব্ৰেক্ ফেইল কৰিলে, গতিকে বাট এৰি খালত সোমাল?

অ'.চি. ঃ চাওকচোন। এতিয়া মই চিপাহী পঠিয়াব লাগে।

শীলা ঃ কথা সেইটোৱেই বুজিছে অ'.চি. ডাঙৰীয়া। গোটেই যন্ত্ৰটোৰে ব্ৰেক্ ফেইল হৈছে। গোটেই যন্ত্ৰটোৱেই এতিয়া বাট এৰি খালত সোমাইছেগৈ। নিজেতো মৰিবই, আপোনালোকৰ সহায়ৰ বাবে আশা

কৰি আপোনালোকলৈ বুলি বাটৰ কাষত খাপ পাতি বৈ থকা মানুহখিনিকো আপোনালোকৰ ব্ৰেক্ ফেইল কৰা ইঞ্জিনে মহটিয়াই লৈ যাব। লৈ যাব নহয়, লৈ গৈছেই। বাৰু সেইবোৰ কথা বাদ দিয়ক। এই যে আপোনাৰ চিপাহীজনে মোৰ ম'পেডৰ নাম্বাৰৰ কথা সুধিছিল—

অ'.চি. ঃ অ' মিছা নহয়। *(চিঞৰি)* গুণেশ্বৰ, গুণেশ্বৰ— *(গুণেশ্বৰ দৌৰি সোমাই আহে।)*

গুণে ঃ তাক ইয়াতে থৈছো ছাৰ।

অ'.চি. ঃ তাক মানে?

গুণে ঃ হয় ছাৰ, চোৰটোক।

অ'.চি. ঃ চোৰ?

গুণে ঃ গাড়ীৰ নাম্বাৰটো কিমান আছিল ছাৰ?

শীলা ঃ **MLZ** - ৩৬৩

গুণে ঃ পাইছো ছাৰ, পাইছো। চোৰ ধৰি আনিছো ছাৰ।

অ'.চি. ঃ ধৰি আনিছ? তই এইমাত্ৰ ওলাই গৈয়েই চোৰ ধৰি আনিলি? মই উশাহকে সলাবলৈ নাপালো, তই চোৰ ধৰি আনিলিয়েই নে? যা-যা লৈ আহ। *(গুণেশ্বৰ ওলাই যায়।)*

অ'.চি ঃ দেখিলে মেডাম..... *(বীৰু সোমাই আহে। বীৰুক দেখি—)*

অ'.চি. ঃ তই আক' কিয় গুচি আহিলি?

বীৰু ঃ মোৰ চাহাব এনেকৈ বহি থাকিবলৈ সময় নাই। ভদ্ৰকান্তক কৈছিলো একাপ চাহ খুৱাবলৈ— সি বোলে ক'ৰবাত গুচি গ'ল। এনেকৈ চাহাব মোক বহুৱাই ৰাখিলে মোৰ বিজনেছ বৰবাদ হৈ যাব নহয়।

অ'.চি. ঃ খং নকৰিবিচোন বীৰু, অলপ ধৈৰ্য ধৰ। তইঁতবোৰে যদি আমাক সহায় নকৰ, কোনে কৰিব ক'চোন। মেডামে ভাবিছে আমি তেখেতৰ স্কুটাৰখনৰ কাৰণে একো কৰা নাই।

শীলা ঃ গতিকে তোমাক আনি বহুৱাই থৈছেহি। এতিয়া অন্ততঃ ক'ব পাৰিব যে সোধা-পোছাৰ বাবে এজন মানুহ ধৰি থোৱা হৈছে। একেবাৰে একো নকৰাতকৈ, এই যে কিবা এটা কৰিছে, সেইটোতো দেখুৱাব লাগে। নহয় জানো অ'.চি. ডাঙৰীয়া।

অ'.চি. ঃ আপুনি ঠাট্টা কৰিছে শীলা দেৱী।

শীলা ঃ দেখি-শুনি যি বুজিছো সেইটোহে কৈছো।

বীৰু : এটা ফোন কৰো চাহাব?

অ'.চি. : তোৰ এতিয়া কালৈ ফোন কৰিবলগীয়া আছে?

বীৰু : আপোনালোকে যদি মোক এনেকৈ বন্ধবাই ৰাখে লোকচান মোৰেই নহয়। আপোনালোকৰো হ'ব।

অ'.চি. : মই সুধিছো তই কালৈ ফোন কৰ?

বীৰু : মিনিষ্টাৰলৈ। *(মিনিষ্টাৰ বুলি কোৱাৰ লগে লগে শীলাই চকুযোৰ মেলি নিজৰ কাণকে বিশ্বাস কৰিব নোৱাৰাৰ দৰে এক মুহূৰ্ত থৰ লাগি ৰয়।)*

শীলা : কালৈ ফোন কৰিবা?

বীৰু : মিনিষ্টাৰলৈ।

অ'.চি. : তই বহচোন বীৰু, তই বহ। সেই চকীখনতে বহচোন। মই চাহ অনাওঁ। *(বাহিৰত শুনা যায় তাৰা বৈশ্যৰ কণ্ঠ— 'মোক এৰি দিয়ক, মোক এৰি দিয়ক।')*

গুণে : এইটো ছাৰ—

তাৰা : অ' দেউতাসকল, মই এইবোৰ একো বুজা নাই। মোক এনেকৈ কিয় ধৰি-বান্ধি আনিছে?

গুণে : তই চুপ থাক।

অ'.চি. : ৰ', গুণেশ্বৰ তয়ো চুপ থাক। কথা মই সুধিম, ই উত্তৰ দিব।

তাৰা : অ' দেউতাসকল, কিয় মোক এনেখন কৰিছে? মই সাধাৰণ মানুহ। গাঁৱত ঘৰ। গাঁৱত খাবলৈ নাই। খেতি কৰিবলৈ মাটি-বাৰী নাই। সেই কাৰণে নগৰলৈ আহি অ'ত ত'ত হাজিৰা কৰি খাওঁ। পাহাৰৰ ওপৰতে তৰ্জাৰ বেৰ আৰু তৰ্জাৰ চালিৰে ঘৰ এটা সাজি লৈছো। ঘৰ নহয়, গড়ালহে বুলিব পাৰে।

অ'.চি. : তোক মই ইমানবোৰ কথা সোধা নাই।

শীলা : ৰ'ব অ'.চি. চাহাব, তাক ক'বলৈ দিয়ক।

অ'.চি. : মেডাম ইহঁতবোৰক চিনি পাবলৈ মোৰ বেছি সময় নালাগে। আঁ কৰিলেই ইহঁতৰ মই গৰ্ভলৈকে দেখোঁ।

তাৰা : দেউতাসকল—

অ'.চি. : ৰ, মই সোধা কথাৰ উত্তৰ দিবি। অদৰ্কাৰী কথা ক'লে জিভা আজুৰি আনিম। ক' নাম কি?

তাৰা : তাৰানাথ বৈশ্য।

অ'.চি. : ঘৰ?

তাৰা : আচল ঘৰ ভেবেৰা গাঁৱত। মই দেউতাসকল—

অ'.চি. : ৰ, বাকীবোৰ ক'ব নালাগে। তই এইটো ব্যৱসায়ত ধৰিলি কিয়?

তাৰা : মই বুজা নাই দেউতাসকল—

অ'.চি. : এই চুৰি বিদ্যাত কিয় ধৰিলি? স্কুটাৰ চুৰি কৰিব পৰা হ'লি। এই ধুতী-গেঞ্জী পিন্ধি তইতো দেখিছো বেছ ফাকি দিব পাৰ।

তাৰা : আপোনালোকে কি কৈছে মই এতিয়াও বুজা নাই দেউতাসকল—

অ'.চি. : *(বেটডাল দেখুৱাই)* এইডাল দেখিছ? এইডালেৰে কেইটামান কোব পিঠিত পৰিলে সকলো বুজিবি। ক', সঁচা কথা ক'চোন। তই কিয় এই কাম কৰিলি? স্কুটাৰ চোৰ কিয় কৰিলি?

তাৰা : দেউতাসকল, মই হাজিৰা কাম কৰি খোৱা মানুহ—

অ'.চি. : একেবোৰ কথাকে বলকি থাকিব নালাগে। সোধা কথা ক'।

তাৰা : শুনক দেউতাসকল। আজি ক'তো কাম নাপালো—

অ'.চি. : গতিকে স্কুটাৰ চুৰি কৰিলি?

তাৰা : তেনেকৈ নক'ব দেউতাসকল। কাম নথকাৰ বাবে অকণমানি জালখন লৈ দুই-এটা কাৱৈ-পুঠিকে পাওঁ বুলি ভৰলুৰ ফালে 'আহিলো—

অ'.চি. : তোক মই স্কুটাৰৰ কথা সুধিছো।

তাৰা : নগৰত মাছ-পুঠি কিনি খাব পৰা শক্তি মোৰ নাই—

অ'.চি. : মই তোক সুধিছো স্কুটাৰৰ কথা।

শীলা : ৰ'বচোন অ'.চি. চাহাব। ইনো কি ক'ব খুজিছে কথাখিনি শুনি লোৱাত আপত্তি কি?

অ'.চি. : অযথা কথাপাতি থাকিবলৈ মোৰ সময় নাই মেডাম।

গুণে : ইহঁতে ছল পালেই বকি থাকে।

শীলা : কিন্তু তাৰাৰটো কিবা ক'বলগীয়া থাকিব পাৰে।

অ'.চি. : মই সুধিছো স্কুটাৰৰ কথা, আৰু সি কৈ আছে কাৱৈমাছ-পুঠিমাছৰ কথা।

তাৰা : হয় দেউতাসকল। কাৱৈ-পুঠি এটা পাওঁ বুলিয়েই ভৰলুত জালখন পেলালোঁ। দেখো কিবা এটা লাগি ধৰিছে। টনা-আজোৰা কৰোঁতে জালখনেই ফাটিল। নামি গৈ দেখো সেইখন। ওচৰতে যাকে দেখিলো তাকে ক'লো। তেনেতে চিপাহী দেউতা এজনক দেখি তেওঁকো ক'লো।

অ'.চি. : *(গুণেক)* তই সেইখিনি পাইছিলিগৈ নেকি? তইনো পলকতে সেইখিনি পালিগৈ·নে?

গুণে : নহয় ছাৰ, সিফালৰ পৰা ডম্বৰু আহি আছিল চাইকেল লৈ। ডম্বৰুৱেহে ইয়াক ধৰি লৈ আহিছে। সিহে বোলে 'ইয়াক তই ছাৰৰ ওচৰত দেগৈ' এইবুলি মোৰ হাতত ইয়াক গতাই সি তাতে এৰি থৈ অহা চাইকেলখন আনিবলৈ গ'ল।

তাৰা : মোৰ গাত কি দোষ দেউতা। মই অধমে চাইকেলখনকে চলাব নাজানো। ভট্‌ভটি-চট্‌ভটি কেনেকৈ চলাম!

অ'.চি. : ঐ বদমাছ, যিহকে-তিহকে বলকি নাথকিবি।

তাৰা : *(আতুৰ হৈ)* গাঁৱত মোৰ ল'ৰা-ছোৱালী আছে দেউতা।

অ'.চি. : *(গহীনত)* বিয়া-বাৰু কৰোৱা বেছিভাগ মানুহৰে ল'ৰা-ছোৱালী থাকে। সেইটো নতুন কথা নহয়।

তাৰা : *(আৰু আতুৰ হৈ)* মোক এনেকৈ পুলিচে ধৰা শুনিলে সিহঁতৰ অৱস্থা কি হ'ব ভাবি চাওক দেউতা।

অ'.চি. : *(মৰমৰ ধমক)* তই মনে মনে বহি থাক। *(তাৰাক) (পুলিচী মেজাজত)* নামটো কি বুলিছিলি, তাৰানাথ বৈশ্য?

তাৰা : *(বৰ নিষ্পাপভাৱে)* মোক এনেয়ে ধৰি আনিছে দেউতা। মই নিৰ্দোষী মানুহ। কোনোদিনে কাৰো বাৰীৰ তামোল এটাও চুৰ কৰা নাই।

বীৰু : *(আৰু জেক্ মাৰি)* তাতকৈ ডাঙৰ কথা চাহাব, সি লোকৰ এৰিয়াত সোমাইছে।

অ'.চি. : *(হঠাৎ খঙত)* তোক মই মনে মনে থাকিবলৈ কৈছো নহয়।

বীৰু : *(খঙত)* টাইম যিমান গৈ আছে সিমানে মোৰ মূৰ গণ্ডগোল হৈ গৈছে চাহাব।

অ'.চি. : *(বীৰুক) (পুনৰ ঠাণ্ডা হৈ অলপ টাইম লৈ)* ঠিক আছে তই যা। কিন্তু খবৰ দিলেই আহিবি।

বীৰু : *(ঠাণ্ডা হৈ)* মইতো চাহাব মাজে মাজে আহিয়েই থাকো।

অ'.চি. : *(Normally)* এতিয়া যা।

বীৰু : *(যাবলৈ পাই মনৰ স্ফূৰ্তিত)* নমস্কাৰ। *(শীলাক)* বাইদেউ, আপোনাকো নমস্কাৰ। বেয়া নাপাব বাইদেউ, মোৰ এৰিয়াত হোৱা হ'লে আপোনাৰ গাড়ী মই উলিয়াই দিলোহেঁতেন। আপুনি এই চাহাবক সুধিব পাৰে। মই চাহাবক কিমান সহায় কৰি দিছো।

অ'.চি. : *(ধৰা পৰাৰ ভয়ত— অলপ mood ত গহীনাই)* তোক মই যাবলৈ কৈছো নহয়।

বীৰু : *(আৰু উৎসাহিত হৈ)* এই চাহাব মোৰ নিজৰ মানুহৰ নিচিনা। মই একদম ওপৰতো কৈ দিছো। এই চাহাবক এই থানাৰ পৰা যেন বদলি নকৰে।

অ'.চি. : *(অতিষ্ঠ হৈ)* আঃ সা— তই নাযাব কিয়?

বীৰু : নমস্কাৰ বাইদেউ, নমস্কাৰ। *(বীৰু ওলাই যায়)*

অ'.চি. : *(তাৰাক) (পুনৰ mood ত গহীনাই)* তই সঁচা কথা নকৱ?

তাৰা : *(করুণভাৱে আতুৰ হৈ)* যি কৈছো সঁচাই কৈছো দেউতা। আকৌ কৈছো শুনক, জাল মাৰোঁতে—

অ'.চি. : *(বিৰাট বিজ্ঞৰ দৰে)* সাজি কথা নক'বি অ' তাৰানাথ। আমি থাৰতে চিনো শিয়াল পখৰা।

তাৰা : মই আপোনালোকক কেনেকৈ বুজাম দেউতা!

অ'.চি. : *(গহীনত)* একো বুজাব নালাগে। বুজিব লগাখিনি মই নিজে বুজি লৈছো।

তাৰা : *(কান্দোনত ভাঙি পৰো পৰো অৱস্থাৰে)* মই চোৰ নহয় দেউতা, মই চোৰ নহয়। গৰুগাড়ীখনৰ বাহিৰে আৰু একো গাড়ীয়েই জীৱনত চলাই পোৱা নাই। চোৰ হোৱা হ'লে দহজনক মই নিজে খবৰ নিদিলোহেঁতেন। পুলিচকো মই নিজে নক'লোহেঁতেন। মোক এনেকুৱা অপবাদ নিদিব প্ৰভু। পেটে-ভাতে খাই জীয়াই থকা মানুহ। দুহাতেৰে যি পাৰিছো আজুৰিছো। বেছি একোলৈকে মুখ মেলা নাই।

অ'.চি. : এতিয়া তই মুখখন বন্ধ কৰ। গুণেশ্বৰ, ইয়াক লক্‌আপত ভৰাই থ। — *(গুণেশ্বৰে তাৰাক লৈ যায়।)*

শীলা : *(Order)* ৰ'ব। *(আচৰিত হৈ)* এনেকৈয়ে চোৰ ধৰে নহয়।

অ'.চি. : *(বিজ্ঞৰ দৰে)* আচল কথা কি জানে মেডাম, আমাৰ হাতত ধৰা পৰাৰ ভয়ত আপোনাৰ ম'পেডখন নি পানীত পেলাই থৈ গ'ল। আৰু নিজৰ দোষ ঢাকিবলৈ ইয়েই আকৌ হুলস্থুল কৰিলে। এতিয়া মেডাম, দুই-চাৰিটামান মানুহ লগাই ম'পেডখন পানীৰ পৰা তুলি আনক। আৰু গেৰেজ-চেৰেজত দি ভাল কৰাই লওক। মই আপোনাক কথা দিছিলো যে আপোনাৰ হেৰোৱা বস্তু উলিয়াই দিম। মই মোৰ কথা ৰাখিলো। বদনামতো আমাক দিয়েই। পাৰিলে এই

সদনামখিনিও কাগজত লিখিব। *(অ'.চিয়ে হাঁহিবলৈ ধৰে।)*

শীলা ঃ *(ঠাট্টাৰ হাঁহিৰে)* বেছ চোৰ ধৰিলে দেই। *(হঠাৎ mood ত seriously)* আকৌ কওঁ শুনক, প্ৰশাসনে ব্ৰেক্ ফেইল কৰিছে। গাড়ীৰ নিয়ন্ত্ৰণ হেৰুৱাইছে। আমাকো মহটিয়াইছে ঠিকেই কিন্তু আপোনালোকৰ নিজৰ কাৰণে বেছি ভয় আছে। বাটৰ দাঁতিৰ খালত নপৰি যদি গৰখাৱৈত পৰে, যদি নৈৰ বুকুত পৰে তেনেহ'লে শেষ পৰিণতি কি হ'ব— সেই কথা উপলব্ধি কৰিবৰ সময় হ'ল, মোৰ হেৰোৱা ম'পেডখনৰ বাবে যিমান দুখ পাইছো, তাতোকৈ বেছি দুখ পাইছো— আপোনালোকৰ আসন্ন বিপদৰ কথা ভাবি। নমস্কাৰ।

*(শীলা দেৱী কোবেৰে ওলাই যায়। অ'.চিয়ে ভেবা লাগি চাই থাকে। ফোনত ৰিং হৈ থাকে। অ'.চিয়ে শীলা যোৱাৰ ফালে চায়েই থাকে। পোহৰ অ'.চিৰ ওপৰত কেন্দ্ৰীভূত হয়।)*

**(আঁৰ কাপোৰ পৰে)**